# মেদিনী চৌধুৰী

# স্মৃতিৰ সঁফুৰা



সম্পাদনা

প্ৰণতি চৌধুৰী (পাল)

ৰমেন চৌধুৰী

চানমাৰি হাউছিং কলনি

চানমাৰি ঃ গুৱাহাটী - ৩

MEDINI CHOUDHURY SMRITIR SAFURA : A tributory compilation of renowned Assamese writer on Late Medini Choudhury complied and edited by Mrs. Pranati Choudhury & Mr. Khagen Choudhury and Published by his family.

1st Published 2nd Feb. 2004 Price 80.00

প্ৰকাশক :

মেদিনী চৌধুৰীৰ পৰিয়ালবৰ্গৰ হৈ
প্ৰণতি চৌধুৰী (পাণু)
খগেন চৌধুৰী
চানমাৰি হাউছিং কলনি
ফোন নং: ২৬৬১১৩৬

প্ৰথম প্ৰকাশঃ

প্ৰথম বাৰ্ষিক মৃত্যু তিথি
১৮ মাঘ, ১৪১০
২ ফেব্ৰুৱাৰী, ২০০৪

মূল্য: ৮০.০০ টকা

ডি.টি.পি. : বি.ডি. এছোচিয়েট্
ৰূপনগৰ, গুৱাহাটী-৩২

মুদ্ৰণ : পুথি প্ৰকাশ (প্ৰেছ)
মেডিকেল কলেজ ৰোড,
ভঙাগড়, গুৱাহাটী-৭৮১০০৫



মেদিনী চৌধুৰী

জন্ম ঃ ১৯২৭, জানুৱাৰী

মৃত্যু ঃ ২০০৩, ১৩ ফেব্রুৱাৰী

# মেদিনী চৌধুৰীৰ বংশাৱলী

সাগৰ নাৰ্জাৰী লিখিতং বংশাৱলী ১০১০ বংঙ্গাব্দ সীন্দুৰীঘোপা।

জপ নাৰ্জাৰী লিখিতং বংশাৱলী বংঙ্গাব্দ ১১০৬, বৰগাঁও। লিখিতং বল্ম পাতৱাৰী।

জগত চৌধুৰী (মৌজাদাৰ) বংশাৱলী লিখিতং শ্ৰীঅনিৰুদ্ধ কাকতী। বঙ্গাব্দ ১২০০, গোৰেশ্বৰ।

হিতৰাম চৌধুৰী (মৌজাদাৰ) বংশাৱলী লিখিতং ৰত্নেশ্বৰ শৰ্মা, গমস্তা, নলবাৰী, গণককুচি, কামৰূপ (আসাম)। বঙ্গাব্দ ১২৯০ চন। ৰামছা। তথা থানুৰাম চৌধুৰী, ৰামছা। বংশাৱলী লিখিতং।

শ্ৰীখগেন্দ্ৰমোহন চৌধুৰী স্বৰ্গীয় হিতৰাম চৌধুৰীচ্য পুত্ৰ। ৰামছা গাঁও, বাংলা ১৪০০ চন, ইংৰাজী ১৯৯৩ চন।

**যথাহি লিখিত্যা। নাৰ্জাৰী বংশ মঙ্গলা নামায়ঃ।**



# সূচীপত্ৰ

# নদীৰ নাম মেদিনী

**অজিত তালুকদাৰ**

জিলি আৰু ফৰিঙৰ বাবে
গৰখীয়াৰ ওঁঠৰ বাঁহীৰ বাবে
য'ত নদী নাছিল
তাতেই এটা বন-মালিতা হৈ
তুমি আছিলা ফুলি

ৰামছাৰ ধোপ খেলা জৰী গছৰ ছাঁত
তুমি সৌ তাহানিতে আঁকিছিলা
সপোনৰ কল্লোলিনী নদী!
তোমাৰ আকণ্ঠ তৃষ্ণা
নদীৰ ঠিকনা বিচাৰি
কঁহুৱা বিৰিণাই বিৰ দি বাট নোপোৱা
বৰফুল চকীৰ শিমলু তলৰ ঢেঁকীয়াপতীয়া ৰ'দত
তুমিয়েই খান্দিছিলা নেকি কেহেৰাজ বৰণীয়া মাটি?

ফটিকমণি খেলা ৰাইদাং বেতনিৰ চানেকীয়া হাবিত
পাগ্‌লীজানৰ পাৰৰ জাৰণিৰ ডাউকীৰ মাতত
বেঙেনাহাটীয়া সৰাহৰ খৰমুজাৰ ভিতৰতো
শুনিছিলো কল্‌কল্ পানীৰ প্ৰতিধ্বনি

ঢেপা ঢুলীয়া ঢোলৰ ছেওত
চিফুংখামৰ সুৰীয়া মাতত
উঠলি উঠা সপোনৰ নদীবোৰৰ দৰে
আমৰ মললৈ উৰি অহা গুণগুণ মৌমাখিৰ দৰে
তুমি ফুলৰ মৌ বিচাৰিলা
নদী হ'ব খোজা গাভৰুবোৰৰ সজল চাৱনিত

প্ৰেমৰ দৰে ফুলি উঠা শইচৰ মাজত
তুমি লগ পাইছিলা তোমাৰ পূৰ্বপুৰুষক
শ্ৰম আৰু সৃষ্টিৰ আনন্দত
মেঘেচুমা আকাশলৈ' মেলি দিছিলা দুহাত

আঙুলিত তোমাৰ লাগি আহিল
ৰামধেনুৰ সাতোবৰণীয়া

তুমি সুৰ হ'ব খুজিছিলা
তুমি এটা মিঠা গান হ'ব বিচাৰিছিলা
সাইলাখ নদীৰ দৰে
সোণজুৰি, পাগ্‌লীজান, শুক্লাই
অথবা লখইতৰাৰ দৰে
তুমি বৈ গ'লা-
ৰামছা, সৰুফুল চকী, বেতনাৰ সীমা অতিক্ৰমি
প্ৰান্তৰৰ শেষত অন্য এক প্ৰান্তৰলে'
তোমাৰ সপোনৰ অনন্য প্ৰান্তৰলে'
বগুকা বেহাৰ, উষাৰ নগৰী, প্ৰাগজ্যোতিষপুৰ
কত পথ, কত জনপদ...

তুমি ভৰ বাৰিষাৰ নদীৰ দৰে বৈ গ'লা
তুমি উজলি উঠিলা পুৰবি তৰাৰ দৰে
ফেৰাংগাদাও হৈ তুমি গীত গালা
হেঙুল হাইতাল গান,
সুৰবোৰ তোমাৰ হৃদয়ৰ সুৰবোৰ
নদী হ'ল
সপোনৰ কল্লোলিনী নদী

নদীৰ নাম যে স্ৰোতস্বিনী
নদীৰ নাম যে মেদিনী...

*মেদিনী চৌধুৰীৰ স্মৃতিত দৈনিক অগ্ৰদূতৰ অষ্টম বছৰ ১৩৯তম্ সংখ্যা মঙ্গলবাৰ ১২ ফাগুন, ১৯২৪ শক, ২৫ ফেব্ৰুৱাৰী ২০০৩ ইং চনৰ কাকতখনত প্ৰবক্তা অজিত তালুকদাৰে কবিতাৰ সুন্দৰ ভাষাৰে কথাশিল্পী মেদিনী চৌধুৰীৰ কথাৰে 'নদীৰ নাম মেদিনী' বুলি শ্ৰদ্ধাঞ্জলি যাঁচিলে।*

# মেদিনী চৌধুৰীৰ জীৱনপঞ্জী

জন্ম ঃ ১৯২৭ (১৩৩৪ বংগাব্দ- লেখকে দিয়া তথ্য)

জন্মস্থান ঃ কামৰূপ জিলাৰ গোৰেশ্বৰৰ ৰামছা গাঁও।

শিক্ষা ঃ প্ৰাথমিক ঃ জন্ম ঠাইত।

হাইস্কুল ঃ নলবাৰী গৰ্ডন হাইস্কুল।

কলেজ ঃ কটন কলেজ

চাকৰি ঃ ১৯৪৭ চনত মাহিলি ২৫ টকা দৰমহাৰে গোৰেশ্বৰ এম ই স্কুলত শিক্ষকতা। কিছুদিন কেৰাণী চাকৰি। ১৯৪৯ চনত সাংবাদিকতা। ১৯৫৬ ত এ চি এছ বিষয়া। গোৱালপাৰাত ২০১ টকা দৰমহাত এছ ডি চি চাকৰিত যোগদান। ১৯৮৬ চনত ৰেচম বিভাগৰ সঞ্চালকৰূপে অৱসৰ গ্ৰহণ।

বিয়া ঃ ১৯৫৪ চনত টংলাৰ প্ৰণতি ডেকাৰে বিবাহ।

সংসাৰ ঃ তিনিগৰাকী কন্যা, এজন পুত্ৰ।

ৰাজনীতি ঃ ১৯৯১ চনত গুৱাহাটী সংসদীয় সমষ্টিত প্ৰতিদ্বন্দ্বিতা।

বাসস্থান ঃ চানমাৰি হাউছিং কলনি।

মৃত্যু ঃ ১৩ ফেব্ৰুৱাৰী, ২০০৩।

**সাহিত্য কৰ্ম**

প্ৰথম গল্প ঃ সীমাৰেখা (১৯৪৯ চনত 'অসমীয়াত' প্ৰকাশিত)। চুটি গল্পৰ সংখ্যা চাৰিকুৰিৰো অধিক।

প্ৰথম উপন্যাস ঃ অনন্য প্ৰান্তৰ (১৯৭২), বগুকা বেহাৰ (১৯৭৬), তাত নদী নাছিল (১৯৭৭), ফেৰেংগাদাও (১৯৮২), যাদুকৰৰ কীৰ্তিমুখ (১৯৮৩), যুগ যুগ গুৱাহাটী (১৯৮৯), বিপন্ন সময় (১৯৯৯ সাহিত্য অকাডেমি বঁটাপ্ৰাপ্ত)

অন্যান্য উপন্যাস ঃ খোলাকটিৰ তাল, অৰণ্য আদিম, সপোন সপোন লাগে, ফাগুনত আজাৰৰ ফুল।

উপন্যাসিকা ঃ জপনা, চোৰ, হঠাৎ এদিন আৰু সংগী।

প্ৰবন্ধ ঃ লুইত, বৰাক আৰু ইছলাম, Tribes of Assam plains, Bodo Dimasas of Assam, Making of a leader। চীনৰ ছাত্ৰ আন্দোলন,সৰ্বভাৰতীয় ভক্তি আন্দোলনৰ প্ৰেক্ষাপটত, শংকৰদেৱৰ মূল্যায়ন।

ভ্ৰমণ কাহিনী ঃ য়াংজু নদীৰ পাৰ।

সম্পাদনা ঃ কীৰ্তন ঘোষা আৰু নামঘোষা।

সাংবাদিকতা ঃ অসমীয়া আৰু দৈনিক শান্তিদূতৰ উপ-সম্পাদক। সূত্ৰধাৰৰ সম্পাদক (১৯৯৩-১৯৯৫) তদুপৰি বাংলা আলোচনী 'দেশ' আৰু অন্যান্য অসমীয়া, ইংৰাজী কাকত আলোচনীৰ নিয়মীয়া লেখক।

বঁটা লাভ

১৯৯৯ ঃ সাহিত্য অকাডেমি বঁটা।

২০০২ ঃ বিষ্ণুৰাভা আৰু ত্ৰিপুৰা চৰকাৰৰ অদ্বৈতমল্ল বঁটা।

আনহাতে, 'তাত নদী নাছিল' উপন্যাসৰ বাবে অসম প্ৰকাশন পৰিষদ বঁটা লাভ।

*'অসমীয়া খবৰ' শুকুৰবাৰ, ১৪ ফেব্ৰুৱাৰী, ২০০৩*

# অজান্তিমুলুকলৈ উৰি গ'ল যাযাবৰী মৌ

ড° ভূপেন হাজৰিকা

অসমীয়া সাহিত্যাকাশৰ পৰা খহি পৰিল আৰু এটি উজ্জ্বল-সুজ্জ্বল-সমুজ্জ্বল জ্যোতিষ্ক। ভাষা-জননীক জগত সভালৈ নিয়া ক্ষণজন্মা মনীষীসকলৰ অন্যতম এই মেদিনী চৌধুৰী। 'ফেৰেংগাদাও'ৰ জৰিয়তে বিষ্ণু ককাইদেউক নতুনকৈ আৱিষ্কাৰ কৰাৰ অৱকাশ দিলে এ চি এছ বিষয়া মেদিনী চৌধুৰীয়ে। দুই-এবছৰৰ ডাঙৰ-সৰু হ'ম আমি দুয়ো। খাৰাংখাচ কথা কয়- ভীষণ জেদী আৰু আত্মাভিমানী। কি নাছিল তেওঁৰ? মূৰত পোকো সোমাইছিল ৰাজনীতিৰ- যিদৰে ৰাজনীতিৰ পোকে অহৰহ মগজুত কিলবিলাই থকাৰ বাবে মই নাওবৈচাত নিৰ্বাচন খেলিছিলো। মই জিকিলো তেওঁ হাৰিল - সেই কথা কৈ তেওঁ মোক প্ৰায়ে জোকাইছিল যে অহা জনমত গীত গাব নোৱাৰিলে, গায়ক-শিল্পী বা সুৰৰ যাদুকৰ হ'ব নোৱাৰিলে তেওঁ কেতিয়াও নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা নকৰে। ক্ৰমাৎ তীব্ৰ হৈ পৰা গোষ্ঠীদ্বন্দ্ব, জনজাতীয় ৰাইজৰ ক্ষোভ-অসন্তোষ আৰু মধ্যবিত্ত অসমীয়া সমাজৰ বৰচুৰিয়াৰ ফেৰ্ৰৰ আঁৰৰ ৰহস্য মেদিনী চৌধুৰীয়ে বাৰুকৈয়ে জানিছিল। দুৰ্দম সাহস আছিল চৌধুৰীৰ। অজেয় ব্যক্তিত্ব আছিল তেওঁৰ। তৎসত্বেও এই অকুতোভয় মানুহজনৰ অজাতশত্ৰু নাছিল। শত্ৰু আছিল ঠিকেই, কিন্তু শত্ৰুৰে মোকাবিলা কৰাৰ, শত্ৰুক নিৰস্ত্ৰ আৰু নিপাত কৰাৰ মহামন্ত্ৰ জানিছিল মেদিনী চৌধুৰীয়ে। গোৰেশ্বৰৰ ৰামছা গাঁৱৰ মেদিনী এদিন অসমৰ মেদিনী হ'ল। ভাৰতৰ মেদিনী হৈ পৃথিৱীৰ হ'বলৈ গৈ থকাৰ সময়তে হঠাৎ অসমৰ সাংস্কৃতিক জগতৰ শিঞ্জনপূৰ্ণ বাৰিদৰ পৰা খহি পৰিল এই প্ৰখৰ দীপ্তিমান উল্কাৰ টুকুৰাটি। পচোৱা যুগৰ সন্তান আছিল মেদিনী, আছিল ৰামধেনু যুগৰ অন্যতম স্ৰষ্টা। 'বগুকা বেহাৰ'ৰ পৰা 'যাদুঘৰৰ কীৰ্তিমুখ'লৈ, 'খোলাকটিৰ তাল'ৰ পৰা 'য়াংজু নদীৰ পাৰ'লৈ আৰু 'অনন্য প্ৰান্তৰ'ৰ পৰা 'বিপন্ন সময়'লৈ অৰ্ধ-শতিকাজোৰা মেদিনীৰ সাহিত্যৰ ভঁৰালত নিতৌ জমা হৈছিল নতুন নতুন সম্পদ। গুৰুজনাৰ কীৰ্তনঘোষা আৰু হাজাৰী ঘোষাৰূপে জনাজাত নামঘোষাৰ সম্পাদনাও কৰিছিল 'সূত্ৰধাৰ'ৰ সম্পাদনাৰ দায়িত্ব লোৱা চৌধুৰীয়ে। সাংবাদিক, ৰাজনীতিক আৰু সমাজবিশ্লেষক চৌধুৰী আদৰ্শ পিতৃ আৰু সফল স্বামী হোৱাৰ উপৰি এজন দক্ষ প্ৰশাসনীয় বিষয়াও আছিল। কাকো কোনো কথা ক'বলৈ পৰোৱাই নকৰিছিল তেওঁ- যদিহে সেই কথা ক'ব লাগে বুলি তেওঁ নিজে পতিয়ন গৈছিল। গোৱালপাৰাত ২০১ টকা মাহিলি বেতনত লোভনীয় এছ ডি চিৰ চাকৰি কৰি থকাৰ সময়তো তেওঁ সুখৰ সঁফুৰা বিচাৰি, পাৰ্থিব বিলাসৰ উজু পথ বিচাৰি হাবাথুৰি খোৱা নাছিল। দৰাচলতে আজন্ম সংগ্ৰামী চৌধুৰীয়ে কস্মিনকালেও পৰিস্থিতিৰে মোকাবিলা কৰা নাছিল, কাৰো ওচৰত সেও মানি শিৰনত কৰা নাছিল। সেয়া অন্য এক মেদিনী। চীনৰ ছাত্ৰ আন্দোলন, নেতা গঢ়াৰ কৌশল, সৰ্বভাৰতীয় ভক্তি আন্দোলনৰ প্ৰেক্ষাপটত শংকৰদেউৰ অৱলোকন আৰু বড়ো-ডিমাচাকে ধৰি বুঢ়ালুইত আৰু সুৰমাৰ বিস্তীৰ্ণ দুটি পাৰত সিঁচৰতি হৈ থকা বহুজনৰ পোৱা-নোপোৱাৰ বেদনা তথা প্ৰত্যাশা আৰু প্ৰাপ্তিৰ হিচাপ-নিকাচৰ খবৰ ৰখাৰ আহৰিও পাইছিল মেদিনী চৌধুৰীয়ে। তেওঁৰ ইচ্ছা আছিল

গোটেই জীৱনটো, পাৰিলে মৃত্যুৰ পিছতো উৰণীয়া মৌ হৈ ঘূৰি ফুৰাৰ- বেদুইনৰ দৰে পর্বতে-কন্দৰে, গুহাই-গহ্বৰে আৰু দেশৰ অৰঙে-দৰঙে ঢপলিয়াই ফুৰাৰ। এই ইচ্ছা কিন্তু উদ্দেশ্যবিহীন নহয়। নেদেখাক দেখাৰ, নিচিনাক চিনাৰ আৰু নুবাজাক বুজাৰ দুৰ্বাৰ আকাংক্ষা থকাৰ বাবেই মেদিনীৰ মনে ঢাপলি মেলিছিল দূৰ-দূৰণিলৈ, চুই চাব খুজিছিল পৃথিবীৰ সীমনা, গোটাব খুজিছিল দিগন্তত বিলীন হোৱা ৰামধেনুৰ ৰং। সদায় নিজ কক্ষপথেৰে গতি কৰা গ্ৰহটো যেন আজি কক্ষচ্যুত হ'ল। মহাশূন্যত বিলীন হৈ পৰা এই গ্ৰহৰ উত্তাপে শীতৰ সেমেকা ৰাতিতো সহস্ৰজনক দিব প্ৰেৰণাৰ উমাল পৰশ।

*ড° ভূপেন হাজৰিকাই শোকবিহ্বল আভাসেৰে লিখিলে এটি উজ্জ্বল-সুজ্জ্বল-সমুজ্জ্বল জ্যোতিষ্ক অসমীয়া সাহিত্যকাশৰ পৰা খহি পৰিল। 'অজান্তিমুলুকলৈ উৰি গ'ল যাযাবৰী মৌ'। শেষত লিখিলে - 'মহাশূন্যত বিলীন হৈ পৰা এই গ্ৰহৰ উত্তাপে শীতৰ সেমেকা ৰাতিতো সহস্ৰজনক দিব প্ৰেৰণাৰ উমাল পৰশ।*

# মেদিনী চৌধুৰীৰ স্মৃতিত

## শ্ৰদ্ধাঞ্জলি

**গিৰিশ চৌধুৰী**

এই সুন্দৰ বিনন্দীয়া পৃথিৱী এৰি এদিন সকলোৱেই যাব লাগিব - ইয়াতকৈ নিৰ্মম সত্য আৰু কি আছে। ভাবিলে মনটো বিষণ্ণ হৈ পৰে যে আজিৰ পৰা এশ বা এশ দহ বছৰ আগতে যিসকল লোকে জন্মগ্ৰহণ কৰিছিল তেওঁলোকৰ এজনো আজি এই পৃথিৱীত জীয়াই নাই। তেওঁলোকেও এই সুন্দৰ বিনন্দীয়া পৃথিৱীখন ভাল পাইছিল, তেওঁলোকেও তেওঁলোকৰ আত্মীয়-স্বজন, পুত্ৰ-কন্যা-ভাৰ্যাক ভাল পাইছিল কিন্তু কাৰো টানেইটো তেওঁলোকক ৰাখিব নোৱাৰিলে। যিজন আঁতৰি যায় - তেওঁ পৃথিৱী এৰি গ'লে এটা পৰিয়ালৰ এটি সংখ্যাৰ মানুহৰ বহুত ক্ষতি হয় - কিন্তু একো একোজন এনে মানুহো আছে, যিজন আঁতৰি গ'লে তেওঁৰ আত্মীয়-স্বজনৰেই যে ক্ষতি হয়, তেনে নহয়, ক্ষতি হয় কেতিয়াবা সমগ্ৰ দেশৰ, ক্ষতি হয় তেওঁৰ জন্মস্থানৰ, তেওঁৰ জন্মভূমিৰ। ঠিক তেনেদৰেই আজি অনুভৱ কৰিছো - যিদৰে বহুতো কৃতী লেখক, কৃতী পণ্ডিতে আমাৰ এই অসমখন এৰি যোৱাৰ বাবে প্ৰভূত ক্ষতি আমাৰ এই সৰু প্ৰদেশখনে স্বীকাৰ কৰিছে - তেনেদৰেই আজি ক্ষতিগ্ৰস্ত হৈছে - অসমখন - মেদিনী চৌধুৰীৰ দৰে এজন প্ৰতিভাৱান সাহিত্যিকক হেৰুৱাই এই অপূৰণীয় ক্ষতিয়ে আমাৰ সাহিত্য জগতখনক এক প্ৰচণ্ড আঘাত দি থৈ গ'ল - তেওঁৰ পৰা আৰু বহু পাবলৈ বাকী থাকোতেই অসমী আইৰ কোলা শূন্য কৰি তেওঁ চিৰকাললৈ গুচি গ'ল। স্তব্ধ হৈ গ'ল তেওঁৰ সেই 'কলম', যি কলমে আজি কেইবা যুগ ধৰি অসমৰ সাহিত্য জগতক সমৃদ্ধ কৰি ৰাখিছিল। এনে অপূৰণীয় ক্ষতি অসমে বহুবাৰ বহুজনৰ বাবে স্বীকাৰ কৰিবলগীয়া হৈছে। এমুঠি তেনে বুদ্ধিদীপ্ত লেখাৰ পৰা বহুবাৰ আমি বঞ্চিত হৈছো।

মেদিনী চৌধুৰীৰ বয়স হৈছিল ৭৬ বছৰ। তেওঁৰ জন্ম হৈছিল ১৯২৭-ত কামৰূপ জিলাৰ এখন ভিতৰুৱা গাঁৱত - ৰামছা গাঁৱত। পিতৃ মৌজাদাৰ হিতৰাম চৌধুৰী আৰু মাতৃ সৰলাবালা চৌধুৰীৰ অপত্য স্নেহৰ সৌভাগ্য লৈয়েই তেওঁ ডাঙৰ-দীঘল হৈছিল। প্ৰাথমিক শিক্ষা গ্ৰহণ কৰিছিল ওচৰৰে গাঁৱৰ পঢ়াশালিত। পাছলৈ নলবাৰী গৰ্ডন স্কুলৰ পৰা সুখ্যাতিৰে মেট্ৰিক পাছ কৰি গুৱাহাটীৰ কটন কলেজত ভৰ্তি হয়হি ১৯৪৫ত। কটনৰ পৰাই তেওঁ স্নাতক ডিগ্ৰী লয় ১৯৪৯ত। পাছত স্নাতকোত্তৰ শ্ৰেণীত আৰু আইন পঢ়িবলৈ ভৰ্তি হোৱাৰ অলপ দিনৰ ভিতৰতে পিতৃ বিয়োগ হোৱাত বিদ্যা অৰ্জন সিমানতে সামৰিবলগীয়া হয়। ১৯৪৫ৰ পৰা ১৯৪৯ৰ ভিতৰত মেদিনীৰ স'তে আমাৰ সম্পৰ্ক গঢ়ি উঠে। ১৯৪৫ত যেতিয়া তেওঁ প্ৰথম বাৰ্ষিকত পঢ়িবলৈ লয় তেতিয়াই তেওঁ প্ৰথমবাৰৰ বাবে সেই বছৰৰে জুলাই নে আগষ্টত আমাৰ পৰিয়ালৰ স'তে বিশেষ বন্ধুত্ব থকা বৰমাৰ এজন গান্ধীবাদী কংগ্ৰেছ কৰ্মীৰ স'তে আমাৰ ঘৰলৈ আহে। সেই শান্ত-সৌম্য কংগ্ৰেছ কৰ্মীজনক আমি আটায়ে সুৰেনকা বুলি মাতিছিলো। মাথো আমাৰ ঘৰৰেই নহয় - বৰমাৰো

বহুতেই সুৰেনকা বুলিয়েই সম্বোধন কৰিছিল। তেওঁৰ উপাধিতো কি আছিল পাহৰি গৈছো, জনাৰ সুবিধা আৰু আৱশ্যক হোৱা নাছিল। কাৰণ তেওঁ কংগ্ৰেছ কৰ্মী হিচাপে আমাৰ ঘৰখনৰ তেনেই আপোন আছিল। পাছলৈ তেওঁ বোধকৰো এম এল এও হৈছিল। 'বোধকৰো' লিখিছো এই কাৰণেই - স্মৃতিৰ বিভ্ৰমত সেই কথাও মই পাহৰি গৈছো। ইয়াৰ উপৰি মোৰ এগৰাকী বাইদেউ সৰোজা চৌধুৰী দেৱানে সামাজিক কামত, মহাত্মা গান্ধীৰ আদৰ্শৰে জীৱন কটোৱা বাইদেউৰে বৰমাৰে ভাগুৰীজী নামে খ্যাত এজন ঋষিতুল্য কংগ্ৰেছ কৰ্মীৰ নিৰ্দেশ অনুযায়ী বৰমাৰ গাঁওসমূহত কাম কৰি ফুৰিছিল। সেই সূত্ৰেও মেদিনীহঁতৰ ঘৰখনৰ লগত পৰিচয় হৈছিল। তদুপৰি মেদিনী আৰু তেওঁৰ পৰিয়ালো স্বাধীনতা আন্দোলনৰ প্ৰতি উৎসৰ্গিত পৰিয়াল আছিল। ইয়াৰ উপৰি সেই অঞ্চলৰে মহিম দাস নামৰ এজন ডেকা 'কৰ অধীক্ষক' - মোৰ ভাগিনী এগৰাকীক বিয়া কৰোৱা বাবে মোৰ ভাগিন-জোঁৱাই হৈছিল। এইবোৰ নানা কাৰণতে সৰুকালৰ সেই প্ৰথম বাৰ্ষিকৰ মেদিনী আমাৰ ঘৰৰ ল'ৰা হৈ পৰিল। দেখা গ'ল মেদিনী মোতকৈ সাত বছৰৰ সৰু, মোৰ ভাই অনিলতকৈ দুই বছৰৰ সৰু আৰু আমাৰ লগতে, মাৰ লগতে ডাঙৰ হোৱা মোৰ ভাগিন মাখনতকৈ মেদিনী দুবছৰৰ ডাঙৰ আছিল। প্ৰসংগতঃ অনিল, মাখন আৰু মই তিনি ভাইৰ দৰে আছিলো। মোৰ স'তে একেখন বিছনাতে শুই ডাঙৰ হৈছিলো। মেদিনীও আহি যেন চাৰি ভাইৰ দৰে হৈ পৰিল। সেই সৰু কালৰে পৰা মেদিনীৰ কথা-বতৰা, গল্প কৈ 'জমাব' পৰা শক্তি অদ্ভুত আছিল। তাৰ উপৰি মাৰ আৰু এটি পুত্ৰৰ দৰে - বজাৰ-সমাৰ কৰি দিয়াৰ পৰা সকলো কথাতে মাৰ ওচৰে ওচৰেই আছিল। আনপিনে মোৰ ভাগিন-ভাগিনীসকলৰ হৈ পৰিল 'মেদিনী মামা'। প্ৰতি ৰবিবাৰেতো আহিছিলেই - সপ্তাহত তিনি-চাৰিবাৰ আহি আমাৰ ঘৰত হুলস্থূলকৈ থকাটো নিয়ম হৈ পৰিছিল। সেই সময়ত বিশেষকৈ ৪০ৰ দশকত মই আৰু অনিল লগতে মাখনো গুৱাহাটীত থিয়েটাৰ লৈ খুব বেছি ব্যস্ত হৈ আছিলো। ৰিহাৰ্চেল, মঞ্চত, অভিনয় লৈ আমি সদাব্যস্ত আছিলো। মেদিনীও আহি আমাৰ স'তে যোগ দিলে - থিয়েটাৰৰ যাবতীয় কামত আমাক সহায় কৰিবলৈ ধৰিলে। বাহিৰৰ মানুহে ভাবিবই নোৱাৰা হ'ল যে মেদিনীৰ স'তে আমাৰ তেজৰ সম্বন্ধ নাই। কাৰণ আমিও চৌধুৰী - মেদিনীও চৌধুৰী। গতিকে, প্ৰায়েই আমাক ভাই-ভাই বুলিয়েই ধৰি লৈছিল। মেদিনীৰ আমাৰ অপৰিহাৰ্য অংগ হৈ পৰিল। বাইদেউহঁত, ভাগিন-ভাগিনীবোৰ মেদিনীপ্ৰাণ হ'ল। এসপ্তাহ নাহিলেই হুলস্থূল লগাই দিছিল - মেদিনীয়ে কৈফিয়ৎ দি 'তত্' নাপাইছিল। মেদিনীৰ হাঁহি উঠা কথাবোৰ, যাক আমি ফুচুৰী কথা বুলি কওঁ, মনত পৰিলে এতিয়াও হাঁহি উঠে- আৰু সি যে আজি এই পৃথিৱীত নাই- সেই কথা পাহৰি যাওঁ, মনত পৰিলে বুকুখন ভাগি যোৱা যেন হয়। এই সম্পৰ্কতে মেদিনীয়ে মৃত্যুৰ দিনলৈকে মোক 'ডাঙৰ দাদা' আৰু অনিলক 'সৰু দাদা' বুলি মাতিছিল। অনিল গ'ল ২০০০ত, মেদিনী গ'ল ২০০৩ত আৰু মাখন গ'ল ১৯৯৯ চনত। মাথোঁ মই ৰৈ আছো মহাকালৰ নিৰ্দেশৰ অপেক্ষাত।

১৯৪৯ ত আমি যেতিয়া সহঅভিনয় প্ৰৱৰ্তন কৰো, অৰ্থাৎ মহিলা শিল্পীক মহিলাৰ চৰিত্ৰ ৰূপায়িত কৰিবলৈ আনো, তেতিয়া সকলো ক্ষেত্ৰতে মেদিনী আছিল আমাৰ লগে

লগে, ছাঁৰ দৰে। মেদিনী আমাৰ স'তে আছিল সৰ্বক্ষণ। ১৯৯৫ৰ অক্টোবৰৰ ১৯ আৰু ২০ তাৰিখে যেতিয়া গুৱাহাটীৰ ৰাজহুৱা ৰংগমঞ্চত অৰ্থাৎ আৰ্যনাট্যত পূৰ্ণাংগ সহ অভিনয় অনুষ্ঠিত হ'ল - সেই আনন্দমেলাত আমাৰ লগতে মেদিনীও উৰুলিকৃত হৈ পৰিছিল। আৰু যেতিয়া ৰক্ষণশীল সমাজে সকলোকে মঞ্চলৈ অনা বাবে আমাক নানা ধৰণৰ কটুবাক্যৰে, অশালীন ভাষাৰে কাগজে-পত্ৰে, সভাই-সমিতিয়ে বক্তৃতা দি আমাক নগুৰ-নাগতি কৰিলে, তেতিয়া আমিও কঁকালত টঙালি বান্ধি সেই ৰক্ষণশীল ব্যক্তিসকলৰ বিষয়ে লিখি, বিবৃতি দি তেওঁলোককো থকা-সৰকা কৰিলো, তেতিয়াও সেই দুৰ্দিনত মেদিনী আছিল আমাৰ লগতে - আমাৰ সৌঁহাতস্বৰূপ হৈ। সেই সুন্দৰ অতীত, সুমধুৰ। অতীত আজিও মনত পৰে। মৃত্যুৰ ছমাহ আগতেও মেদিনীয়ে সেই দিনবোৰৰ কথা সুঁৱৰিছিল দুখ-আনন্দ-বেদনাৰে। মেদিনীৰ স্মৃতিশক্তি আছিল প্ৰখৰ। সেই বাবেইতো মেদিনী হৈ পৰিছিল প্ৰথম শ্ৰেণীৰ কথাশিল্পী। সেই কাৰণেইতো মেদিনীয়ে নিজকে আজি অমৰ কৰি ৰাখিব পাৰিছে - তেওঁৰ সেই অতুলনীয় লেখাৰ মাধ্যমেৰে। নিৰ্ভীক, যুক্তিবাদী মেদিনীৰ যুক্তি, মেদিনীৰ সেই পুৰণি দিনৰ স্মৃতিৰ কাহিনী- সকলোবোৰেই আজি হৈ আছে অসমৰ সাহিত্য জগতৰ এক অমূল্য সম্পদ। মেদিনীৰ সেই অতুলনীয় লেখা, তেওঁৰ কলমৰ শক্তিৰ কথা মই আজি লিখিব খোজা নাই- কাৰণ সেই কথা লিখি শেষ কৰিব নোৱাৰো- কৈ শেষ কৰিব নোৱাৰো। মই মাথোঁ মেদিনীৰ সেই সৰু সৰু কথাবোৰহে আজি মোৰ স্মৃতিৰ পটত জিলিকি থকা বাবে তেওঁৰ জীৱনৰ আন কথাবোৰহে উল্লেখ কৰি গৈছো। গতিকে এইটো নিবন্ধ নে বিলাপ নিজেই ক'ব পৰা নাই। প্ৰখৰ স্মৃতিৰ কথা কওঁতে এটা কথা বৰকৈ মনলৈ আহিছে। ২০০১ ত মোৰ জন্মদিন পাতিছিল গুৱাহাটীৰ লক্ষ্মীৰাম বৰুৱা সদনত। বক্তাৰ ভিতৰত মেদিনীও আছিল এজন। তেওঁ বক্তৃতা দিবলৈ উঠি- আমাৰ ঘৰৰ, আমাৰ পৰিয়ালৰ- অতি সৰু সৰু কথাবোৰ, সৰু সৰু ঘটনাবোৰ এনেদৰে বিবৃত কৰিছিল যে শ্ৰোতা-ৰাইজ অবাক হৈ পৰিছিল। মেদিনী চৌধুৰীয়ে আমাৰ ঘৰৰ কথা কেনেকৈ ইমান বহলভাৱে জানিছিল। আমাৰ ঘৰৰ লগুৱাজনৰ কথা, মোৰ পিতৃৰ কিছুমান কথা, মোৰ ভিনিহিদেউ এজনৰ কথা, আমাৰ পাগঘৰৰকথা- ইত্যাদি। সকলো কথা এনেদৰে কৈছিল- ইমান সুন্দৰ আৰু বহলভাৱে উপস্থাপন কৰিছিল যে মই নিজেও আচৰিত হৈ পৰিছিলো, কাৰণ সেইবোৰ কথা মই নিজেও পাহৰি গৈছিলো। আমাৰ পৰিয়ালৰ সম্পূৰ্ণ ইতিহাস যেন তেওঁৰ কণ্ঠস্থ।

তাৰ পাছত মেদিনীৰ কৰ্মময় জীৱন আৰম্ভ হ'ল। প্ৰথমে শ্বিলঙৰ সচিবালয়ত, তাৰ পৰা এৰি আহি সাংবাদিক হিচাপে গুৱাহাটীত 'শান্তিদূত' কাকতত। তাৰ পাছত অধুনালুপ্ত আন এখন কাকত 'নতুন অসমীয়া'ৰ স'তে জড়িত হৈ পৰিল। মেদিনীৰ গল্প কাকতে-পত্ৰে, আলোচনীত প্ৰকাশ পাবলৈ ধৰিলে। তেওঁৰ ভিতৰত থকা সাহিত্যিক মেদিনী যেন জাগি উঠিল। ইতিমধ্যে মেদিনী অসম চৰকাৰৰ প্ৰশাসনীয় বিভাগৰ বাবে পৰীক্ষা দি উত্তীৰ্ণ হৈ- মেদিনী 'মাটি হাকিম' হ'ল। হাকিম হৈ এনেদৰেই মেদিনী দোপত-দোপে প্ৰশাসনীয় চাকৰিত আগুৱাই গৈ থাকিল। কাছাৰীত হাকিম হৈ থকা অৱস্থাত আমাৰ ঘৰলৈ আহি কাছাৰীত ঘটা নানা আমোদজনক ঘটনাৰ কথা, আমোদজনক মোকৰ্দমাবোৰৰ

কথা গল্প ক'ৰি আমাৰ ঘৰখন উজলাই ৰাখিছিল। তাৰ পাছত মেদিনী টংলাৰ আঢ্যৱন্ত ঘৰৰ জীয়ৰী প্ৰণতিৰ স'তে বিবাহ পাশত আবদ্ধ হ'ল। আমি আটায়ে মেদিনীৰ বোৱাৰীক পাই অতিকৈ ৰং পালো। গৃহী মেদিনী কিন্তু সেই আগৰ দৰেই ৰঙীয়াল, ধেমেলিয়া হৈয়েই থাকিল- ঘৰলৈ আহিলে ভাবেই নহৈছিল তেওঁ যে এজন দায়িত্বশীল, সুনাম থকা প্ৰশাসনিক বিষয়া- বৰ হাকিম। ১৯৫৮ ত শিৱসাগৰত 'হাকিম' হৈ কাম কৰা অৱস্থাত মই গৈ প্ৰায় তিনি দিন মেদিনীৰ নতুন সংসাৰত আছিলো। তাত সংগীত নাটক একাডেমীৰ সৌজন্যত এখন সংগীত উৎসৱ হৈছিল। তালৈ মই অসম শাখা সংগীত নাটক একাডেমীৰ প্ৰতিনিধি হৈ গৈছিলো। পাকিস্তানৰ পৰা শাস্ত্ৰীয় সংগীতৰ দুজন ভাই-ককাই তালৈ সংগীত পৰিবেশন কৰিবলৈ আহিছিল। মই সংগীত নাটক একাডেমীৰ তৰফৰ পৰা যোৱা মানুহ হিচাপে মোক হোটেলত ৰখাৰ ব্যৱস্থা কৰিছিল। কিন্তু মেদিনীয়ে মোক হোটেলত থাকিব নিদি তেওঁৰ ঘৰলৈ লৈ গ'ল। ন-বোৱাৰীৰ সেই তেতিয়াৰ আতিথেয়তাৰ কথা, বৰজনা হিচাপে প্ৰদৰ্শন কৰা তেওঁৰ ব্যৱহাৰৰ কথা, মই আজিও পাহৰিব পৰা নাই- যি ব্যৱহাৰ আজিও, এতিয়ালৈকে কৰি আছে। তেওঁ মই বাহিৰলৈ ওলাই যোৱা সময়ছোৱাতে মোৰ গেঞ্জি, কাপোৰ সকলো কাপোৰ ধুই-নিকা কৰি আনকি মোৰ 'জোতা'কেইযোৰামচি-কাচি যথাস্থানত থৈ দিছিল। সেই সকলো কথা যেন আজিও মোৰ চকুৰ আগত ভাহি আছে।

দিন গ'ল, বহু বছৰ হৈ গ'ল, মেদিনী নাম কৰা লেখক-সাহিত্যিক হ'ল। সাহিত্য জগতৰ এটি উজ্জ্বল নক্ষত্ৰ হৈ পৰিল। মেদিনীৰ কলমনিঃসৃত- সৃষ্টিৰ আহ্বান জমি উঠিল। তেওঁ লিখা অবিস্মৰণীয় কেইখনমান কিতাপ ফেৰেংগাদাও, বণ্ডকা বেহাৰ, অনন্য প্ৰান্তৰ, বিপন্ন সময়, চীন ভ্ৰমণ কৰি আহি লিখা - 'যাংজু নদীৰ পাৰ' ইত্যাদি। এইবোৰ আজি অসমৰ সাহিত্য জগতৰ অমূল্য সম্পদ, জাতীয় সম্পত্তি। তাৰ উপৰি তেওঁ লিখা ২২ খন ডাঙৰ উপন্যাস, তিনিখন ভ্ৰমণ কাহিনী, ৮০ টাৰো অধিক মনোৰম গল্প আৰু কেইবাশও প্ৰবন্ধ সাহিত্যৰ এই মেটমৰা ভঁৰাল- আমাৰ সেই কথাই কথাই হঁহুৱাব পৰা ধেমেলিয়া চিন্তাবিদ মেদিনীয়ে আমাৰ বাবে এৰি থৈ সিদিনা চকু মুদিলে। হয়তো আৰু বহুত দিলেহেঁতেন- বহুত দিব পাৰিলেহেঁতেন- কাৰণ অসুস্থ অৱস্থাতো তেওঁৰ কলম স্তব্ধ হোৱা নাছিল- প্ৰথমবাৰ অসুস্থ হৈ চেন্নাইত চিকিৎসা লৈ অলপ সুস্থ হোৱাৰ পাছতো তেওঁৰ চিন্তাগধুৰ প্ৰবন্ধ 'অগ্ৰদূত' কাকতত পঢ়ি তেওঁলৈ মই মোৰ আনন্দ প্ৰকাশ কৰি টেলিফোন কৰিছিলো আৰু লগে লগেই মোক কৈছিল যে ময়ো যেন মোৰ লেখা বন্ধ নকৰো। তেওঁ হেনো অসুস্থ অৱস্থাতো মোৰ লেখা চেন্নাইত পঢ়িছিল। মই মাথোঁ কৈছিলো- তোমাৰ তুলনাত মইনো কি লিখিছো- কি লিখিব পাৰিম। তেওঁৰ প্ৰবন্ধ, তেওঁৰ কিতাপ পঢ়ি প্ৰায়েই মই আৰু মোৰ ভাই অনিলে টেলিফোন কৰিছিলো- আলোচনা কৰিছিলো। ঠিক তেনেদৰে মোৰ সামান্য এটা লেখা কাকতত দেখিলেও মোক টেলিফোন কৰি কৈছিল, 'ডাঙৰদা আপুনি বাৰু কিয় আগৰ পৰা নিয়মিতভাৱে নিলিখিলে- থিয়েটাৰ কৰিয়েই এটা সম্পদৰ পৰা আমাক বঞ্চিত কৰিলে।' মোৰ লেখাক এনেদৰে কোৱাত মই প্ৰায়েই কৈছিলো, 'তুমি মোক ভালপোৱা বাবে সদায়েই মোৰ কথা বেছিকৈ কোৱা...।'

বহু কথা- বহু স্মৃতি আজি মনৰ মাজত জিলিকি উঠিছে। সেই ঘটনাবোৰ যেন

সিদিনাহে মাথোঁ ঘটি গৈছে। শ্ৰাদ্ধৰ চিঠিখন- মেদিনীৰ শ্ৰাদ্ধৰ চিঠিখন- চকুৰ আগত লৈ ভাবিছো- মেদিনীৰ শ্ৰাদ্ধৰ চিঠিও মই চাবলগীয়া হ'ল- মোৰ 'ভাই' মেদিনীৰ! সৌ সিদিনাহে মাথোঁ বিয়াৰ চিঠিখন দেখিছিলো! আকৌ দোহাৰিছো- এই নৱ সহস্ৰাব্দৰ আৰম্ভণিৰে পৰা মোৰ বহু প্ৰিয়জনক হেৰুৱালো- যিসকলক হেৰুৱাই অংগচ্ছেদৰ বেদনা অনুভৱ কৰিছো- আৰু এই মৃত্যুযযযযযযয়ৰ শেষৰ শাৰীত- মই যেন অকলে অপেক্ষা কৰি আছো মহাকালৰ নিৰ্দেশৰ প্ৰতীক্ষাত!

ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাওঁ- আমাৰ সকলোৰে স্নেহৰ মেদিনীয়ে যেন অক্ষয় স্বৰ্গত বাস কৰিবলৈ পায়।

*মেদিনী চৌধুৰীৰ স্মৃতিত দৈনিক অগ্ৰদূতৰ অষ্টম বছৰ ১৩৯তম সংখ্যা মঙলবাৰ ১২ ফাগুন, ১৯২৪ শক ,২৫ ফেব্ৰুৱাৰী ২০০৩ ইং চনৰ কাকতখনত শ্ৰদ্ধাঞ্জলি লিখিলে শিল্পী শ্ৰীযুত গিৰীশ চৌধুৰীয়ে।*

# পঞ্চাশবছৰীয়া স্মৃতি-পটত মেদিনী

**কমল গগৈ**

ওমৰ খৈয়ামৰ ৰুবায়াৎ, জীৱনানন্দ দাসৰ কবিতা পঢ়ি ভালপোৱা বয়সতে মেদিনী (মেদিনীমোহন চৌধুৰী)ক লগ পাইছিলো। মেদিনী মোতকৈ বয়সত সৰু কিন্তু জ্ঞান-বুদ্ধি আৰু প্ৰতিভাৰ দিশৰ পৰা আছিল মোতকৈ ডাঙৰ। সেইকাৰণে সেই ঘন চুলি, ঘূৰণীয়া মুখৰ চুটি-চাপৰ ডেকাজনৰ প্ৰতি মোৰ প্ৰীতিভাব সোনকালে গভীৰ হৈ পৰিছিল। আমাৰ দুয়োটাৰে মনৰ ভাবগতি একে হোৱা বাবে আমি ঘনিষ্ঠ বন্ধু হৈ পৰিছিলো। মেদিনী বা মই কোনোটোৱেই কবি নাছিলো। চুফী দৰ্শনৰো একান্ত অনুৰাগী নাছিলো। তথাপি আমি খৈয়ামৰ কথা সমূহৰ মাজত (ফিটজ্‌জাৰেল্ড অনূদিত) জীৱনৰ বহুতো সত্য বিচাৰি পাইছিলো। সেইদৰে জীৱনানন্দ দাশৰ কবিতাই আমাৰ মনত সুখ-শান্তি লাভ কৰা আশাৰ সঞ্চাৰ কৰিছিল।

আমি একেখন নাৱৰে যাত্ৰী আছিলো। আমি দুয়োটাই জীৱন যুদ্ধত জয়ী হোৱাৰ আশাৰে, উচ্চ শিক্ষা লাভৰ বাবে বিশ্ববিদ্যালয়ত ভৰ্ত্তি হৈছিলো। সেয়া ১৯৫১/৫২ চনৰ কথা। কিন্তু আমাৰ দুয়োটাৰে সমস্যা আছিল একে। আমাৰ পিতৃ পৰিয়ালৰ আৰ্থিক অৱস্থা সচ্ছল নোহোৱা বাবে আমি নিজেই উচ্চ শিক্ষাৰ ব্যয় যোগাৰ কৰি ল'ব লগা হৈছিল। এই বিষয়ত মই মেদিনীতকৈ কিছু উন্নত অৱস্থাত আছিলো। মোৰ এজন স্কুলীয়া বন্ধু আৰু বিশিষ্ট সাংবাদিক প্ৰয়াত নিৰূপ ভূঞাৰ সৌজন্যত মই চন্দ্ৰকুমাৰ আগৰৱালা প্ৰতিষ্ঠিত সাপ্তাহিক অসমীয়াত ভাৰপ্ৰাপ্ত সম্পাদক স্বৰূপে কাম কৰাৰ সুযোগ পাইছিলো। তাৰবাবে পোৱা পাৰিতোষিকে মোৰ আৰ্থিক সমস্যাজনিত উদ্বেগ-উৎকণ্ঠা বহু পৰিমাণে হ্ৰাস কৰিছিল। মেদিনীৰো সমস্যা লাঘৱ হওঁক বুলি 'অসমীয়া'তে উপ-সম্পাদকৰূপে নিযুক্তি দিয়াইছিলো। মেদিনী চৌধুৰীয়ে তেতিয়াৰে পৰা লিখা আৰম্ভ কৰিছিল।

কিন্তু মেদিনী সাংবাদিক হৈ নাথাকিল। বোধহয় টলষ্টয়ে কোৱাৰ দৰে বুজি পালে যে সাংবাদিকতাৰ কাৰবাৰটো ভাল নহয়। (Journalism is a bad business........... journalism is bad because it forces a man to work hastily and makes him eager to forestall others.) সাংবাদিক হ'লে লৰা-লৰিকৈ কাম কৰিবলৈ চাব লাগে যাতে আনক চেৰ পেলাব পৰা যায়। পিছে মেদিনীয়ে সকলো কাম ধীৰ-সুস্থিৰে কৰাৰ ওপৰত গুৰুত্ব দিছিল যাতে বিষয় এটা খৰচি মাৰি পৰ্যালোচনা কৰিব পৰা যায়। যিকেইদিন সংবাদ সেৱাৰ কামত আমি সহযোগী হৈ আছিলো তাৰপৰা মোৰ সেইদৰেই ধাৰণা হৈছিল। সেয়ে বোধহয় সাংবাদিকতাক মোৰদৰে খামুচি ধৰি থাকিবলৈ মেদিনীৰ মত নগ'ল। অৱশ্যে এই বিষয়ত পৰিস্থিতিও আছিল এক অন্তৰায়।

মেদিনী চৌধুৰীৰ সৈতে ঘনিষ্ঠতা থকা বছৰকেইটালৈ মনত পেলালে আজিও নিজক বৰ সজীৱ যেন লাগে। তেতিয়া আমি নানা সমস্যাৰ সমুখতো জীৱনটোক কিমান সহজভাৱে লৈছিলো! অৱশ্যে সেইটো সেইদৰে ভবাৰ বয়সো আছিল। তেতিয়া

পৃথিৱীখনৰ সুন্দৰ ৰূপটোহে আমাৰ চকুত পৰিছিল আৰু কবিৰ দৰে পৃথিৱীৰ মানুহৰ মাজত আমি জীয়াই থাকিবলৈ কামনা কৰিছিলো। সেই সময়তে মেদিনীৰ বহুমুখী প্ৰতিভাৰ উমান পাইছিলো। সিয়ে এজন ভাল গায়ক আছিল তেতিয়াই জানিব পাৰিছিলো। প্ৰশাসনীয় বিষয়াস্বৰূপে বিবিধ জঞ্জালৰ মাজত পৰি বোধহয় চৰ্চা এৰি দিয়াত গায়ক মেদিনী চৌধুৰীজন পিছলৈ হেৰাই গ'ল। কিন্তু পঞ্চাশ বছৰৰ আগতে যিসকলে মেদিনীৰ গান শুনিছিল তেওঁলোকে অকৃত্ৰিমভাৱে স্বীকৃতি দিছিল তেওঁ এজন সুগায়ক। মেদিনীয়ে গোৱা 'মোর গানের শুলাকা, সুরের আকালে মেলেছে শুভ্র পাখা'ৰ সুৰে আজিও মোৰ অন্তৰত স্পন্দন জগায়।

মেদিনীৰ এটা বেয়া গুণ আছিল। সি সকলো মানুহৰে সৎ দিশটোহে দেখা পাইছিল আৰু তাৰে প্ৰশংসা কৰিছিল পঞ্চমুখ হৈ। সকলোৰে ভালটো দেখা গুণৰ বাবে সি জীৱনত কিদৰে উপকৃত হৈছিল নাজানো কিন্তু সাম্প্ৰতিক কালত তেনে গুণৰ যে সমাদৰ নাই সেই কথা জানো। আজিকালি তেনে প্ৰমূল্য আওপুৰণি হৈ পৰিছে। অৱশ্যে মেদিনীয়ে শেষলৈকে নিজৰ নীতি সলনি কৰা নাছিল। কাৰণ সি আছিল আদৰ্শনিষ্ঠ আৰু নিজৰ নীতিত অচল-অটল ব্যক্তি। সি প্ৰশাসনীয় সেৱাৰ কাৰ্যকাল সেইদৰেই অতিবাহিত কৰিলে আৰু অনন্য হৈ ৰ'ল। সি প্ৰকাশ কৰিলে তাৰ প্ৰতিভা সাহিত্য-কৃতিৰ জৰিয়তে।

মেদিনীমোহন চৌধুৰীৰ সাহিত্য চৰ্চাৰ বিষয়ে জ্ঞানীজনে বিশদ আলোচনা কৰিছে আৰু সেইকাৰণে ইয়াত সেই প্ৰসঙ্গ উত্থাপন কৰিব খোজা নাই। কিন্তু এই লেখকজনে যে অসমীয়া সাহিত্যৰ সৌষ্ঠৱ বৃদ্ধিৰ লগতে প্ৰাণৰ কথা প্ৰকাশ কৰিব খুজিছিল সেই কথা সুস্পষ্ট। তেওঁৰ লেখাত অনাদৃত, উপেক্ষিতজনৰ মনোবেদনা প্ৰকাশ পাইছে আৰু তেওঁৰ গ্ৰন্থসমূহ সেইবাবেই সকলোৰে আদৰণীয় হৈছে! এইজন লব্ধপ্ৰতিষ্ঠ সাহিত্যিকৰ সৈতে জীৱনৰ প্ৰায় এটা দশক যথেষ্ঠ ঘনিষ্ঠতাৰে কটাইছিলো বুলি এতিয়া মই গৰ্বও অনুভৱ কৰো।

মেদিনীৰ কথা ওলালে মোৰ খৈয়ামৰ এটা ৰুবাইলৈ মনত পৰে। 'মানুহে দুদিনমানৰ কাৰণে মই/তুমি বুলি কোৱামেলা কৰে। কিন্তু তাতেই শেষ; তাৰ পিছত আৰু তুমি/মই একো নাথাকে।' (Some little talk and hile of me and thee, there ends, And no more of thee and me)। তাহানি চানমাৰি ইউনিভাৰছিটি কলনিত অড্ডা মৰা, গান গোৱা, উজানবজাৰৰ লতাশিলৰ পৰা ঘৰৰ বিছনাত শুই শুই দেশ-বিদেশৰ সমস্যা আৰু ৰাজনীতিৰ বিষয়ে আলোচনা কৰা, গোৱালপাৰাৰ ভাড়াঘৰত একে পৰিয়ালৰ দৰে থকা মানুহ দুটাৰ মাজত তই/মই সম্পৰ্ক আমাৰ অজ্ঞাতসাৰেই শেষ হৈ গ'ল।

প্ৰয়াত কবি আলি চৰ্দাৰ জাফ্ৰীয়ে যথাৰ্থভাৱেই লিখি গৈছে ঃ এইদৰে বসন্ত কাল আহে আৰু যায়; ভোজ-মেলৰ অন্ত নপৰে। কিছুমান আলহী যাব আৰু আন কিছুমান তেওঁলোকৰ ঠাই ল'ব।

# অসমীয়া সংস্কৃতিৰ অন্যতম মহৎ সাধক

## ড° হীৰেন গোহাঁই

মেদিনী চৌধুৰীদেৱৰ লগত মোৰ ব্যক্তিগত ঘনিষ্ঠতা আছিল বুলি দাবী কৰিব নোৱাৰোঁ। তেখেত জীৱনৰ বেছিভাগ সময় চৰকাৰী বিষয়া আছিল আৰু চৰকাৰী বিষয়াৰ লগত মোৰ দৰে মানুহৰ সৌহাৰ্দ্য পৰিস্থিতিয়ে অসম্ভৱ কৰে। অৱশ্যে তেখেতৰ প্ৰতি মোৰ শ্ৰদ্ধা আৰু সন্মান তথা ব্যক্তিগত সদিচ্ছা সদায় আছিল। কোৱা বাহুল্য, তাৰ কাৰণ তেখেতৰ চাকৰি নহয়। এই কথাটোও কৈ থোৱা ভাল যে বহুদিন ওপৰ মহলাৰ চাকৰি কৰিও চৌধুৰীদেৱ ঘৰ, মাটি, গাড়ী, বাৰীৰ প্ৰতি উদাসীন আছিল। আৰু অতি স্বাভাৱিকভাৱেই কোনো নাটকীয় ভংগী অবিহনেই, উদাসীন আছিল। আজিৰ সমাজত সি ক্ৰমে এক ব্যতিক্ৰম, কাকো বুজাই ক'ব নালাগে। চৌধুৰীদেৱৰ আগ্ৰহ আছিল মানসিক তথা বৌদ্ধিক অন্বেষণ আৰু তথ্যৰ প্ৰতি, সাহিত্য-সংস্কৃতিৰ প্ৰতি। তেখেতে অসমৰ সমাজ জীৱনৰ বিভিন্ন দিশৰ বিষয়ে তথ্যৰ জীৱন্ত অক্ষয় ভাণ্ডাৰ আছিল। অসমৰ প্ৰকৃতি, ভূগোল, নৃতত্ত্ব, বুৰঞ্জী, আদি সম্পৰ্কে এনে খৰচি মাৰি অধ্যয়ন কৰা লোক তাকৰ। অসমত বৈষ্ণৱ ধৰ্মৰ প্ৰসাৰ আৰু ইছলামৰ অভ্যুদয় আৰু প্ৰসাৰ, দুয়োটা বিষয়তে তেখেতৰ অধ্যয়ন আছিল বিস্তৃত। এই সকলো অধ্যয়ন আৰু চৰ্চাৰ মাজেৰে এক অনুসন্ধিৎসু, মানৱতাবাদী, উদাৰ মন পৰিস্ফুট হৈছিল। আনহাতে পাণ্ডিত্যৰ চৰ্চাই তেখেতক কেতিয়াও সৰ্বসাধাৰণ ৰাইজৰ পৰা দূৰলৈ লৈ যোৱা নাছিল। তেওঁলোকৰ লগতে সহজে আত্মীয়তা গঢ়ি তুলিব পাৰিছিল তেখেতে। সাহিত্য ক্ষেত্ৰতো 'অনন্য প্ৰান্তৰ', 'বগুকা বেহাৰ', 'তাত নদী নাছিল' আদি কেইবাখনো উপন্যাস আৰু গল্পৰ জৰিয়তে আৰু এক সাৱলীল সমৃদ্ধ অথচ সংযত গদ্যৰ যোগেদি অসমীয়া সাহিত্যৰ আগশাৰীত প্ৰতিষ্ঠিত হৈছিল তেখেত। আটাইবোৰ কাহিনীতে তেখেতৰ ইতিহাসৰ প্ৰতি ধাউতি, সমাজ-চেতনা, নৃতত্ত্বৰ জ্ঞান আৰু সাধাৰণ শ্ৰমজীৱী মানুহৰ প্ৰতি মৰম অনুভৱ কৰিব পাৰি। আৰ্যতত্ত্ববাদী চিন্তা আৰু মননে হেঁচা মাৰি ৰখা অসমীয়া সমাজখনত ঘাইকৈ তেখেতেই বিষ্ণু ৰাভাৰ পিছত সাহসেৰে অৱহেলিত জনজাতীয় ভূমিপুত্ৰসকলৰ অমূল্য অৱদান গৱেষণা কৰি প্ৰচাৰ কৰিছিল, অতিকথা আৰু আখ্যানৰপৰা বহু পৰিমাণে মুক্ত হৈ। বিশেষ বিশেষ জনগোষ্ঠীৰ প্ৰতি শ্ৰদ্ধাৱান হৈও একে সময়তে তেওঁ বহল মনৰ অসমীয়া আছিল। এই কাৰণতে তেখেতে স্বীকৃতি লাভ কৰাত পলম হ'ল। কিন্তু কিছু ভুল-ভ্ৰান্তি সত্ত্বেও তেওঁ এই যুগৰ অসমীয়া সংস্কৃতিৰ অন্যতম মহৎ সাধক বুলি জীৱনৰ শেষ কালছোৱাত স্বীকৃত হ'ল। তেওঁৰ অকাল বিয়োগত ময়ো আন বহুতৰ লগতে সকৰুণ শ্ৰদ্ধা নিবেদন কৰিছোঁ।

*'দৈনিক জনমভূমি', গুৱাহাটী, শুক্ৰবাৰ, ফেব্ৰুৱাৰী ১৪/২০০৩-ত ড° হীৰেন গোহাঁই লিখিলে -*

# মৰ্মাহত, ব্যথিত বিদ্বৎ সমাজ

**মহিম বৰা**

মেদিনী চৌধুৰীৰ লগত মোৰ এম এ ক্লাছত পঢ়ি থকা সময়খিনিতেই চিনাকি হয়। মোৰ সহপাঠী স্বৰ্গীয় যোগেশ দাসৰ ঘৰত প্ৰথম চিনাকি হওঁ। তেওঁৰ সাহিত্যৰ প্ৰতি প্ৰীতি আৰু মোৰো সাহিত্যৰ প্ৰতি আগ্ৰহ। গতিকে আমাৰ তিনিওজনে খন্তেকৰ ভিতৰতে অৰ্থাৎ এদিন-দুদিন লগ পাওঁতেই বন্ধু হৈ পৰিলো। এদিন চৌধুৰীৰ এৰী চাদৰখন লুকুৱাই থৈ তেওঁৰ অৱস্থাটো উপলব্ধি কৰিছিলো যোগেশে-ময়ে। গতিকে আমাৰ বন্ধুত্বও সিমানলৈ গৈছিল। মেদিনী চৌধুৰীয়ে বৰ বঢ়িয়াকৈ কথা ক'ব জানিছিল আৰু তেওঁৰ অধ্যয়নৰ পৰিসৰো বহল। তেওঁৰ ৰচনাৰ এটা বিশেষ ঠাঁচ আছে, সেইটো মই ভাল পাইছিলো, প্ৰশংসাও কৰিছিলো। মই ১৯৫২ চনত লিখা এটা ৰোমাণ্টিক কবিতাৰ প্ৰতিবাদস্বৰূপে তেওঁ আন এটা কবিতা ৰচনা কৰি প্ৰকাশ কৰিছিল। মোৰ কবিতাটোৰ নাম আছিল— 'হঠাৎ মোখৰা হোৱা কলঙৰ পাৰ'। কবিতাটো এতিয়াও বিচাৰি পোৱা নাই। তেওঁ তাৰ প্ৰতিবাদত লিখিছিল— 'আজিনো নীৰব কিয় কলঙৰ পাৰ'। চাকৰি কালত তেওঁ নগাঁৱত থাকোতে আমাৰ ঘৰলৈ তেওঁৰ ল'ৰা-ছোৱালীকেইটা লৈ আহিছিল আৰু আমাৰ সেই সম্পৰ্ক গাঢ় হৈছিল। সু-সাহিত্যিকগৰাকীৰ মৃত্যুৱে মোক আঘাত দিছে। চৌধুৰীৰ আত্মাই চিৰশান্তি লাভ কৰক।

*মহিম বৰাদেৱে অতি বন্ধুৰ মৃত্যুৰ স্মৃতিত এইদৰে লিখিলে শোকাতুৰ হৃদয়েৰে -*

**কেশৱ মহন্ত**

মেদিনী চৌধুৰীৰ দৰে ঘনিষ্ঠ বন্ধুৰ মৃত্যু খুবেই বেদনাদায়ক। তেওঁৰ মৃত্যু মোৰ বাবে ব্যক্তিগত দুঃসংবাদ হোৱাৰ উপৰি অসমৰ সামাজিক জীৱনত তেওঁৰ মৃত্যুয়ে এক শূন্যতাৰ সৃষ্টি কৰিলে। বিশেষকৈ অসমৰ সমাজ জীৱনৰ জ্ঞানৰ বিশাল ভাণ্ডাৰ, যিজনক আমি অসমৰ জীৱন্ত ইতিহাসৰূপে আখ্যা দিব পাৰোঁ। উল্লেখযোগ্য যে মেদিনী চৌধুৰীয়ে সাধাৰণ মানুহৰ জীৱনৰ বিষয়ে গভীৰভাৱে অধ্যয়ন কৰাৰ লগতে বৈষ্ণৱ ধৰ্মৰ সংস্কৃতিৰ জ্ঞানৰ ওপৰতো তেওঁৰ বিশেষ দক্ষতা আছিল। আনহাতে, এখন সুস্থ সবল ৰাজনীতিৰপৰা সদায় নিলগত থকা চৌধুৰীয়ে অসমৰ ভাষা-সাহিত্য তথা সমাজ জীৱনলৈ আগবঢ়োৱা অৰিহণা সদায়ে স্মৰণীয় হৈ ৰ'ব।

**নিৰুপমা বৰগোহাঞি**

উপন্যাসোপম ভ্ৰমণ কাহিনীৰ বাটকটীয়া মেদিনী চৌধুৰীৰ দৰে পৰিশ্ৰমী লেখকৰ সংখ্যা অসমৰ ভাষা-সাহিত্যত খুবেই বিৰল। ইয়াৰ উপৰি অসমৰ ভূগোল, বুৰঞ্জীত মেদিনী চৌধুৰীৰ দৰে জ্ঞানী লেখকৰ সংখ্যা পাবলৈ নাই। তেওঁৰ লগত আমাৰ পাৰিবাৰিক

সম্পৰ্ক থকাৰ লগতে এজন সাহিত্যিক হিচাপেও তেখেতৰ লগত মোৰ এক গভীৰ সম্পৰ্ক আছিল। কিন্তু অতি দুখৰ বিষয় যে মৃত্যুৰ সময়লৈকে ৰাজ্যৰপৰা তেওঁ যোগ্য বঁটাৰপৰা বঞ্চিত হৈ ৰ'ল। দলিত, নিষ্পেষিত মানুহৰ জীৱনক নিজ লেখাৰ মাজেৰে প্ৰতিফলিত কৰা চৌধুৰীয়ে বিভিন্ন বিষয়ত কিতাপ ৰচনা কৰিছিল। মৃত্যু অৱধাৰিত, কিন্তু মেদিনী চৌধুৰীৰ দৰে ব্যক্তিৰ মৃত্যু এক অপূৰণীয় ক্ষতি।

### ড° অমলেন্দু গুহ

প্ৰগতিশীল সমাজৰ স্বপ্ন বুকুত কঢ়িয়াই লৈ ফুৰা মেদিনী চৌধুৰীৰ মৃত্যুত মই খুবেই ব্যথিত। সমাজৰ অৱহেলিত শ্ৰেণীৰ অনুসূচিত জাতি-জনজাতিৰ আকাংক্ষাক প্ৰতিফলিত কৰা চৌধুৰীয়ে নিজে চৰকাৰী আমোলা হৈ থাকোতেই এইচাম লোকৰ কাৰণে সেৱা আগবঢ়াইছিল। কিন্তু স্বীকৃতিৰ ক্ষেত্ৰত জীৱনৰ বিয়লি বেলাহে মেদিনী চৌধুৰীয়ে কিছু বঁটা পাইছিল। বিশেষকৈ ৰোগাক্ৰান্ত অৱস্থাত ত্ৰিপুৰা চৰকাৰে তেওঁৰ লেখাৰ কাৰণে চৌধুৰীক 'অদ্বৈতমল্ল বঁটা' আগবঢ়াইছিল।

# বৈ গ'ল অৱশেষ অমিয়া জোকাৰ

**ড° নগেন শইকীয়া**

আধুনিক অসমীয়া কাহিনী-সাহিত্যিক এটা নতুন মাত্ৰা দান কৰি সাহিত্যৰ এই ধাৰাক সমৃদ্ধ কৰি যোৱা লেখক মেদিনী চৌধুৰী আৰু নাই। এই সংবাদটো সমগ্ৰ ৰাজ্যখনৰ কাৰণেই অত্যন্ত বেদনাদায়ক। দেশৰ অতীত ইতিহাসৰ প্ৰতি আৰু সেই ইতিহাস গঢ়োঁতাসকলৰ প্ৰতি এক গভীৰ সশ্ৰদ্ধ আকৰ্ষণে মেদিনী চৌধুৰীৰ ৰচনাৰ আঁৰত সদায় ক্ৰিয়া কৰিছিল। মেদিনী চৌধুৰীৰ ইতিহাসৰ এই বৃত্তটোৰ মাজত যিদৰে অসমৰ প্ৰত্নতাত্ত্বিক যুগটো সোমাই আছিল, তেনেদৰে আছিল শংকৰদেৱ-মাধৱদেৱৰ কৃতী আৰু কৃতিত্বৰে মুখৰ মধ্যযুগৰ অসম। আৰু তেনেদৰেই আছিল বেজবৰুৱা, জ্যোতিপ্ৰসাদ, বিষ্ণু ৰাভাৰ আধুনিক অসমৰ ইতিহাসো। প্ৰখৰ ইতিহাস-চেতনা, গভীৰ দেশপ্ৰেম আৰু মানৱ-প্ৰেম - এই তিনিওটা উপাদানে চৌধুৰীৰ সাহিত্যত সাহিত্যৰ বৌদ্ধিক আৰু বিষয়গত আধাৰ নিৰ্মাণ কৰি থৈ গৈছে। 'অনন্য প্ৰান্তৰে'ই হওক বা 'বগুকা বেহাৰে'ই হওক, 'ফেৰেংগাদাও'ৱেই হওক বা অতীত কীৰ্তিমুখৰ ইতিহাসেই হওক, সকলোবোৰ ৰচনাৰ মাজত চৌধুৰীৰ বৌদ্ধিক, আনুভূতিক আৰু শৈল্পিক প্ৰতিভাৰ সমন্বিত স্বাক্ষৰ উজ্জ্বলকৈ ফুটি উঠিছে।

অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত বিভিন্ন সামাজিক-সাংস্কৃতিক-ভাষিক-ধৰ্মীয় গোটৰ লোকে কেনে ধৰণৰ ঐতিহাসিক ভূমিকা গ্ৰহণ কৰি গৈছে, সেই সম্পৰ্কেও চৌধুৰীৰ দৃষ্টিভংগী আছিল স্বচ্ছ। উত্তৰ স্বাধীনতা কালৰ অসমীয়া লেখকসকলৰ ভিতৰত ভাব, বিষয় ৰূপ আৰু ৰসবোধৰ নিজস্ব বৈশিষ্ট্যৰে মেদিনী চৌধুৰী এক উজ্জ্বল, ব্যতিক্ৰমধৰ্মী লেখক হিচাপে প্ৰতিষ্ঠিত আৰু সমাদৃত। ষাঠিৰ দশকৰ মাজভাগত চৌধুৰীয়ে সম্পাদনা কৰা 'বছৰৰ গল্প'ৰ যোগেদি তেওঁৰ লগত মোৰ ব্যক্তিগত পৰিচয় স্থাপিত হৈছিল। তেতিয়াৰে পৰা যোৱা প্ৰায় চাৰিটা দশক এই মানুহজনক বিভিন্ন সময়ত লগ পাই আহিছিলো। সকলো সময়তে তেখেতৰ মাজত এটা নীৰৱ আলোড়ন সক্ৰিয় হৈ থকা অনুভৱ কৰিছিলো। অসম আৰু অসমৰ মানুহৰ প্ৰতি একান্তভাৱে দায়বদ্ধ এনে নীৰৱ সাধক কমেইহে আছে। প্ৰায় এমাহৰ আগতে 'নেমকেয়াৰ চিকিৎসালয়'ত চিকিৎসাধীন হৈ থকা দুৰ্বল শৰীৰৰ মানুহজনক দেখি সন্দেহ হৈছিল - তেওঁ আকৌ আগৰ দৰে সক্ৰিয় হৈ উঠিব পাৰিবনে? শৰীৰে আমনি দি থাকিলেও মনটো আছিল তেতিয়াও সক্ৰিয়। আনকি সমসাময়িক ঘটনা-প্ৰৱাহৰ প্ৰতিও আছিল সচেতন। অসম সাহিত্য সভাৰ লখিমপুৰ অধিৱেশন সম্পৰ্কে ওলাই থকা বাতৰিবোৰে তেওঁৰ মনতো অশান্তিৰ সৃষ্টি কৰিছিল। গাৰুৰ পৰা মূৰ নোতোলাকৈয়ে দুৰ্বল কণ্ঠৰে তেওঁ আক্ষেপেৰে কৈছিল - 'সাহিত্য সভাখন কি হৈ গ'ল?'

আজি দুপৰীয়া যেতিয়া সাংবাদিক হীৰেন শইকীয়াই টেলিফোনত সুধিলে - 'মেদিনী চৌধুৰীৰ দেহাৱসানৰ কথা মই জানিছো নে নাই, তেতিয়া উদ্বিগ্নতাৰে ওলাই অহা প্ৰথম প্ৰশ্নটো আছিল - 'কেতিয়া ঢুকাল?' কেইপাহমান বগা ফুল লৈ যেতিয়া মেদিনী চৌধুৰীৰ শৱদেহত অৰ্পণ কৰোঁ, তেতিয়া তেওঁ সুখ-দুখ, মান-সন্মান এই সকলোৰে উৰ্দ্ধত চিৰনিদ্ৰাত

নিদ্ৰিত হৈ আছে। এইগৰাকী অগ্ৰজপ্ৰতিম লেখকৰ স্মৃতিত মোৰ গভীৰ আন্তৰিক শ্ৰদ্ধাঞ্জলি নিবেদন কৰিলো।

*'আমাৰ অসম'*

# বিশেষ গোষ্ঠীভুক্ত নোহোৱা বাবেই উপেক্ষিত হৈ ৰ'ল মেদিনী চৌধুৰী*

**শীলভদ্ৰ**

আজি দুপৰীয়া হঠাতে মেদিনী চৌধুৰীৰ মৃত্যুৰ বাতৰি শুনিয়েই মই মৰ্মাহত হৈ পৰিছো। মোৰ গুৱাহাটীৰ বাসস্থানৰ নাতিদূৰতে তেওঁৰো ঘৰ। সেই সূত্ৰেই তেওঁৰ সৈতে মোৰ বিশেষ ঘনিষ্ঠতা আছিল। অৱসৰৰ সময়ত আমি দুয়োজনে প্ৰায়েই মিলিত হৈ সাহিত্য-সংস্কৃতি, সুখ-দুখৰ কথা পাতিছিলো। কিন্তু আজি হঠাতে তেওঁৰ মৃত্যুৰ বাতৰি শুনি মই মনত বৰ আঘাত পালো। আজি মোৰ মনলৈ বাৰে বাৰে এটা কথাই আহিছে যে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰাৰ বাবে তেওঁ যিখিনি সন্মান পাব লাগিছিল তাৰ পৰা তেওঁ বঞ্চিত হৈছে, তেওঁ উপযুক্ত স্বীকৃতি-সন্মান নাপালে। মোৰ বোধেৰে আচলতে সাম্প্ৰতিক সমাজত এইটো কথা স্পষ্ট যে এক বিশেষ গোষ্ঠীভুক্ত নহ'লে মানুহে জীৱিত কালত উপযুক্ত স্বীকৃতিৰ পৰা বঞ্চিত হয়। মেদিনী চৌধুৰীৰ ক্ষেত্ৰতো সেয়াই হ'ল। মানুহজনৰ বিশেষ বিজ্ঞাপন নাছিল, প্ৰচাৰ নাছিল; সেয়ে হয়তো জীৱিত কালত তেওঁ সন্মান নাপালে। অৱশ্যে এনে এক সময়ৰ মাজতো তেওঁ ১৯৯৯ চনত 'বিপন্ন সময়' নামৰ কিতাপখনৰ বাবে 'সাহিত্য অকাডেমি' বঁটা লাভ কৰিছিল। কিন্তু মই ভাবো, তেওঁৰ ক্ষেত্ৰত সেই সন্মন বহু কম হৈছে। তেওঁৰ সৃষ্টিৰাজিৰ বিশাল ভাণ্ডাৰলৈ চাই তেওঁ আৰু অধিক স্বীকৃতি-সন্মান পোৱাটো উচিত আছিল বুলি মই ভাবো।

*অতি আবেগেৰে 'শীলভদ্ৰ'দেৱে মেদিনী চৌধুৰী বিশেষ গোষ্ঠীভুক্ত নোহোৱাত উপযুক্ত স্বীকৃতি নাপালে বুলি এইদৰে খেদ কৰিলে -*

# হে বন্ধু বিদায় !

**গৌৰী বৰ্মন**

ড° অৰিন্দম বৰ্মন, মোৰ একমাত্ৰ সন্তানৰ জন্মৰ আগদিনা। গোটেই দিনটো দোপালপিটা বৰষুণ, আবেলিৰ পিনে বিজুলী-ঢেৰেকণীৰে ধুমুহা-বৰষুণ আৰম্ভ হ'ল আৰু আৰম্ভ হ'ল মোৰ পৰিবাৰৰ প্ৰসৱ বেদনা। আমি তেতিয়া চানমাৰি কলনিৰ ওচৰত, ৰেডিঅ' ষ্টেচনৰ পিছপিনে এটা ভাড়াঘৰত। ঘৰটোৰ বাকী অংশত থাকে ঘৰৰ মালিকনী, এক বৃদ্ধা মহিলা। সন্তান জন্ম দিয়াৰ অভিজ্ঞতা আমাৰ নাই, বৃদ্ধাক আমি মাহী বুলি মাতো। তেওঁক কথাটো জনালো, মাহীয়ে চাই-চিতি ক'লে- একো ভয় নাই, এয়া false pain ও হ'ব পাৰে। এওঁ বিছনাত পৰি কেঁকাই আছে, মই অসহায়ভাৱে চাই আছো, মাজে মাজে মাহী আহি এওঁক পানী খুৱাইছে, মোৰ লগত আলোচনা কৰিছে, এনে বতৰত ডাক্তৰক খবৰ দিয়া বা মেডিকেললৈ কেনেকৈ নিয়া যায়। একোবাৰ কয়- তই চিন্তা নকৰিবি অ' বোপাই, মই চাম নহয়। গৰম পানী লাগিব, ডেটল লাগিব, কপাহ লাগিব। সেইবোৰ হ'ব বাৰু, কিন্তু ধাই এজনী পোৱা হ'লে।

মাহীৰ কথাত মই বুজি পালো তেওঁ নিজেও খুব এটা সাহস পোৱা নাই। চাওঁতে চাওঁতে ধুমুহা বৰষুণ বেছিহে হ'ল - সময়ো বাঢ়ি বাঢ়ি ৰাতি আঠ বাজিবৰ হ'ল। মই একো এটা ভাবি নোপোৱা হ'লো। তেতিয়া আজি-কালিৰ দৰে ঘৰে ঘৰে ফোনো নাছিল যে কাৰবাক ফোন কৰিব পাৰো। এটা সময়ত মই ছাতিটো লৈ ওলালো, ওচৰতে চৰকাৰী আৰু চি চি বিল্ডিঙত থকা মেদিনী চৌধুৰীৰ ঘৰলৈ, ছাতিটো কামত নাহিল। তিতি-বুৰি মেদিনীৰ ঘৰ পাই সবিশেষ জনালো। তেওঁ চিন্তা কৰিলে, বৌৱে কফি একাপ আনি দিলে, গামোচা দিলে মূৰটো মচিবলৈ। মেদিনী তেতিয়া চৰকাৰী হাকিম, জীপ এখন আছে, কিন্তু ড্ৰাইভাৰ নাই। গতিকে ভাবি-চিন্তি ঠিক কৰিলে ওচৰতে থকা সু-সাহিত্যিক কালিনাথ শৰ্মাৰ তালৈ যোৱাৰ বাবে। তেওঁৰ গাড়ীখনেৰেই এওঁক পাণবজাৰৰ মেডিকেললৈ (বৰ্তমান মহেন্দ্ৰমোহন চৌধুৰী হাস্পতাল) লৈ যোৱাৰ বাবে। বৰষুণত তিতি-বুৰি দুয়ো গৈ শৰ্মাৰ ঘৰ পালো, তেওঁ দাঁতৰ বিষত পৰি আছে, গাড়ীখন দিব পাৰে, কিন্তু তেওঁ এই অৱস্থাত গাড়ী চলাই যাব নোৱাৰে। মেদিনী আৰু মই কোনেও গাড়ী চলাব নাজানো, এতিয়া কি কৰা যায়। শৰ্মাৰ ডেকা ল'ৰাটোৱে আমাক ক'লেহি- মই ড্ৰাইভিং শিকি আছো, তিনি-চাৰি দিনমানহে হৈছে। তথাপি দেউতাই অনুমতি দিলে গাড়ীখন লাহে লাহে নিব পাৰিম নেকি পাণবজাৰলৈ? শৰ্মাই অনুমতি দিলে। চাৰিটা প্ৰাণীৰ প্ৰাণকেইটা হাতৰ মুঠিত বান্ধি আমি যাত্ৰা আৰম্ভ কৰিলো, মনত উৎকণ্ঠা আছিল যদিও আমি সুকলমে মেডিকেল পালোগৈ। লগে লগে এওঁক ভৰ্তি কৰোৱা হ'ল। মেদিনী আৰু মই বাহিৰত ৰৈ আছো, মই ক'লো- চৌধুৰী, আপুনি যাওঁকগৈ ভাইটিজনক অকলে যাবলৈ দিয়াটো ঠিক নহ'ব'। মেদিনীৰ কথা- আপোনাক অকলে এৰি যাওঁ কেনেকৈ। ওৰে নিশা মেদিনী মোৰ লগতে হাস্পতালৰ বাৰাণ্ডাত কটালে, পুৱাৰাতিৰ পিনে ডাক্তৰ আৰ কে দাস আহিল। ল'ৰা সন্তান এটাৰ জন্ম হ'ল। বৰষুণো কমি আহিছিল। মই

মেদিনীক ঘৰলৈ যাবলৈ ক'লো, ক'ৰবাৰ পৰা মোৰ শাহু আইক খবৰটো জনাবলৈ ক'লো, মোৰ শাহু আইৰ ঘৰত ফোন আছিল। এযাই মেদিনী চৌধুৰী, মোৰ বহু বিপদৰ বন্ধু।

মেদিনীৰ লগত মোৰ প্ৰথম পৰিচয় হয় ১৯৬৬ চনমানত, তেতিয়া মেদিনী কাছাৰীত মাটিৰ হাকিম। পাঠান (নৃপেন) হাজৰিকাই মোক মেদিনীৰ লগত পৰিচয় কৰি দিছিল। প্ৰায় প্ৰতিদিনে তেওঁৰ অফিচত, আবেলিৰ পিনে তেওঁৰ ঘৰত আমি লগ হৈছিলো, সামাজিক-সাংস্কৃতিক নাইবা সাহিত্য বিষয়ৰ বহু কথা পাতিছিলো। এই যে এক এৰাব নোৱাৰা সম্বন্ধ গঢ়ি উঠিল সেয়া আজীৱন চলি আছিল।

যদিও পিছৰ পিনে আমাৰ লগালগি হোৱা কমি আহিছিল, বাৰ্ধক্যৰ বাবে ফোনেৰেই আমি আমাৰ সম্বন্ধ বজাই ৰাখিছিলো। মেদিনীৰ লিখা প্ৰতিখন গ্ৰন্থই মোক অভিভূত কৰিছিল, চলচ্চিত্ৰ নিৰ্মাণৰ কথা কৈছিলো। অৱশ্যে আমাৰ ধনৰ অভাৱৰ বাবেই তেওঁৰ কোনো কাহিনীকে আমি চলচ্চিত্ৰৰূপ দিব পৰা নাছিলো। মোৰ ছবি আৰু লেখাসমূহ মেদিনীয়ে আদৰেৰে অধ্যয়ন কৰিছিল আৰু হাস্য-ব্যঙ্গ ভাষাত সদায় একোটা মন্তব্য দি মোক উৎসাহিত কৰিছিল।

মেদিনী বয়সত মোতকৈ ডাঙৰ যদিও আমাৰ মাজত সদায় সমনীয়া বন্ধুত্বৰ সম্বন্ধ আছিল। বিভিন্ন কাৰণত বিভিন্ন সময়ত আমি লগ হৈছিলো, মেদিনীক কোনো দিনে খং-ৰাগ কৰা নেদেখিলো। আমাৰ মাজৰ কথা-বতৰাবোৰ আছিল সামাজিক, সাংস্কৃতিক আদি বিষয়ৰহে। মেদিনী আছিল মাটিৰ মানুহ, অসমৰ ভিতৰৰা অঞ্চলসমূহো তেওঁ ঘূৰিছিল, তাৰ মানুহখিনিৰ মাত-কথা, দুখ-দৈন্য সকলোবোৰৰ বিষয়ে তেওঁ জানিছিল। তেওঁৰ কথা-বতৰা আৰু লিখাত এই স্থানীয় মানুহৰ সমাজ ব্যৱস্থাৰ মাত-কথাৰ প্ৰভাৱ বাৰুকৈয়ে পোৱা গৈছিল।

১৯৬৮ মানৰ কথা, আমি শ্ৰীমন্ত শংকৰদেৱৰ জীৱনৰ ওপৰত এখনি চলচ্চিত্ৰ নিৰ্মাণৰ কথা চিন্তা কৰিছিলো। চলচ্চিত্ৰ ৰূপ দিয়াৰ আগতে এলানি ছবি আঁকি চিত্ৰ কাহিনী আকাৰত চিত্ৰনাট্যখন সজোৱাৰ কথা ভাবিছিলো। মেদিনীয়ে কথাবোৰ লিখি দি সহায় কৰিছিল। চিত্ৰ কাহিনীখিনি সাজু কৰি এখনি প্ৰদৰ্শনীৰ কথা ভাবিলো। চুডমাৰ্চন হলত প্ৰদৰ্শনী পতা হ'ল। শ্ৰদ্ধেয় মহেশ্বৰ নেওগৰ দ্বাৰা প্ৰদৰ্শনীৰ দ্বাৰ উদ্বোধন কৰা হ'ল। ৰাইজে গ্ৰহণ কৰিলে, আমাৰ সাহস বাঢ়িল। কিন্তু এনে এক ব্যয়বহুল চিত্ৰ নিৰ্মাণ কৰা আমাৰ সাধ্যৰ বাহিৰত। গতিকে পূৰ্ণ দৈৰ্ঘ্যৰ চলচ্চিত্ৰ নিৰ্মাণৰ আগতে এই ছবিবিলাকৰ সহায়তে এখনি কুৰি মিনিটৰ ৰঙীণ তথ্যচিত্ৰ নিৰ্মাণৰ কথা ভবা হ'ল। মেদিনীয়ে ধাৰা বিৱৰণি লিখিলে, ভূপেন দাই তাত কণ্ঠ দিলে, শ্ৰদ্ধেয় ৰুদ্ৰ বৰুৱাই দিলে সংগীত। কেৱল ছবিৰে, গুৰুজনাৰ মুখ নেদেখুৱাকৈয়ে তথ্যচিত্ৰ নিৰ্মাণ কৰা হ'ল। কাকতে-পত্ৰই বহু প্ৰশংসা কৰিলে, নিৰোদ চৌধুৰীয়ে অসমবাণীত লিখিলে, ছবিৰ মাজেৰেই গুৰুজনাৰ জীৱনটো সুন্দৰভাৱে ফুটি উঠিছে, নৰনাৰায়ণৰ ৰাজসভালৈ যোৱা দৃশ্যৰ ঢাপে ঢাপে ছিৰিৰ দৃশ্যটো, জন্মৰ পৰা মৃত্যুলৈকে গুৰুজনাৰ বৈচিত্ৰ পূৰ্ণ ঘটনাৱলীৰ বাস্তৱ ৰূপ দেখি তবধ মানিলো।

এই তথ্যচিত্ৰখন লৈ বিতৰ্কবো সৃষ্টি হৈছিল। শ্ৰদ্ধেয় মিত্ৰদেৱ মহন্তই আমাৰ ছবিখন নোচোৱাকৈয়ে মন্তব্য দিলে- সেই কুলাংগাৰৰ ছবিখন চোৱাৰ আগতে যেন

মোৰ মৃত্যু হয়। নিৰোদ চৌধুৰী, মেদিনী চৌধুৰী আৰু বহুতে, যিসকলে আমাৰ ছবিখন চাইছিল আমাৰ সৎ সাহসৰ প্ৰশংসা কৰিলে। মেদিনীয়ে এখোপ আগবাঢ়ি গৈ ক'লে- ছবিখন নোচোৱাকৈ তেনে মন্তব্য কৰাজনৰ মৃত্যু হোৱাই উচিত, এয়া আপোনাৰ উচিত হোৱা নাই। শেষত অৱশ্যে শ্ৰদ্ধেয় মহেশ্বৰ নেওগ ডাঙৰীয়াৰ মধ্যস্থতাত মহন্ত ডাঙৰীয়াই তেওঁৰ ভুল স্বীকাৰ কৰিলে, আমাৰ ছবিখন চাই প্ৰশংসা কৰিলে আৰু পূৰ্ণ দৈৰ্ঘ্যৰ ছবি এখন কৰাৰ কথা ক'লে। এয়া সম্ভৱ হৈছিল একমাত্ৰ মেদিনী আৰু নিৰোদৰ বাবে।

'দৈনিক অগ্ৰদূত'ৰ জন্ম লগ্নৰ পৰাই আমি আমাৰ কলম লিখিবলৈ আৰম্ভ কৰিছিলো। এই সময়ত মেদিনীৰ লগত আমাৰ লগালগি কমকৈ হৈছিল যদিও ফোনত কথা-বতৰা প্ৰায়েই চলিছিল, বিশেষকৈ দেওবাৰে আমাৰ কলম ওলোৱাৰ পাছত মেদিনীয়ে ফোন কৰি আমাৰ লেখাৰ প্ৰশংসা কৰি কিয় তেওঁৰ ভাল লাগিছে, তেওঁৰ বহুমূলীয়া মন্তব্যৰে আমাক উৎসাহিত কৰিছিল।

আমাৰ প্ৰতিখন গ্ৰন্থ প্ৰকাশ হ'লেই মেদিনীলৈ কপি একোটা পঠিয়াওঁ। তেওঁ পঢ়োতে সময় লয়, কেতিয়াবা আনকি তেওঁৰ ব্যস্ততাৰ বাবে বছৰো বাগৰি যায়। মই সেই বিষয়ে মানে তেওঁৰ মন্তব্যৰ বাবে আৰু অপেক্ষা নকৰো। হঠাৎ হয়তো এটা ফোন আহিব, অন্যান্য কথাৰ মাজতে ক'ব- এখন বৰ ভাল কিতাপ পঢ়িলোহে, নামটোও বৰ সুন্দৰ হৈছে, আপুনি পঢ়িছে নিশ্চয়!

- কোনখন কিতাপৰ কথা কৈছে, মই সোধো।

ঃ 'সুবাসিত সান্নিধ্য'খন আকৌ, বৰ ভাল লাগিছে।

ঃ ছপাৰ ভুল বহুত আছে।

ঃ সেইখিনি আন্দাজেৰে পঢ়ি যাওঁ।

আচলতে আপোনাৰ বিষয়বস্তুবোৰৰ পৰা বহুখিনি নজনা কথা জনাৰ বাবেই মই ভাল পাইছো। আপোনাৰ শিল্পকলা, চলচ্চিত্ৰ এই মাধ্যমবোৰৰ গ্ৰন্থ সাধাৰণতে পঢ়া নহয়তো।

মোৰ 'কেন্দি' নামৰ চলচ্চিত্ৰৰ খবৰটো পঢ়ি তেওঁৰ ইচ্ছা গ'ল মোৰ পথেৰিয়ান কুকুৰজনীক চাবলৈ, তাইৰ নাম কেন্দি আৰু তাইক লৈ মোৰ কেইবাটাও গল্প আছে। কেন্দি গল্পটো পঢ়ি তেওঁ কেন্দিক চোৱাৰ ইমানেই ইচ্ছা প্ৰকাশ কৰিলে যে এদিন মই তাইক তেওঁৰ ঘৰলৈ লৈ গ'লো। মেদিনী আৰু বৌৱে কেন্দিক এটি মানৱ শিশুৰ দৰেই মৰম কৰিলে, গাখীৰ-বিস্কুট খুৱালে। কেন্দিৰ মৃত্যুৰ পাছত যেতিয়া মই তাইৰ মৃত্যুৰ কাহিনী বৰ্ণনা কৰি লিখিছিলো মেদিনীয়ে খুবেই দুখ পাইছিল, ফোনত সমবেদনা জনাইছিল। মেদিনীৰ সান্নিধ্যৰ সুদীৰ্ঘ দিনৰ সকলোবোৰ কথা মই লিখিব পৰা নাই, কথাবোৰ মই ভালদৰে ক'বও পৰা নাই, নাজানো কিয়। মোৰ এই লিখাৰে মাথোঁ দুখেৰে স'তে জনাওঁ- হে বন্ধু, বিদায়।

*দেওবৰীয়া অগ্ৰদূত, ২ মাৰ্চ, ২০০৩, দেওবাৰ পৃষ্ঠা ৩-ত 'গৌৰী বৰ্মনৰ কলম'ত গৌৰী বৰ্মনে লিখিলে - "হে বন্ধু বিদায়।"*

# মেদিনী চৌধুৰী ঃ এক ইম্প্ৰেছন

**ৰংবং তেৰাং**

চৈধ্য ফেব্ৰুৱাৰীৰ কাকতখন মেলিয়েই মোৰ দুচকু থমকি ৰৈছিল চৌধুৰীৰ আলোক-চিত্ৰখনৰ ওপৰত। বৰ বৰ আখৰেৰে লিখা শব্দবোৰ পঢ়ি গৈছিলো ঃ পৃথিৱী এৰি গ'লগৈ কথাশিল্পী মেদিনী চৌধুৰী। আন্ধাৰ ক'লা পটভূমিত বগা আখৰেৰে জিলিকি আছিল- ফেৰেংগাদাও বগুকা বেহাৰ বিপন্ন সময়ত ৰ'ল সৃষ্টিৰ সৌৰভ।

এৰা। অৱশেষত মেদিনী চৌধুৰীও আমাক এৰি গ'লগৈ। চৌধুৰীদেৱৰ ৰঙীণ আলোকচিত্ৰখনৰ পৰা মোৰ দৃষ্টিক সেইদিনাখন আঁতৰাই আনিব পৰা নাছিলো কেইটামান মুহূৰ্তলৈ। পাহৰি গৈছিলো কাকতখনৰ সংবাদে পৰিৱেশন কৰা তেখেতৰ বিষয়ে লিখা বিস্তৃত কথাবোৰ। তেখেতৰ মৃত্যুৰ সংবাদে মোৰ স্তব্ধ কৰি দিছিল। ভাৱাক্ৰান্ত মনেৰে কেৱল চাই ৰৈছিলো- সীমাহীন দিগন্তৰ ফালে, এটি প্ৰশ্নৰে। আমাৰ বাবে এনে দুঃসংবাদ কিয়? 'হস্তীৰ কন্যা' পদ্মশ্ৰী প্ৰতিমা বৰুৱা পাণ্ডেৰ মৃত্যুৰ শোক নৌযাওঁতেই চৌধুৰীৰ মৃত্যুৰ বাতৰি আমালৈ কিয়?

এৰা, আমাৰেই দুৰ্ভাগ্য। অসমৰ অন্য এগৰাকী কথাশিল্পী আমাৰ মাজৰ পৰা আঁতৰি গ'ল, ঠিক ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ দৰেই। এই লেখা লিখা মুহূৰ্তত, সেই দুগৰাকী কথাশিল্পীৰ কথা বাৰে বাৰে মোৰ মনলৈ আহিব ধৰিছে। মনলৈ আহিছে মোৰ সৃষ্টিৰ ৰূপান্তৰ সাধনত এই দুগৰাকী কথাশিল্পীৰ স্নেহ আৰু প্ৰেৰণাৰ বাবে। মোৰ প্ৰথম লেখা 'প্ৰেতাত্মা'ক ড° ভট্টাচাৰ্যই সাদিনীয়া নৱযুগ'ত ছপাই যি সাহস আৰু সৃষ্টিৰ প্ৰেৰণা দিলে, ঠিক সেইদৰেই মেদিনী চৌধুৰীদেৱেও মোৰ প্ৰথম উপন্যাস 'ৰংমিলিৰ হাঁহি'ৰ গ্ৰন্থ-ৰূপৰ প্ৰথম আনন্দ, উৎকণ্ঠা আৰু সৃষ্টিৰ বিমল বাতৰি মোৰ হাতত তুলি দিছিল।

কেৱল সেয়াই নহয়, মোৰ পৰৱৰ্তী কালৰ ৰচনাক সমাদৰ কৰা সাহিত্যিক ব্যক্তিজন আছিল মেদিনী চৌধুৰী।

এৰা, মেদিনী চৌধুৰীয়ে প্ৰেৰণা নিদিয়া হ'লে 'বন ফৰিঙৰ গীত'খন পুথি আকাৰে নাপালোহেঁতেন। এদিন তেখেতে গল্পপুথিৰ পাণ্ডুলিপি প্ৰায় কাঢ়ি নিয়াদি নি, গুৱাহাটী পাণবজাৰৰ 'শান্তি প্ৰকাশন'ৰ প্ৰকাশক সুজিত কান্তি ভট্টাচাৰ্যৰ হাতত দি কৈছিলো- কিতাপখন ছপাই দিয়া, টকা-পইচাৰ কথা নাই। তেৰাঙৰ লিখা, মুঠতে ছপাই উলিয়াই দিয়া, বুজিছা সুজিত।'

চৌধুৰীদেৱৰ কথা মতেই 'বন ফৰিঙৰ গীত'খনে কিতাপ আকাৰে ১৯৯০ চনৰ মে' মাহত মুক্তি পাইছিল। কিতাপখনৰ হাতত হৈ মোৰ ইমানেই ভাল লাগিছিল যে সেইদিনাখন মনৰ কথা প্ৰকাশ কৰাৰ কোনো ভাষাকেই বিচাৰি নোপোৱাৰ দৰে হৈছিলো। কিতাপখন হাতত লৈ কেৱল ঘ্ৰাণ লৈছিলো- সৰু ল'ৰাৰ দৰে। চৌধুৰীদেৱৰ স্নেহভৰা প্ৰেৰণা অবিহনে জানো সেই বিমল আনন্দ মই লভিলোহেঁতেন?

মই অনুভৱ কৰিছিলো মেদিনী চৌধুৰীৰ প্ৰাণৰ ক্ৰন্দনৰ কথা। তেখেতে অসমখনক ভাল পাইছিল। অসমখনক ভাল পাবলৈ হ'লে অসমৰ জনগোষ্ঠীয় সমাজ

আৰু সংস্কৃতিকো অন্তৰেৰে ভাল পাব লাগিব। এনে এটি মনোভাব তেখেতৰ আছিল বাবেই অসমৰ কাৰ্বি জনগোষ্ঠীৰ পটভূমিত ৰচনা কৰা উপন্যাস 'ৰংমিলিৰ হাঁহি'ক তেখেতে আদৰ কৰিছিল আৰু ছপাশালত যন্ত্ৰস্থ হৈ থকা অৱস্থাৰে পৰাই অতি উদ্‌গ্ৰীৱতাৰে অপেক্ষা কৰিছিল- উপন্যাসৰ প্ৰথম কপিটো হাতত লৈ সেয়েহে মোলৈ চিঠি এখন দিছিল এইদৰে-

Sri M.M. Choudhury
Director of Information and Public Relations, Assam
Dispur, Guwahati - 781006
D.O. No. DIPR-1/81/11
Date - 11/9/81

My Dear Shri Terang,

*Rongmilir Hahi* is just out, I snatched one before it came out finally. The cover had still to have the last colour slap. This is by all standards an outstanding creation although I am sure some of our Assamese sophisticated readers, who pose to know, but in reality hardly they do, about Assam's life and culture, will brand it as outlandish,

My heartiest *kardom* to you. Go ahead. With warm regards to you and Mrs. Terang. Hope, this would reach you quite hale and hearty.

Your's sincerely
Medini Choudhury

মই জানো, অসমৰ পাঠক-সমাজে 'ৰংমিলিৰ হাঁহি'ক কিদৰে আদৰিছে; তথাপি চৌধুৰীদেৱৰ মনৰ আক্ষেপ আৰু বেদনাৰ কাৰণ যেন ক'ৰবাত ৰৈ আছিল। আজি চৌধুৰীদেৱ আমাৰ মাজত নাই, কিন্তু তেখেতৰ চিঠিখনে আমাৰ সাহিত্যৰ উত্তৰণৰ পথৰ এটি ইংগিত নিশ্চয় বহন কৰিব। শ্ৰদ্ধেয় চৌধুৰীদেৱলৈ মোৰ সৃষ্টিৰ অন্যতম প্ৰেৰণাৰ উৎসৰূপে কৃতজ্ঞতা জনাই অঞ্জলি আগবঢ়ালোঁ।

*'আমাৰ অসম'ৰ দেওবৰীয়া আলোচনী 'পূৰ্বাচল' দেওবাৰ ২ মাৰ্চ, ২০০৩, ৰংবং তেৰাংদেৱে লিখিলে "মেদিনী চৌধুৰী ঃ এক ইম্প্ৰেছন" -*

# হৃদয়ৰ উত্তাপ থকা এগৰাকী লেখকৰ সান্নিধ্যত

**ড° শিৱনাথ বৰ্মন**

শ্ৰদ্ধেয় মেদিনী (মোহন) চৌধুৰীৰ সান্নিধ্যলৈ কিদৰে আহিছিলো, এতিয়া ভালকৈ মনত নপৰে। তেওঁক পোনতে লগ পাইছিলো সম্ভৱতঃ এখন মিটিঙত। সত্তৰৰ দশকৰ মাজভাগত অধুনালুপ্ত 'প্ৰগতিশীল শিল্পী-সাহিত্যিক সংঘ'ই গুৱাহাটীত বিষ্ণু ৰাভা দিৱস পালন কৰিছিল। তেতিয়া আজিৰ দৰে এই দিৱসৰ ধুমধুপাল নাছিল। সভাখন হৈছিল ভগৱতীপ্ৰসাদ বৰুৱা ভৱনত অনুষ্টুপীয়াকৈ। চৌধুৰী ডাঙৰীয়া আছিল সেই সভাৰ সভাপতি। কেইবাগৰাকী বিশিষ্ট ব্যক্তিয়ে তাত বক্তৃতা দিছিল। শেষত চৌধুৰী ডাঙৰীয়াই মোক দুআষাৰ ক'বলৈ ক'লে। মই পৰিলো ক'লৈ যাওঁ গোপাল, কি কৰো কৃপাল অৱস্থাত। বিষ্ণু ৰাভাৰ বিষয়ে তেতিয়া ক'বলৈ গ'লে একো নাজানো, তাতে বক্তৃতা দিয়াৰ অভ্যাস একেবাৰে নাই। তথাপি সভাপতিৰ নিৰ্দেশ এৰাব নোৱাৰি ৰঙা-ছিঙা পৰি কিবাকিবি ক'লো। ৰাজহুৱা সভাত বক্তৃতা দিয়াৰ সেয়ে প্ৰথম 'হাতেখড়ি'। আজিকালি যে নানা ঠাইত মেল মাৰি ফুৰোঁ, গতিকে তাৰ বাবে 'দায়ী' চৌধুৰী ডাঙৰীয়া।

চৌধুৰীদেৱৰ প্ৰতি পোনতে আকৃষ্ট হৈছিলো অধুনালুপ্ত 'মণিদীপ' আলোচনীত তাহানিতে ওলোৱা তেওঁৰ এটা গল্প পঢ়ি। গল্পটোৰ নাম ঠিক মনত পেলাব পৰা নাই- 'বাবুলাল আৰু মই', এনে জাতীয় কিবা এটা। আৰ্থিক দুৰৱস্থাৰ বাবে উধাব নোৱাৰা এটা চোকাবুধীয়া ল'ৰাৰ কাহিনী। দলিতজনৰ প্ৰতি গল্পটোত ফুঠি উঠা তেওঁৰ কাৰুণ্য দেখি তেওঁলৈ মোৰ যি শ্ৰদ্ধা উপজিছিল, সি আজিও আছে। পিচলৈ তেওঁৰ 'অনন্য প্ৰান্তৰ' পঢ়িলো; পঢ়িলো তেওঁৰ 'বগুকা বেহাৰ', 'তাত নদী নাছিল', 'ফেৰেংগাদাও' আদি উপন্যাস, 'লুইত, বৰাক আৰু ইছলাম' আদি সমাজবিষয়ক গ্ৰন্থ। পিচলৈ 'যাদুঘৰৰ কীৰ্তিমুখ', 'খোলাকটিৰ তাল', 'বিপন্ন সময়' আদি উপন্যাসবোৰ তেওঁৰ পৰা উপহাৰ হিচাপেও পাবলৈ ধৰিলো।

শ্ৰদ্ধেয় চৌধুৰীৰ লগত নানা ঠাইত একেলগে মেল-মিটিং কৰিছো, তেওঁক ওচৰৰ পৰা লগ পোৱাৰ সুযোগ ঘটিছে। সান্নিধ্যৰ পৰা পাইছো তেওঁৰ হৃদয়ৱান ব্যক্তিত্বৰ আভাস। এটা সৰু উদাহৰণ দিওঁ। এবাৰ আমাৰ ঘৰলৈ আহি দেখিলে, মোৰ বৰজীয়ৰীৰ অসুখ। তেওঁ ততাতৈয়াকৈ গৈ চানমাৰিৰ কানুবাবুক (এতিয়া প্ৰয়াত) পঠিয়াই দিলে তাইক বেজী দিবৰ বাবে। কথাটো সাধাৰণ; কিন্তু সৰু-সুৰা ঘটনা একোটায়েই জানো একোজন ব্যক্তিৰ চাৰিত্ৰ্য-গুণ প্ৰতিফলন নকৰে?

ওচৰৰ পৰা পাই বুজিছো, মহানুভৱতা আৰু আত্মীয়তাৰ উপৰি চৌধুৰী এটি ৰসিক মনৰো অধিকাৰী। এটা দৃষ্টান্ত- কথা প্ৰসংগত আমাৰ মাজত এদিন ওলাইছিল এগৰাকী ব্যক্তিৰ কথা। মানুহগৰাকীৰ গুণাবলীৰ কথা বৰ্ণাই উঠি তেওঁ ক'লে, 'মানুহজন

অৰশ্যে কলহপ্ৰিয়ও।' ভাবিলো, মানুহজন কাজিয়াখোৰো হ'বলা। তেতিয়া তেখেতে অৰ্থ ভাঙি দিলে, 'সেই কলহৰ কথা কোৱা নাই, কৈছো সন্ধিয়া সাজ খোৱা কলহৰ কথাহে।' হাঁহিত মই ৰ'ব নোৱাৰা হ'লো।

চৌধুৰীৰ প্ৰতি এবাৰ মই অবিচাৰ কৰিছিলো। 'অসমীয়া সাহিত্যৰ বুৰঞ্জী'ৰ দ্বিতীয় খণ্ডটো সম্পাদনা কৰোঁতে তেওঁ এটা লেখা দি মোক বাধিত কৰিছিল। লেখকৰ পৰিচিতিত মই লিখি দিলো তেওঁ সাহিত্য অকাডেমি বঁটা বিজেতা বুলি। অথচ তেতিয়ালৈকে তেওঁ এই বঁটা পোৱা নাছিল। ভুল তথ্য পৰিৱেশন কৰা বাবে দুই-এজনে মোক ককৰ্থনা কৰিলে। কিন্তু তেওঁ 'মানুহৰ ভুল হয়েই' বুলি হাঁহিটো মাৰি সামৰি থ'লে। পিচত যেতিয়া তেওঁ এই বঁটা পালে, তেতিয়া ৰসিকতা কৰি মোক ক'লে, 'আপোনাৰ ভৱিষ্যৎ বাণীৰ বাবেই মোলৈ এটা বঁটা আহিছিল চাগৈ।'

*('আজি' দেওবাৰৰ চৌবিশ নৱেম্বৰৰ সংখ্যাত 'ফেৰেংগাদাও'ৰ স্ৰষ্টা মেদিনী চৌধুৰীৰ প্ৰতি শ্ৰদ্ধা জনাই চিন্তাশীল নিবন্ধকাৰ ড° শিৱনাথ বৰ্মনে লিখিছিল- 'হৃদয়ৰ উত্তাপ থকা এগৰাকী লেখকৰ সান্নিধ্যত' শীৰ্ষক এক লেখা। ড° বৰ্মনৰ সেই লেখাৰ সম্পাদিত ৰূপ পুনৰ তুলি ধৰা হ'ল। -সম্পাদক)*

# মেদিনী চৌধুৰীলৈ শ্ৰদ্ধাঞ্জলি

**কেশৱ মহন্ত**

মেদিনী চৌধুৰীৰ মৃত্যুৰ বাতৰি মোৰ বাবে এক ডাঙৰ দুঃসংবাদ। দীৰ্ঘদিন ধৰি মেদিনী চৌধুৰীৰ সৈতে মোৰ ঘনিষ্ঠতা আছিল, স্বাভাৱিকতে এই মুহূৰ্তত মই মৰ্মাহত। ব্যক্তিগতভাৱে মই আজি এজন ডাঙৰ বন্ধু হেৰুৱালোঁ।

মেদিনী চৌধুৰীক মই প্ৰথমে লগ পাইছিলো তেওঁ ৰাজ্য চৰকাৰৰ উপ-সচিব হৈ থকা সময়তে। সেই প্ৰথম লগ পোৱাৰ পৰাই দেখি আহিছোঁ, জন্মৰ সময়তে সত্ৰীয়া সংস্কৃতিৰ সৈতে ঘনিষ্ঠ পৰিচয় হৈছিল চৌধুৰীৰ। তেওঁৰ জন্মস্থানৰ কাষতে আছিল এখন সত্ৰ, সত্ৰীয়া সংস্কৃতিৰ প্ৰতি তেওঁৰ যথেষ্ট ভাল ভাব আছিল। কিন্তু কেৱল সত্ৰীয়া সংস্কৃতিহে নে' সামগ্ৰিকভাৱে অসমৰ সাংস্কৃতিক, অৰ্থনৈতিক, সামাজিক ঐতিহ্যৰ সবিশেষ জ্ঞান আছিল তেওঁৰ। সমাজৰ বিভিন্ন কথা তেওঁ ইমান ভালদৰে জানিছিল, সাংস্কৃতিক ঐতিহ্য সম্পৰ্কে যিমান বিশাল তথ্য তেওঁৰ অবগত আছিল- মোৰ ভাব হয়, তেওঁ যেন আছিল এক জীৱন্ত অভিধান। এই অভিধান শব্দবোৰৰ অৰ্থত নহয়, সাংস্কৃতিক-সামাজিক দিশৰ অৰ্হতা নহয়, সাংস্কৃতিক-সামাজিক দিশৰ অৰ্হতা আৰু নিজস্ব ৰাজনৈতিক দৃষ্টিভংগী সত্বেও তেওঁৰ ৰাজনৈতিক ধ্যান ধাৰণাও শলাগিবলগীয়া। দৰাচলতে মেদিনী চৌধুৰীৰ মাজত এক নিৰপেক্ষ দৃষ্টিভংগী দেখা গৈছিল। জন্মসূত্ৰে জনজাতীয় হ'লেও তেওঁৰ মনত কেতিয়াও কোনো সংকীৰ্ণতাই ঠাই পোৱা নাছিল। তেওঁ আছিল সামগ্ৰিকভাৱে অসমীয়া সমাজৰ প্ৰতিভূ। বিচ্ছিন্নতাবাদী শক্তিৰ ঘোৰ বিৰোধী আছিল মেদিনী চৌধুৰী, সেয়ে তেওঁৰ ৰচনাত কেৱল অসমীয়া সমাজেই নহয় ভাৰতীয়ত্বও ফুটি উঠিছিল। কৌটি কালৰে পৰা ভাৰতৰ স'তে যে অসমৰ অবিচ্ছিন্ন সম্পৰ্ক আছে সেইকথা বহুবাৰ উল্লেখ কৰি গৈছে চৌধুৰীয়ে।

মেদিনী চৌধুৰীক বহুবাৰ বহুঠাইত লগ পাইছিলো। দিল্লীত তেওঁক লগ পাইছিলো সাহিত্য অকাডেমি বঁটা প্ৰদান অনুষ্ঠানত। 'বিপন্ন সময়'ৰ বাবে অকাডেমি পাইছিল চৌধুৰীয়ে- তেতিয়াই তেওঁ আছিল অসুস্থ। ধৰি-মেলি তেওঁক নিয়া হৈছিল বঁটা প্ৰদান অনুষ্ঠানলৈ, দিল্লীতে চিকিৎসাধীনো হৈছিল চৌধুৰী। দীৰ্ঘদিনৰ পৰা অসুস্থ মেদিনী চৌধুৰীৰ অসুস্থতাই ব্যক্তিগতভাৱে মোকো ব্যথিত কৰি তুলিছিল, মই তেওঁৰ খবৰ ল'বলৈ চিকিৎসালয়লৈও গৈছিলো। কিন্তু এতিয়া সকলো শেষ।

সামাজিক বিষয়ত বহু নতুন চিন্তা-চৰ্চা কৰা ব্যক্তি আছিল মেদিনী চৌধুৰী। কেৱল উপন্যাসিক হিচাপে নহয় এই ধৰণৰ চিন্তা-চৰ্চা কৰা ব্যক্তি হিচাপেও তেওঁৰ মৃত্যুত অসমীয়া সমাজৰ যথেষ্ট ক্ষতি হ'ল। তেওঁৰ ইতিহাসৰ জ্ঞান আছিল বিস্ময়কৰ- অনন্য প্ৰান্তৰত অসমক যিদৰে মেদিনী চৌধুৰীয়ে তুলি ধৰিলে, সি আমাক মুগ্ধ কৰে। এই মুহূৰ্ততে মনত পৰিছে ফেৰেংগাদাওৰ কথালৈ। এই জীৱনভিত্তিক উপন্যাসখন প্ৰকাশৰ পিছত মেদিনী

চৌধুৰী যথেষ্ট সমালোচিত হৈছিল কিন্তু বিষ্ণু ৰাভাৰ জীৱনৰ যিমান গভীৰলৈ তেওঁ সোমাইছিল সেয়া কম কথা নহয়।

কেৱল সাহিত্যিক বা চিন্তাবিদ হিচাপেই নহয় কথা-বতৰাতো মেদিনী চৌধুৰী আছিল যথেষ্ট সপ্রতিভ। তেওঁৰ চিন্তা-চৰ্চাৰ আভাস পোৱা গৈছিল কথা-বতৰাৰ মাজতো। মোৰ মনত পৰে অকাডেমি পোৱাৰ পিছত নতুন দিল্লীত চন্দ্ৰপ্ৰসাদ শইকীয়াৰ সভাপতিত্বত সম্বৰ্ধনা জনোৱা হৈছিল মেদিনী চৌধুৰীক। মই সেই অনুষ্ঠানত উপস্থিত আছিলো, আছিল নৱকান্ত বৰুৱাও। তেতিয়াও দেখিছিলো অসুস্থ চৌধুৰীয়ে মৰমভাৱেই কথা পাতিছিল। দূৰণিবটীয়া সভাত আমি দুয়ো যোগ দিবলৈ একেলগে গৈছিলো বহুবাৰ। তেতিয়াও চৌধুৰীৰ বিৰল প্ৰতিভাৰ উমান পাইছিলোঁ। স্বাভাৱিকতে তেওঁৰ মৃত্যুত ক্ষতি হ'ল যথেষ্ট।

# মেদিনী চৌধুৰী ঃ শ্ৰদ্ধাৰ্ঘ

# অনন্য পুত্ৰ ঃ অনন্যা মাতৃ

**নিৰুপমা বৰগোহাঞি**

আমি স্কুল-কলেজত পঢ়ি থাকোঁতে ঘাইকৈ বাংলা গানৰে প্ৰচলন আছিল, অসমীয়াৰো আছিল, কিন্তু তুলনাত কম, হিন্দী গানতো আৰু কম। তেতিয়া আমি শুনা বা মাজে মাজে নিজেও গুণগুণোৱা এটা বাংলা গানৰ শাৰী আছিল এইটো ঃ জীবনে যাৰে তুমি দাওনি মালা, মৰলে কেন তাৰে দিতে এলে ফুল ?

প্ৰয়াত মেদিনী চৌধুৰীৰ কথা ভাবিবলৈ গৈ মোৰ আজি বহুত বছৰৰ মূৰত এই গানটোলৈ মনত পৰি গ'ল। মই কিন্তু জীৱনত নিজৰ সীমিত সামৰ্থ্যৰে তেওঁক 'ফুলৰ মালা' যাচিছিলোঁ আৰু এতিয়া মৰণৰ পিছতো তেওঁলৈ 'একাঁজলি ফুল' আগবঢ়াইছোঁ, প্ৰীতিৰে, শ্ৰদ্ধাৰে। পিছে মই মৃত্যুৰ পিছত মানুহক শ্ৰদ্ধা-ভালপোৱা জনোৱাতকৈ জীয়াই থকা কালত জনোৱাটোহে বেছি উত্তম বুলি ভাবোঁ। তাৰ কাৰণ- মৃত্যুৰ পিছত মানুহ ক'লৈ যায়, তেওঁৰ অস্তিত্বই বা থাকে নে নাথাকে, আমি নাজানো (ধাৰ্মিকসকলে অৱশ্যে পৰজন্ম-পূৰ্বজন্ম, সৰগ-নৰক এইবোৰ নানা কথা কয়- অৰ্থাৎ তেওঁলোকৰ মতে মৃত্যুৰ পিছতো মানুহ নিঃশেষ হৈ নাযায়। কিন্তু এইবোৰৰ কোনো প্ৰমাণ নাই আৰু প্ৰমাণ বিনে মই কথাবোৰ বিশ্বাস কৰিবলৈ টান পাওঁ), গতিকে মানুহে তেওঁৰ যি প্ৰাপ্য, যি সন্মান, যি স্বীকৃতি- তাক জীয়াই থাকোঁতেই পাব লাগে বুলি ভাবোঁ। এনে স্বীকৃতি পালে তেওঁ আৰু বেছি উৎসাহেৰে কাম কৰি যোৱাৰ প্ৰেৰণা পায়।

তথাপি মৰাৰ পিছতো মানুহে স্বীকৃতি পোৱাটোক একেবাৰে উলাই কৰিব নোৱাৰে, তেওঁৰ জন্মভূমিলৈ যি অৱদান সেয়া আৰু অলপ নিকপকপীয়া হয়, দেশৰ ঐতিহ্যৰ অংশ হয়। তদুপৰি আৰু এটা ডাঙৰ কথা এয়ে যে তেওঁৰ পৰিয়ালৰ মনত দুখৰ মাজতো এটা গৌৰৱবোধ ওপজে, সেই গৌৰৱৰ আওপকীয়াভাৱে হ'লেও অংশীদাৰ হৈ পৰে।

জীয়াই থাকোতে মই মেদিনী চৌধুৰীৰ বিষয়ে অ'ত-ত'ত বহুতবাৰ লিখিছিলো, প্ৰশংসাৰ লগতে আক্ষেপেৰেই ঘাইকৈ লিখিছিলো। তেওঁৰ দৰে লেখক এজনক বহুত বছৰ সাহিত্য অকাডেমিৰ পুৰস্কাৰৰ পৰা বঞ্চিত কৰি ৰখা বুলিয়েই মই ঘাইকৈ আক্ষেপ কৰিছিলো। তেওঁৰ দৰে অসমৰ বিভিন্ন দিশলৈ সাহিত্য কৰ্মৰে অৰিহণা যোগোৱা লেখকনো কেইজন আছে? 'অনন্য প্ৰান্তৰ'ৰ দৰে অনন্য কিতাপ লিখা দিনৰে পৰা আজিলৈ তেওঁ অসমীয়া ভাষা-সংস্কৃতিলৈনো কম বৰঙণি আগবঢ়াইছেনে? নানা দিশেৰে সেই বৰঙণি, অনন্য, নানাৰঙী। অসমৰ ইতিহাস, ভূগোল, সাহিত্য, সংস্কৃতিৰ তেওঁৰ দৰে গভীৰ জ্ঞান থকা মানুহ অসমৰ সাহিত্যিকসকলৰ মাজত কমহে আছে। তেওঁৰ কিতাপবোৰৰ নামেই সেই কথা জলজল-পটপটকৈ দেখুৱাই দিয়ে। 'বগুকা বেহাৰ' (মাধবদেৱৰ জীৱন আধাৰিত উপন্যাস), 'ফেৰেংগাদাও' (বিষ্ণু ৰাভাৰ জীৱন আধাৰিত উপন্যাস), 'তাত নদী নাছিল'

(বড়ো জনগোষ্ঠীৰ গাঁও এখনৰ জীৱনগাথাৰ উপন্যাস) নামৰ বিশেষ ধৰণৰ উপন্যাস- কেইখনৰ বাহিৰেও তেওঁৰ অন্যান গ্ৰন্থসমূহৰ ভিতৰতো আছে আৰু কেইখনমান উপন্যাস, ভ্ৰমণ কাহিনী আৰু প্ৰবন্ধৰ কিতাপ য'ত এই অনন্য বৈশিষ্ট্য প্ৰকট ঃ 'অৰণ্য আদিম', 'যুগ যুগ গুৱাহাটী', 'যাদুঘৰৰ কীৰ্তিমুখ', 'লুইত, বৰাক আৰু ইছলাম', 'বস্ত্ৰদাহ', 'খোলাকাটিৰ তাল' (বজ্ৰনাথ শৰ্মাক লৈ লিখা), 'য়াংজু নদীৰ পাৰ', 'চীনৰ ছাত্ৰ আন্দোলন', 'সন্ত্ৰাসবাদ', 'জপনা', 'চোৰ', 'মণিৰাম পাটৰ কেনি গ'ল', 'শতিকাৰ চাঞ্চল্যকৰ স্কুপটো', 'ছম্বাৰু', 'প্ৰত্যাহ্বান', 'সপোন সপোন লাগে', 'ফাগুনত আজাৰৰ ফুল', 'বিপন্ন সময়', 'সৰ্বভাৰতীয় ভক্তি আন্দোলনৰ প্ৰেক্ষাপটত শংকৰদেৱৰ মূল্যায়ন' আদি। ইংৰাজীতো তেওঁ গ্ৰন্থ ৰচনা কৰিছে - সেইবোৰ হ'ল- ট্ৰাইব্‌ছ অব্ আছাম প্লেইনছ, বড়ো ডিমাচা অব্ আছামছ, মেকিং অব্ এ লীডাৰ।

মেদিনী চৌধুৰীৰ সাহিত্য-কৰ্ম বা তেওঁৰ সামগ্ৰিক সৃষ্টিৰ বিষয়ে মই ক'বলৈ ওলোৱা নাই, কাৰণ, বিভিন্ন লেখকে তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ প্ৰতিভা সম্পৰ্কে অ'ত-ত'ত নানা লেখা লিখিছে বা আৰু লিখি থাকিব। মই কেৱল তেওঁৰ সাহিত্য কৰ্ম সম্পৰ্কে এষাৰ কথাই ক'ব খোজো যে অসমীয়া স্বৰাজোত্তৰ যুগত তেৱেঁ অসমীয়া সাহিত্যৰ এজন শ্ৰেষ্ঠ বুৰঞ্জীমূলক উপন্যাস লিখা ঔপন্যাসিক আৰু সংখ্যাগত হিচাপেও আটাইতকৈ বেছি তেনে উপন্যাস লিখিছে। তেওঁৰ দৰে ইমান অধ্যয়ন কৰা ঔপন্যাসিকো নাই বুলি মোৰ ধাৰণা- প্ৰত্যেকখন উপন্যাসেই তেওঁৰ নানা বিষয়ৰ ওপৰত অধ্যয়নৰ স্বাক্ষৰ ৰাখিছে।

মেদিনী চৌধুৰী আছিল এজন বৰ্ণাঢ্য ব্যক্তিত্বৰ মানুহ, অলপ ৰহস্যময় ব্যক্তিও। তেওঁক কত বছৰৰ পৰা জানিছিলো অথচ সদায় এনে এটা অনুভূতি জাগি থাকিছিল যে তেওঁৰ সতে ঘনিষ্ঠতাতো যেন এখন আঁৰ-বেৰ থাকিয়েই গৈছিল। তেওঁ আমাৰ আগত যেন কেতিয়াও খোলাখুলিকৈ মনৰ কথা নক'লে। তেওঁৰ দৰে গুৰুত্বপূৰ্ণ লেখক এজনে যে অসমত যথাযথ গুৰুত্ব নাপালে সেই কথা লৈ তেওঁৰ কি ক্ষোভ বা দুখ আছিল সেই কথা কেতিয়াও আমাক মুখ ফুটাই নক'লে- মই কেতিয়াবা সেই কথা উলিয়ালেও তেওঁ তাক যেন এক প্ৰকাৰ নুশুনাৰ ভাওয়েই ধৰিছিল- অথচ মাজতে তেওঁ যেতিয়া মেদিনী চৌধুৰী নিলিখি মেদিনী নাৰ্জি বুলি লিখিব আৰম্ভ কৰিলে তেতিয়াই আমি তেওঁৰ ক্ষোভ আৰু অভিমানৰ কথা বুজি পাইছিলোঁ। বড়ো গোষ্ঠীৰ মানুহ হ'লেও তেওঁৰ আৰু যোগেশ দাসৰ অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি যি বিৰাট বৰঙণি তাৰ স্বীকৃতি যোগেশ দাসে পালেও মেদিনী চৌধুৰীয়ে হ'লে নাপালে। তেওঁৰ প্ৰয়াত দাসৰ দৰে সাহিত্য সভাৰ সভাপতি পতা নহ'ল, মেগৰৰ অসম ভেলী পুৰস্কাৰ বা কমলকুমাৰী বৰুৱা স্মাৰক বঁটা আগবঢ়োৱা নহ'ল আৰু সাহিত্য অকাডেমিৰ পুৰস্কাৰো পালে সেই ১৯৯৯ চনতহে! মেদিনী চৌধুৰীক কিয় এনেকৈ অৱহেলা কৰা হ'ল মই বুজি নাপাওঁ, তেওঁৰ মৃত্যুৰ সময়ত শীলভদ্ৰই কৰা এই মন্তব্যটোতে অলপ সত্যতা নিহিত হৈ আছে নেকি যে এক বিশেষ গোষ্ঠীভুক্ত নহ'লে মানুহে জীৱিত কালত উপযুক্ত স্বীকৃতিৰ পৰা বঞ্চিত হয়। মেদিনী চৌধুৰীৰ ক্ষেত্ৰতো সেয়াই হ'ল। শীলভদ্ৰৰ এই কথাকেইটাৰ লগতে একপ্ৰকাৰ প্ৰাসংগিকভাৱে আৰু দুজনমান এনে গোষ্ঠীভুক্ত নোহোৱা আৰু নিজৰ বিশিষ্ট অৱিহণাৰ পিছতো বঞ্চিত হৈ ৰোৱা বয়োজ্যেষ্ঠ

লেখকৰ দুজন হ'ল- পদ্ম বৰকটকী আৰু বীৰেশ্বৰ বৰুৱা। অসমীয়াই যেন এওঁলোক দুজনক প্ৰাপ্য স্বীকৃতি দিয়া নাই।

মেদিনী চৌধুৰীয়ে যে সাহিত্য অকাডেমিৰ বঁটাটোৰ পৰা বহুত দিন বঞ্চিত হৈ আছিল সেই কথাটো লৈ মই বাতৰি কাকতত কেইবাবাৰো ক্ষোভ প্ৰকাশ কৰি লিখিছিলোঁ। মই সেই মানুহজনীয়ে যেতিয়া সাহিত্য অকাডেমিয়ে সেইবাৰ জুৰী ব'ৰ্ডৰ তিনিজন সদস্যৰ এজন কৰি আমন্ত্ৰণ জনালে তেতিয়া মই এই কথাতে আনন্দিত হ'লো যে এইবাৰ যদি শেষ পৰ্যায়ৰ বাছনিত উঠা তিনিখন কিতাপৰ ভিতৰত এখন মেদিনী চৌধুৰীৰ হয় তেন্তে মই তেওঁৰখন বাছনি কৰিব পাৰিম। সিদিনা সৰ্বশেষ সিদ্ধান্তৰ বাবে গুৱাহাটীৰ চাৰ্কিট হাউছত সাহিত্য অকাডেমিৰ আঞ্চলিক সভাপতি ৰামকুমাৰ মুখোপাধ্যায়, সাহিত্য অকাডেমিৰ পৰিষদৰ সদস্য নৱকান্ত বৰুৱা আৰু মোৰে সৈতে দুজন জুৰী উপস্থিত হৈছিলো- তৃতীয়জন অনুপস্থিত আছিল আৰু তেওঁৰ বাছনি এখন চিঠিৰে জনাই পঠিয়াইছিল। মূৰকত দেখা গৈছিল যে আমি তিনিও তিনিজন বেলেগ বেলেগ লেখকৰ নাম চুপাৰিশ কৰিছো। সেই তিনিখন কিতাপৰ ভিতৰত ভাগ্যক্ৰমে এখন আছিল মেদিনী চৌধুৰীৰ 'বিপন্ন সময়' আৰু স্বাভাবিকতে মই সেইখন চুপাৰিশ কৰিছিলো। তেতিয়া নৱকান্ত বৰুৱাই মোৰ লগত আনজন সদস্যকো মোৰ লগত একমত হ'বলৈ অনুৰোধ কৰিলে আৰু ক'লে যে মেদিনী চৌধুৰীক বহুত দিন বঞ্চিত কৰি ৰখা হৈছে। তাৰ পিছত তেওঁ এনে এষাৰ কথা ক'লে যিষাৰ মনত পৰিলে মই বিষাদেৰে ভাবোঁ- জীৱন-মৰণৰ কথানো কোনে নিশ্চিতভাৱে ক'ব পাৰে। নৱকান্ত বৰুৱাই কৈছিল -and he is dying... তাৰ পিছতো কিন্তু মেদিনী চৌধুৰী আৰু চাৰি বছৰেই জীয়াই থাকিল আৰু নৱকান্ত বৰুৱাৰ মৃত্যু হ'ল তেওঁতকৈ আগতেই। সি যি কি নহওক জীৱনত জুৰী ব'ৰ্ডৰ প্ৰথমবাৰৰ বাবে সদস্য হোৱাৰ সেইদিনা এটা সাৰ্থকতা লাভ হৈছিল।

মেদিনী চৌধুৰীৰ লগত মোৰ আগৰে পৰা চা-চিনাকি কিন্তু নাছিল, বিয়াৰ পিছতহে বৰগোহাঞিৰ বিশিষ্ট বন্ধু হিচাপে তেওঁৰ স'তে আৰু তেওঁৰ পৰিয়ালৰ স'তেও আমাৰ ঘনিষ্ঠতা হৈছিল। এইবোৰ কাহিনী মই নানা ঠাইত নানাভাৱে বৰ্ণাইছো, গতিকে চৰ্বিত-চৰ্বন কৰিব নোখোজোঁ। কেৱল এটা কথাকে ক'ব খোজোঁ যে ল'ৰা-ছোৱালীৰ জীৱনক গঢ় দিয়াত মাক-দেউতাকৰ যে ডাঙৰ ভূমিকা থাকে বা মাক-দেউতাকৰ কিবা গুণৰ যে ল'ৰা-ছোৱালীও উত্তৰাধিকাৰ হয় তাৰ প্ৰমাণ আমি যেনেকৈ বহুতো মনীষীৰ জীৱন-কাহিনী পঢ়ি গম পাওঁ তেনে কথা একেদৰে গম পাইছিলোঁ চৌধুৰীৰ পৰা তেওঁৰ মাকৰ কথা শুনি আৰু পিছত সেই মাকক সোঁশৰীৰে লগ পাই।

গতিকে আজি মই মেদিনী চৌধুৰীৰ লগতে একপ্ৰকাশ অনন্য সাধাৰণ মাকৰ কথাও ক'ব খুজিছোঁ। বহুতেই নিশ্চয় তেওঁৰ মাকৰ কথা নাজানে কিন্তু জানিবলৈ আগ্ৰহ অনুভৱ কৰে- এনে এজন জনগোষ্ঠীয় লেখকৰ মাক নিশ্চয় ৰামছা গাঁৱৰ (চৌধুৰীৰ নিজৰ গাঁও, য'ত তেওঁৰ দেউতাক হিতৰাম চৌধুৰী মৌজাদাৰ আছিল) কোনো বড়ো-কছাৰী পৰিয়ালৰ লেখা-পঢ়া নজনা ছোৱালী হ'ব- সাধাৰণতে মানুহে বোধহয় এনেকৈয়ে ভাবে, ময়ো ভাবিছিলো। তথাপি প্ৰত্যেক বিশিষ্ট মানুহৰ 'হাড়িৰ খবৰো' জানিবলৈ

জনসাধাৰণৰ কৌতূহল থাকে। মোৰো কৌতূহল আছিল যদিও চৌধুৰীক তেওঁৰ গাঁৱৰ ঘৰৰ কথা সুধিবলৈ ভাল নালাগিছিল আৰু লগতে এই কথাও ঠিক যে তেওঁৰ ঘনিষ্ঠতা হ'লেও তেওঁ যেন নিজৰ সমুখত এখন আঁৰ-বেৰো ৰাখি থয়- যিটো কথা অলপ আগতে উল্লেখ কৰি আহিছোঁ।

পিছে এদিন ঘটনাক্ৰমে সেই আঁৰ-বেৰখন যেন আঁতৰি গৈছিল। প্ৰায় দহ বছৰমান আগৰ কথা নেকি। চৌধুৰী তেতিয়া আমি থকা যোৰপুখুৰী পাৰৰ ঘৰলৈ সময় পালে মাজে মাজে আহিছিল আৰু গহীন, ৰসাল- সকলোধৰণৰ কথা-বতৰা পাতি সময়বোৰ মধুৰ কৰি তুলিছিল। এদিন আমি কথা পাতিছিলোঁ আজিকালিৰ প্ৰশ্ৰয়কাৰী মাক-দেউতাকৰ বিষয়ে- ল'ৰা-ছোৱালীক যে অন্যায় কৰিলেও বিশেষ খং নকৰে বা শাসন নকৰে। তেতিয়া চৌধুৰীয়ে কৈছিল- 'আমি সৰু থাকোঁতে গাঁৱৰ কোনোবা ল'ৰাৰ লগত কাজিয়া কৰি অহা বুলি গম পালে আমাৰ মায়ে দোষী নে নিৰ্দোষী সেইটো বিচাৰ নকৰি আমাকে ডবিয়াইছিল বোলে তই ভাল হ'লে লোকৰ ল'ৰাৰ লগত কেলেই কাজিয়া কৰিবলৈ যাবি?'

মই তেতিয়া চৌধুৰীৰ গাঁৱৰ মাতৃ-পিতৃকুলৰ পৰিয়ালৰ কাৰো কথাই একো নাজানিছিলোঁ, কেৱল পূৰ্বতে উল্লেখ কৰি অহাৰ দৰে তেওঁক মাকে ৰামছা গাঁৱৰে অশিক্ষিতা বা স্বল্প-শিক্ষিতা বড়ো জনগোষ্ঠীৰ ছোৱালী বুলি ভাবি থৈছিলোঁ।

যি হওক, সিদিনা মেদিনী চৌধুৰীৰ মাকৰ তেনে এক 'গান্ধাৰী'সুলভ দৃষ্টিভংগীৰ পৰিচয় পাই মই অলপ সসম্ভ্ৰমেই সুধিছিলোঁ- 'আপোনাৰ মাক জীয়াই আছেনে নাই?' প্ৰশ্নটো সুধি মই তেওঁৰ বয়সৰ কথা ভাবি মাকৰ ইতিমধ্যে মৃত্যু হোৱা বুলিয়েই ভাবিছিলোঁ। কিন্তু চৌধুৰীয়ে কৈছিল যে তেওঁৰ মাক সুস্বাস্থ্যৰে জীয়াই আছে।

তাৰ পিছত কেইটামান বছৰ বাগৰি গৈছিল। তেতিয়া ব'হাগ বিহু আহিছিল আৰু মই সৰু পুত্ৰ প্ৰদীপ্তক লৈ তেওঁলোকৰ চানমাৰি কলনিৰ হাউছিং ব'ৰ্ডৰ ঘৰলৈ পৰিয়ালটোক বিহুৰ ওলগ জনাবলৈ গৈছিলোঁ। চৌধুৰীয়ে কথাই কথাই ক'লে যে তেওঁৰ মাকো আহি তেওঁলোকৰ লগত আছেহি, যথেষ্ট বয়স হ'ল মাকৰ, ৯৩ বছৰেই হ'ল। মইতো বিস্ময়ত হতবাক হৈ যোৱাৰ দৰে হ'লো। তেওঁক এবাৰ চেৱাৰ ইচ্ছা প্ৰকাশ কৰাত চৌধুৰীৰ বোৱাৰীয়েকে মোক ভিতৰৰ কোঠালি এটালৈ লৈ গৈছিল। বিছনাত শুই আছিল শুভ্ৰ কেশৰ এগৰাকী বৃদ্ধা, মুখখন যেন সম্পূৰ্ণ সোলা। তথাপি মোক চিনাকি কৰাই দিওঁতে বেছ টনটনীয়া মাতেৰেই কৈছিল- 'চকুৰে ভালকৈ মনিবই নোৱাৰোঁ, বৰ অসুবিধা।' পিছে নাতি-বোৱাৰীয়েকে হাঁহি হাঁহি কৈছিল- 'আইতাই, কিন্তু এতিয়াও, খুব কিতাপ পঢ়ে। সৌ যে ওচৰৰ চেলফত কিতাপৰ দমটো আছে, সেইবোৰ পঢ়ি থাকে। খোৱা-লোৱাও ঠিকেই আছে...

মই সিদিনা যেন লগে লগেই গম পাইছিলোঁ- এয়া মই এগৰাকী অনন্য সাধাৰণ মাতৃৰ সমুখত থিয় হৈ আছোঁ- এই মাতৃৰ পুত্ৰ মেদিনী চৌধুৰী হোৱাটো যেন অতি স্বাভাৱিক কথা।

আমি পিছত আকৌ এদিন আহিম বুলি কৈ চৌধুৰী পৰিয়ালৰ পৰা বিদায় মাগিছিলোঁ আৰু সেইমতে আকৌ এদিন গৈ তেওঁলোকৰ ঘৰ ওলাইছিলোগৈ। সিদিনা মাকক ড্ৰইংৰুমতে লগ পাইছিলো আৰু আগৰ বন্দৱস্তমতে প্ৰদীপ্তই মোক তাতে বৃদ্ধাৰ ওচৰত

বন্ধুৱাই থৈ ওচৰৰ ক'ৰবালৈ গৈ পিছত আহি ঘৰলৈ লৈ যোৱাৰ কথা আছিল- সি ভাবিছিল যে দুই 'বৃদ্ধা'ৰ কথা-বতৰা শুনি থাকি সি আমনি পাব। কিন্তু মেদিনী চৌধুৰীৰ মাকৰ কথা-বতৰাত পুতেকৰ দৰেই এনে সন্মোহনী শক্তি আছিল যে (বহুত বছৰৰ আগতে বংগৰ বিখ্যাত কবি নীৰেন্দ্ৰনাথ চক্ৰৱৰ্তীয়ে ডিগবৈলৈ গৈ তেতিয়া মাৰ্ঘেৰিটাত পলিটিকেল অফিচাৰ হৈ থকা মেদিনী চৌধুৰীক লগ পাই পিছত 'দেশ' সাপ্তাহিকত সেই দিনকেইটাৰ স্মৃতি-চাৰণ কৰি এনে ধৰণৰ কথাকে লিখিছিল যে ভদ্ৰলোকে এনে মনোগ্ৰাহী, ৰসালকৈ কথা-বতৰা কয় যে মানুহক ওচৰলৈ টানে) প্ৰদীপ্তয়ো মন্ত্ৰমুগ্ধৰ দৰে ক'লৈকো নগৈ তেওঁৰ কথা শুনি বহি ৰ'ল। তেওঁৰ এটাও দাঁত নাছিল সঁচা, কিন্তু কথাবোৰ আছিল ডেকা মানুহৰ দৰেই স্পষ্ট, তদুপৰি তেওঁ এবাৰো প্ৰসংগৰ পৰা আঁতৰি যোৱা নাছিল- কোনো লাগ-বান্ধ নোহোৱা কথা কোৱা নাছিল। কেৱল মাজে মাজে কৈছিল- 'মোৰ শিক্ষা-দীক্ষা নাই, মই ভালকৈ কথা ক'ব নাজানো'।

পিছে তেওঁৰ লগত কথা পাতি আৰু তেওঁৰ সুধি সুধি মই তেওঁৰ বিষয়ে যিখিনি কথা জানিলোঁ- সি মোক আচৰিত মনালে (পুতেকেও আচৰিত মনাইছিল- আমাৰ লগত তেওঁৰ কত দিনৰ বন্ধুত্ব, অথচ এদিনৰ বাবেও মাকৰ বিষয়ে এটাও কথা কোৱা নাছিল, কেৱল সিদিনা ল'ৰালিকালত কোনোবা বন্ধুৰ লগত কাজিয়া কৰি আহিলে তেওঁকে ডবিওৱা কথাটোৰ বাহিৰে)।

মেদিনী চৌধুৰীৰ মাক সৰলাবালা চৌধুৰী আছিল সোণাৰাম দাসৰ কন্যা (অৰ্থাৎ তেওঁ ট্ৰাইবেল ছোৱালী নাছিল)। সোণাৰাম দাস আছিল এজন জেইলৰ। চানমাৰিৰ ইঞ্জিনীয়াৰিং ইনষ্টিটিউটৰ পিছফালে থকা টিলা এটাত তেওঁৰ ঘৰ-মাটি আছিল- অৱশ্যে তাৰ মালিক এতিয়া মংগলদৈৰ সুখ্যাত শিব শৰ্মাৰ পৰিয়াল। সোণাৰাম দাস যেতিয়া গুৱাহাটীৰ পৰা তেজপুৰলৈ বদলি হৈ গৈছিল তেতিয়া তেওঁৰ কন্যা সৰলাবালা দাসৰ বয়স আছিল আঠ বছৰ। তেজপুৰত তেতিয়া বাংলা মাধ্যমৰ স্কুলহে আছিল, সোণাৰাম দাসে জীয়েকক সেই স্কুলতে নাম লগাই দিছিল। সৰলাবালাই তাত তিনি বছৰ পঢ়িছিল, তাৰ পিছত তেজপুৰত ছোৱালী মাধ্যমৰ স্কুল স্থাপিত হোৱাত তেওঁক দেউতাকে নি তাতে নামভৰ্তি কৰি দিছিল।

১৯১৫ চনত সৰলাবালাই বৃত্তি লাভ কৰি প্ৰাইমেৰী পৰীক্ষা পাছ কৰিছিল। তেতিয়া নগাঁও আৰু তেজপুৰ চহৰৰ মাজত এটাই মাত্ৰ বৃত্তি আছিল আৰু তেৱেঁই সেই মূল্যবান বৃত্তিটো লাভ কৰিছিল। তাৰবাবে যিটো মেডেল পাইছিল- মেদিনী চৌধুৰীয়ে কিন্তু সেইদিনা তেওঁৰ নিজক নজহোৱা মানসিকতা আমাৰ আগ্ৰহত পৰিহাৰ কৰি মাকে বৃত্তি পাই পোৱা মেডেলটো আমাক আনি দেখুৱাইছিল (সেইটো বোধহয় তেওঁৰ লগতে আছিল) যত এটা পিঠিত এইখিনি কথা - Awarded to Srimati Saralabala Das of Tezpur Assamese Girls' School আৰু আনটো পিঠিত এইখিনি কথা - Col Gary Memorial Medel L.B. Examination. 1915. খোদিত কৰা আছিল। কোৱা বাহুল্য আমি দুয়ো মাক-পুতেক অবাক আৰু মুগ্ধ নয়নেৰে সেই মেডেলটো চাই আছিলোঁ।

পিছে ছোৱালীৰ শিক্ষাৰ কোনে গুৰুত্ব দিয়ে- বিশেষকৈ তেতিয়াৰ দিনত। গতিকে

সৰলাবালাক [illegible] গাঁৱৰ মৌজাদাৰৰ পুত্ৰ হিতৰাম চৌধুৰীৰ লগত বিয়া দিছিল। সেই মেধাৱী ছোৱালীজনীৰ জ্ঞান লাভৰ প্ৰতি আকুলতা থকা ছোৱালীজনীৰ পঢ়া-শুনাৰ তাতেই ইতি পৰিছিল আৰু গাঁৱৰ বোৱাৰী হৈ জীৱনটো পাৰ কৰি দিছিল। সেই কথা স্মৰণ কৰি তেওঁ আমাক আক্ষেপ কৰি কৈছিল যে পঢ়িবলৈ ইমান ইচ্ছা থকাতো তেওঁ পঢ়িব নোৱাৰিলে, আজিৰ দিন হোৱা হ'লে তেওঁ এই বিয়াৰ বিৰুদ্ধে সজোৰে প্ৰতিবাদ কৰিলেহেঁতেন।

কিন্তু প্ৰতিবাদ কৰিবতো নোৱাৰিলে, বিয়া হৈ গ'ল আৰু এখন গাঁৱৰ মৌজাদাৰ এজনৰ ঘৰত একপ্ৰকাৰ অত্যাচাৰিতা বোৱাৰী হৈ যৌৱনকাল পাৰ কৰি দিলে। তেওঁ আছিল ঘৰৰ ডাঙৰ বোৱাৰী, গতিকে তেওঁৰ ওপৰত ঘৰৰ বেছি দায়িত্ব পৰিছিল। চহৰৰ পঢ়া-শুনা কৰা ছোৱালী আছিল, গতিকে বেছি ঘৰুৱা বন শিকা নাছিল, গাঁৱৰ কামতো আৰু নাজানিছিল। শাহুৱেক আছিল নিৰ্দয়, তেওঁৰ স্বামীৰ আৰু শহুৰেকৰ অবৰ্তমানত সৰলাবালাক ফলাখৰিৰে মাৰি পিঠিৰ ছাল ছিগি দিছিল- তেওঁ সেই অত্যাচাৰৰ কথা কাকো নকৈ বোলে নীৰবে সহ্য কৰি থাকিছিল।

মই তেওঁক এবাৰ সুধিছিলো যে তেওঁ তেজপুৰৰ আগৰৱালা পৰিয়ালৰ কাৰোবাক চিনি পায় নেকি। তেতিয়া তেওঁ কৈছিল যে হৰিবিলাস আগৰৱালাক দেখিছিলো- 'তেনেই চুটি-চাপৰ মানুহ। পৰিবাৰো একেই চুটি-চাপৰ আছিল'।

আমি তেওঁৰ পৰা সেই সময়ৰ তেজপুৰ চহৰৰ কথা জানিবলৈ বিচাৰিছিলো। তেতিয়া তেওঁ কৈছিল- 'তেতিয়া তেজপুৰত লক্ষ্মীনাথ বেজবৰুৱা আছিল। মানুহজনৰ বৰ ভয়। কাৰোবাৰ ঘৰলৈ ফুৰিবলৈ গ'লে গধূলি অকলে উভতি আহিব নোৱাৰিছিল, লগত কোনোবা থাকিব লাগিব। আকৌ নিজৰ ঘৰত সোমাই দুৱাৰখনত খিলি লগাই দিয়াৰ পিছতহে তেখেতে সংগীজনক যাবলৈ দিছিল। আমাৰ ঘৰলৈকো আহে, দেউতাই তেখেতক উভতিবৰ পৰত জেইলৰে পুলিচ এজনক লগত দি ঘৰলৈ পঠিয়ায়।'

এইবাৰ মেদিনী চৌধুৰীয়ে কৈছিল- 'মাই, তই এইবাৰ এওঁলোকক পদ্মনাথ গোহাঞিবৰুৱাৰ কথা কচোন।'

পুতেকৰ কথাত সৰলাবালা চৌধুৰীয়ে হাঁহি এটা মাৰি পুনৰ আগৰ দৰেই শুৱলাকৈ ক'বলৈ ধৰিলে- 'পদ্মনাথ গোহাঞিবৰুৱা তেজপুৰৰ কলীবাৰীত আছিল। বিয়াও কৰাইছিল কলীবাৰীৰে ছোৱালী। লক্ষ্মীনাথ দাসৰ ছোৱালী, কেওঁট জাতি, সেয়ে বিয়াৰ পিছত মাকৰ ঘৰলৈ গ'লে জীয়েক আৰু পাকঘৰত সোমাব পৰা নাছিল।'

কথাটো শুনি মই বৰ আচৰিত হৈ সুধিছিলো- 'জীয়েকক পাকঘৰত সোমাব দিয়া নাছিল? কিয়?'

সোলামুখৰ ৯৩ বছৰীয়া বৃদ্ধাগৰাকীয়ে আৰু এটা হাঁহি মাৰিছিল আৰু কৈছিল- 'কেওঁটৰ ঘৰত আহোম হৈ যোৱা ছোৱালীক কিয় সোমাব দিব? পদ্মনাথ শহুৰেকৰ ঘৰলৈতো যোৱাই নাছিল। পদ্মনাথ পিছে প্ৰথমতে গগৈহে আছিল আৰু শেষত হ'লগৈ একেবাৰে অনাৰেবল শ্ৰীযুত পদ্মনাথ গোহাঞিবৰুৱা।

ইয়াৰ পিছত জাত-পাতৰ প্ৰসংগক লৈ তেওঁ মোক এনে এটা কথা কৈছিল যিটো

মোৰ মনত বিষাদেৰে অংকিত হৈ আছে। তেতিয়া আমি চাহ-ঠাহ খাই উঠিছিলোঁ আৰু চৌধুৰীৰ পত্নী পাণু চৌধুৰীয়ে আমাক বটাত তামোল আগবঢ়াই দিছিল আৰু শাহুৰেকক খুন্দি দিছিল। সেই তামোল হাতত লৈ সৰলাবালাই মোক হঠাতে কৈ উঠিছিল- 'আগতে বামুণে কছাৰী মানুহক কেনেকৈ তামোল দিছিল জানা? এনেকৈ- তেওঁ মোক হাত স্পৰ্শ নকৰাকৈ ওপৰৰ পৰা হাতত বস্তু পেলাই দিয়াৰ ভংগীমা কৰি সেই কথা বুজাইছিল। মই তেতিয়া ক্ষোভেৰে ভাবিছিলো- অসমীয়া জাতিটো এনেকৈ ভাঙি থানবান হোৱাৰে গুৰিতেতো অন্যান্য অনুন্নত জাতি, ট্ৰাইবেলসকলৰ প্ৰতি এই ঘৃণা, উন্নাসিকতা, তুচ্ছ-তাচ্ছিল্যৰ ভাবো অন্যতম প্ৰধান কাৰণ।

ইয়াৰ পিছত আৰু নানা কথা পাতি তেওঁক মই স্কুলীয়া দিনত পঢ়া কিবা কিতাপৰ কথা মনত আছেনে সুধিছিলোঁ। তেওঁ তেতিয়া লক্ষ্মীনাথ বেজবৰুৱাৰ 'ভাৰতবৰ্ষৰ বুৰঞ্জী' আৰু মফিজুদ্দিন আহমেদনৰ 'জ্ঞান-মালিনী'ৰ কথা কৈছিল। মই তেওঁক আকৌ সুধিছিলো- তেওঁতো তেতিয়াৰ দিনৰ তুলনাত এগৰাকী শিক্ষিতা মাকেই আছিল- সৰুতে ল'ৰা-ছোৱালীকেইটাৰ পঢ়া-শুনা চাই-চিতি দিছিলনে? তেতিয়া বৃদ্ধাই হাঁহি এটা মাৰি কৈছিল যে তেওঁ সঁচাকৈয়ে অজ্ঞ মানুহ, সন্তানক কেনেকৈ পঢ়ুৱাব। (মই এই কথা প্ৰথমৰে পৰা লক্ষ্য কৰি আহিছিলোঁ যে চৌধুৰীৰ মাকে নিজকে সঁচাকে আজিৰ তুলনাত অশিক্ষিতা বুলি ভাবি লৈ কেইবাবাৰো বিনয়েৰে নিজকে জ্ঞানহীনা বুলি কৈ আছিল- তেতিয়া মই বিষাদেৰে এই কথা নাভাবি পৰা নাছিলোঁ যে এতিয়াও তেওঁ যিমান বাহিৰা কিতাপ পঢ়ে আজিৰ বহুতো তথাকথিত উচ্চ ডিগ্ৰীধাৰী মহিলাই সিমান কিতাপ নপঢ়ে)।

পিছে এইবাৰ চৌধুৰীয়ে মাকৰ কথাত প্ৰতিবাদ কৰি উঠিছিল আৰু কৈছিল- 'তই আমাক ক'ত নপঢ়ুৱাকৈ আছিলি? যাদৱ চন্দ্ৰৰ পাটীগণিতৰ পৰা অংক শিকোৱা নাছিলিনে?'

মই তেওঁক পুনৰ পঢ়া-শুনাৰ কথাৰেই প্ৰশ্ন কৰিছিলোঁ- 'আপুনি বোলে এতিয়াও বাহিৰা কিতাপ পঢ়ে? কিতাপৰ নিচা তেন্তে এতিয়াও আছে?'

বৃদ্ধাই পুনৰ মধুৰভাৱে হাঁহিছিল আৰু কৈছিল- 'এৰা, কিতাপৰ প্ৰতি মোৰ বৰ ৰাপ। এতিয়াও মনোগ্ৰাহী কিতাপ এখন পালে মোক আৰু একো নালাগে।' (পিছত মোক প্ৰদীপ্তই কৈছিল যে বৃদ্ধাৰ কথাবোৰ শুনি সিতো আপ্লুত হৈছিলেই, সচৰাচৰ আনে ব্যৱহাৰ নকৰা 'মনোগ্ৰাহী' শব্দটো শুনিও তাৰ বৰ ভাল লাগিছিল।)

সিদিনা মোৰ মনটো হৰ্ষ-বিষাদ দুয়োবিধ অনুভূতিৰেই পূৰ্ণ হৈ গৈছিল- বিষাদত মগ্ন হৈছিল এইবাবেই যে সমাজত নাৰীক মৰ্যাদা নিদিয়া বাবে এগৰাকী সম্ভাৱনাপূৰ্ণ মহিলাৰ জ্ঞান-লিখাৰ টেটু চেপি ধৰা হৈছিল আৰু হৰ্ষৰ কাৰণ আছিল সেই সন্ধিয়াটো দুগৰাকী অনন্য মাতৃ-পুত্ৰৰ ৰসাল আৰু জ্ঞানেৰে পূৰ্ণ কথা-বতৰা আৰু পৰিয়ালটোৰ আন্তৰিক আপ্যায়ন। আগতেও মেদিনী চৌধুৰীৰ ঘৰলৈ যেতিয়াই গৈছো তেতিয়াই তেওঁৰ গৃহিণীয়ে আমাক নানা সুখাদ্য খুৱাইছে।

সিদিনাও আমাক লুচি, আলু ভাজি, মিঠাই আদিৰে আপ্যায়িত কৰা হৈছিল। সৰলাবালা চৌধুৰীয়েও আমাৰ দৰেই সকলোবোৰ বস্তু খাইছিল, কিন্তু তেওঁৰ পুতেকক

দিয়া হৈছিল দুটুকুৰা পাউৰুটি। মই সেই কথা উনুকিয়াওতে চৌধুৰীয়ে কপট ক্ষোভেৰে কৈছিল- 'মাৰ যে একো বেমাৰ নাই- গেষ্ট্রিক নাই, প্রেছাৰ নাই, কফৰ বেমাৰ নাই বাবে সকলো খাব পাৰে, কিন্তু মই পেটৰ বাবে সেই ভজা-চজাবোৰ খাব নোৱাৰোঁ।'

যি হওক- সিদিনা মই বাৰে বাৰে এটা কথাও ভাবিছিলো যে এই অসমত এনে মাক-পুতেক আমাৰ প্রজন্মৰ সাহিত্যিকৰ মাজত আন আৰু কোনো বোধহয় নাই।

শেষত সিদিনা সন্ধিয়াৰ এটা সৰু কাহিনী কৈ প্রয়াত ৰসিক সাহিত্যিক গৰাকীলৈ শ্রদ্ধাঞ্জলি আগবঢ়াই এই লেখাটোৰ সামৰণি মাৰোঁ। মোৰ পুত্ৰই সুধিছিল- 'মেদিনী মামা, (কিয় জানো মোৰ পুত্ৰই তেওঁক মামা বোলাৰ বিপৰীতে তেওঁৰ সন্তানে মোক খুৰী বুলি মাতে) আমি মার্ঘেৰিটালৈ যাওঁতে আপোনাৰ যিটো বন্দুকেৰে চৰাই চিকাৰ কৰিছিল, সেই বন্দুকটো আছেনে?'

'পুলিচত জমা দি থৈছোঁ, পিছে এতিয়া উলিয়াই বিক্রী কৰি দিম বুলি ভাবিছোঁ, কাৰণ এতিয়াতো অসমত মানুহ চিকাৰ কৰাৰ বাহিৰে বন্দুক আন জীৱ-জন্তু চিকাৰ কৰা কামত নালাগে।' চৌধুৰীয়ে কপট গাম্ভীর্যৰে কৈছিল।

# মেদিনী চৌধুৰীৰ ব্যক্তিত্ব ঃ 'বণ্ডুকা বেহাৰ'ৰ আলোকত

ড° শৈলেন ভৰালী

উপন্যাস আধুনিক যুগৰ সৃষ্টি। বাস্তৱতা ইয়াৰ আধাৰ। কিন্তু বাস্তৱ জীৱনৰ একোটি কাহিনী যথাযথভাৱে পৰিৱেশন কৰিলেই এখন ভাল উপন্যাসৰ জন্ম নহয়। ইয়াৰ মাজেদি প্ৰকাশ পাব লাগিব জীৱন সম্পৰ্কে লেখকৰ এক স্বকীয় দৃষ্টিভংগী। আচলতে, এই দৃষ্টিভংগীতে সোমাই থাকে লেখকৰ ব্যক্তিত্ব আৰু উপন্যাসৰ সৰু-বৰো প্ৰধানকৈ নিৰ্ভৰ কৰে এই দৃষ্টিভংগী তথা ব্যক্তিত্বৰ ওপৰতে। একোগৰাকী ব্যক্তিৰ জীৱনক কেন্দ্ৰ কৰি লিখা আৰু আনকি মহাপুৰুষসকলৰ জীৱনক লৈ লিখা উপন্যাসসমূহো ইয়াৰ ব্যতিক্ৰম হ'ব নোৱাৰে। কাৰণ, মহাপুৰুষসকলৰ জীৱনৰ ভিত্তিত লিখা উপন্যাসসমূহৰ প্ৰধান সমল হৈছে চৰিতপুথিসমূহ। প্ৰথম কথা, চৰিতপুথিত পোৱা আটাইবোৰ কথা একোখন উপন্যাসত অন্তৰ্ভুক্ত কৰা সম্ভৱ হ'ব নোৱাৰে। কোনবোৰ কথা গ্ৰহণ কৰিব আৰু কোনবোৰ বৰ্জন কৰিব সেইটো নিৰ্ভৰ কৰিব লেখকৰ দৃষ্টিভংগীৰ ওপৰতেই। দ্বিতীয়তে, চৰিতপুথিৰ মহাপুৰুষসকলৰ অবিকলভাৱে দাঙি ধৰা ঔপন্যাসিকৰ কাম নহয়। চৰিতপুথিক আশ্ৰয় কৰি লিখা জীৱনীমূলক উপন্যাস চৰিতপুথিৰ ঘটনাৱলীৰ দৃষ্টিভংগী আৰু বিংশ-একবিংশ শতিকাৰ লোকৰ দৃষ্টিভংগী একে হৈ থকা নাই। মহাপুৰুষসকলক তেওঁলোকৰ সমসাময়িক কালত কিদৰে চোৱা হৈছিল সেই একে দৃষ্টিৰে বৰ্তমান সময়ৰ পাঠকে তেওঁলোকক নিশ্চয় গ্ৰহণ নকৰিব। মহাপুৰুষসকলৰ জীৱনৰ লগত এনেধৰণৰ কিছুমান ঘটনা সাঙোৰ খাই পৰিছে অথবা চৰিতপুথিত তেওঁলোকৰ জীৱনৰ লগত জড়িত এনে ধৰণৰ কিছুমান ঘটনাৰ বিৱৰণ আছে যিবোৰ আধুনিক যুক্তি-নিৰ্ভৰ, বৈজ্ঞানিক দৃষ্টিসম্পন্ন পাঠকে কোনোপধ্যে মানি নল'ব। উদাহৰণস্বৰূপে, চৰিতপুথিত শংকৰ-মাধৱক কোনো কোনো ক্ষেত্ৰত ঐশ্বৰিক, অতিমানৱীয় শক্তিৰ গৰাকী ৰূপে গণ্য কৰা হৈছে। অনেক অলৌকিক কাৰ্যৰে তেওঁলোকৰ চৰিত্ৰত দেৱত্ব আৰোপ কৰা হৈছে। আধুনিক পাঠকৰ মনে এইবোৰ কথা নিৰ্বিচাৰে স্বীকাৰ কৰি ল'বলৈ টান পাব। গতিকে, ঔপন্যাসিকে সেই ঘটনাসমূহৰ নতুন বিচাৰ-বিশ্লেষণ আগবঢ়াব পাৰিব লাগিব আৰু মহাপুৰুষসকলক মানুহৰ শাৰীলৈ নমাই আনি মানুহে হিচাপে তেওঁলোকক প্ৰতিষ্ঠা কৰিব পাৰিব লাগিব।

শংকৰ-মাধৱৰ জীৱনক লৈ লিখা জীৱনীমূলক উপন্যাসৰ পথটো দেখুৱাই দিয়ে মেদিনী চৌধুৰীয়ে। তেওঁৰ 'বণ্ডুকা বেহাৰ' ইয়াৰ প্ৰথম দৃষ্টান্ত। মাধৱদেৱৰ জীৱনক কেন্দ্ৰ

কৰি লিখা এই উপন্যাসখনক মহাপুৰুষগৰাকীৰ সমগ্ৰ জীৱনৰ সামৰি লোৱা হোৱা নাই। মাধৱদেৱৰ জীৱনৰ শেষছোৱা আৰু প্ৰধানকৈ শংকৰদেৱৰ মৃত্যুৰ পিছত মাধৱদেৱৰ জীৱনৰ দুৰ্যোগময় কালত্ৰছোৱাত উপন্যাসত অন্তৰ্ভুক্ত কৰা হৈছে। শংকৰদেৱৰ মৃত্যুৰ পিছতেই ধৰ্মাচাৰ্য হৈ ভক্তিধৰ্মৰ গুৰি ধৰিবলগীয়া হোৱা মাধৱদেৱ প্ৰতিকূল পৰিস্থিতিৰ সন্মুখীন হয়। গুৰুৰ পিছতেই গুৰুৰ একমাত্ৰ পুত্ৰ ৰমানন্দ ঠাকুৰৰো মৃত্যু হোৱাত গুৰু-পত্নীৰ অনুৰোধক্ৰমে গুৰু-টোলত থাকি মাধৱদেৱে পৰিয়ালটিক আশ্ৰয় দান কৰে। সেই সময়তে ধৰ্মাচাৰ্য হ'ব নোৱাৰা ক্ষোভত শংকৰদেৱৰ ভাতৃ বনগঞাগিৰিয়ে মাধৱদেৱৰ বিৰুদ্ধে নানা অপবাদ প্ৰচাৰ কৰে। এই অপবাদে মাধৱদেৱক অতিশয় মনোকষ্ট দিয়ে। অপবাদৰ হাত সাৰিবলৈ তেওঁ গুৰু-গৃহ এৰি সুন্দৰীদিয়াত থাকেগৈ। তাত থকা সময়তো তেওঁ গুৰু-পৰিয়ালৰ দুখ-দুৰ্গতিৰ কথা আৰু বিশেষকৈ নিষ্পাপ ৰমানন্দ-পত্নী সিন্ধুমতীক ৰজাৰ চৰ্দাৰে ধৰি নিয়া কথা শুনি ভীষণ মানসিক অশান্তিত দিন কটাবলগীয়া হয়। আনহাতে, ধৰ্মাচাৰ্য হৈ গুৰুৱে দি থৈ যোৱা নিৰ্দেশ অনুসৰি কামত আগবঢ়াৰ লগে লগে মাধৱদেৱৰ সমুখলৈ আহে প্ৰচণ্ড বাধা। ভক্তি-আন্দোলনৰ মূল সুঁতিৰ পৰা আঁতৰি গৈ দামোদৰদেৱে বৰসবাহ আৰু নৃত্যৰ ব্যৱস্থা কৰা দেখি নাৰায়ণ দাস প্ৰমুখ্যে ভক্তসকলে মাধৱদেৱকো সেইদৰে বৰমেল পাতি নটুৱা নাচৰ আয়োজন কৰিবলৈ হেঁচা দিয়ে। গুৰুৰ উপদেশ কোনোপধ্যে উলংঘা কৰিব নোখোজা মাধৱদেৱে তীব্ৰ মানসিক সংঘাতৰ মাজত, নিজৰ ইচ্ছাৰ বিৰুদ্ধে অৱশেষত ভক্তসকলৰ ইচ্ছাৰ প্ৰতি সঁহাৰি জনায়। এই ছেগতে মাধৱদেৱৰ বিৰোধীসকলে ৰজাৰ আগত মাধৱদেৱৰ বিৰুদ্ধে লগায়গৈ। মাধৱদেৱে ৰভীয়াল কীৰ্তনঘৰ সাজি নটুৱা নচোৱা বুলি কৈ নাচৰ বিকৃত ব্যাখ্যা ৰজাৰ আগত দাঙি ধৰে। ফলস্বৰূপে, ৰজাই মাধৱদেৱক হাজোলৈ নিৰ্বাসন দিয়ে। মাধৱদেৱে বিনা প্ৰতিবাদে ৰজাৰ আজ্ঞা মূৰ পাতি লৈ নাৱেৰে হাজোলৈ যাত্ৰা কৰে।

শংকৰ-মাধৱৰ জীৱন অবিচ্ছেদ্যভাৱে সংযুক্ত। মাধৱদেৱক এৰি শংকৰদেৱৰ জীৱনৰ বিষয়েও সেইদৰে আলোচনা কৰা সম্ভৱ নহয়। মাধৱদেৱৰ প্ৰসংগ ওলালেই শংকৰদেৱৰ প্ৰসংগ আহি পৰে! গতিকে, মাধৱদেৱৰ জীৱনৰ আটাইবোৰ ঘটনাক এখন উপন্যাসত সামৰিবলৈ বিচাৰিলে কাহিনীৰ নিটোলতা ৰক্ষা কৰা আৰু পাঠকৰ আগ্ৰহ-উৎকণ্ঠা বজাই ৰখা টান হ'ব পাৰে বুলি ভাবিয়েই চৌধুৰীয়ে মাধৱদেৱৰ জীৱনৰ চুটি, সংকটময় কাল এছোৱাক উপন্যাসৰ বাবে নিৰ্বাচন কৰি লৈছে। সেই কম পৰিসৰৰ চুটি কালছোৱাৰ ভিতৰতে ইতিপূৰ্বে মৃত্যু হোৱা শংকৰদেৱৰ প্ৰসংগ সংযোগ কৰা বৰ উজু নহয়, অথচ শংকৰদেৱক আওকাণ কৰি মাধৱদেৱৰ জীৱনৰ কথা কল্পনাই কৰিব নোৱাৰি। চৌধুৰীয়ে কৌশলেৰে সেই কাম সম্পন্ন কৰিছে। জীৱনৰ সংকটপূৰ্ণ কালছোৱাৰ প্ৰতিটো মুহূৰ্ততে তেওঁ মাধৱদেৱক শংকৰদেৱৰ স্মৃতি ৰোমন্থন কৰাইছে আৰু তাৰ জৰিয়তে মাধৱদেৱক তেওঁ ওভতাই লৈ গৈছে শংকৰদেৱৰ সময়লৈ, শংকৰদেৱৰ জীৱনৰ লগত জড়িত ঘটনাসমূহৰ মাজলৈ। দেখা গৈছে, ধৰ্মতত্ত্বৰ ক্ষেত্ৰতেই হওক অথবা আন কোনো

ক্ষেত্ৰতেই হওক, মাধৱদেৱে শংকৰদেৱৰ প্ৰসংগ উত্থাপন কৰিছে, প্ৰতিটো সংকটপূৰ্ণ মুহূৰ্তত গুৰুৰ লগত হোৱা অভিজ্ঞতাৰ কথা স্মৰণ কৰিছে, শংকৰদেৱৰ জীৱনৰ লগত জড়িত কোনো কোনো ঘটনা টানি আনি গুৰুৰ ভিন্নমুখী প্ৰতিভাৰ ইংগিত দিছে, গুৰুৱে লিখি থৈ যোৱা কথা আৰু দি থৈ যোৱা উপদেশৰ উল্লেখেৰে নিজৰ মত প্ৰতিপন্ন কৰিছে। ভকতসকলে বৰসবাহ পাতি নটুৱা নাচোৱাৰ সিদ্ধান্তত সন্মতি জনাবলগীয়া হোৱা মাধৱদেৱৰ মনৰ দুঃশ্চিন্তা প্ৰকাশ কৰা হৈছে এইদৰেঃ

"বাটত মাধৱ চিন্তিত হৈ পৰিল ভকতসকলৰ নটুৱা নাচ চোৱাৰ আগ্ৰহ দেখি। একমাত্ৰ গোপাল আৰু গোবৰ্ধন আতৈত বাদে আটায়ে উৎফুল্ল হৈ উঠিছিল প্ৰস্তাৱষাৰ শুনাৰ লগে লগে। নাৰায়ণ দাস আতাতো একেবাৰে উল্লসিত হৈ পৰিছিল। গুৰুজনাৰ তিৰোভাৱৰ কেইটামান বছৰৰ ভিতৰতে গুৰুজনাৰ অন্তিম আদেশ উলংঘা কৰি বৰঘৰ সাজিলে। এতিয়া বৰমেলো পাতিব আৰু নটুৱা নাচো নচাব। গুৰুজনাই সদায় কৈছিল ধৰ্মচৰ্চা আড়ম্বৰপূৰ্ণ কৰিবলৈ গ'লেই ধৰ্ম শেষ; মাত্ৰ আড়ম্বৰটোতহে মানুহে গুৰুত্ব দিয়া হয়গৈ আৰু তেতিয়া গৰিব দৰিদ্ৰ জনসাধাৰণৰ স্বাভাৱিকতে ধৰ্মচৰ্চাৰ পৰা বঞ্চিত হয়।" (পৃ. ১০৭)

"মাধৱৰ আকৌ আগৰ দুঃশ্চিন্তাই লগ ল'লেহি। যিজন পুৰুষৰ ছত্ৰছায়াত এই আটাইৰে জীৱন, ধ্যান-ধাৰণা গঢ়ি উঠিছে, যিজনৰ সংকাশলৈ আহি তেওঁলোকে ধন্য মানিছিল, আৰু যিজনৰ ওচৰলৈ তেওঁলোকে চৰম দুৰ্যোগৰ সময়ত আশ্ৰয় বিচাৰি, সহানুভূতি বিচাৰি কোনোদিন বিমুখ হোৱা নাছিল- তেওঁৰ অন্তিম ইচ্ছাৰ প্ৰতি, তেওঁৰ ভাল লগা বেয়া লগাৰ প্ৰতি এওঁলোক যে ইমান উদাসীন হ'ব পাৰে, ইমান নিৰ্লিপ্ত ভাব দেখুৱাব পাৰে মাধৱ আৰু গোবিন্দ দুয়ো কথাষাৰ ভাবি বিস্ময়ত হতবাক হৈছিল।" (পৃ. ১০৮)

মাধৱদেৱে গুৰুৰ ভিন্নমুখী প্ৰতিভাৰ ইংগিত দিছে এইদৰেঃ

"মাধৱৰ মন পিছুৱাই গৈছিল বহু বছৰৰ আগলৈ।... গুৰুজনাই ৰজা নৰনাৰায়ণক বৃন্দাবনীয়া বস্ত্ৰ বৈ দিয়াৰ দায়িত্ব লৈ আহিছিল এই তাঁতীকুছিলৈ।... গুৰুজনাই নিতউ আহিছিল পাটবাউসীৰ পৰা তাঁতীকুছিলৈ কামৰ অগ্ৰগতিৰ বুজ ল'বলৈ। তেৰাৰ প্ৰতিভা কেৱল আধ্যাত্মিক দিশতে যে আছিল এনে নহয়; এজন ব্যক্তিক স্বয়ংসম্পূৰ্ণ কৰি তুলিবলৈ যিমান দিশৰ অভিজ্ঞতাৰ প্ৰয়োজন গুৰুজনাৰ সেই সমস্ত দিশতে আছিল চৰম ব্যুৎপত্তি। তাঁতীকুছিতো তাঁতৰ কাম চায়ে ক্ষান্ত থকা নাছিল, নিজেও হাতে-কামে লাগি গৈছিল।" (পৃ. ১৬৯-১৭০)

"কথাষাৰ শুনি মাধৱৰ মন ভাৱাক্ৰান্ত হৈ পৰিছিল স্মৃতিকাতৰতাৰে।

গুৰুজনা যেতিয়া আছিল, ভাবিবৰ প্ৰয়োজনেই নাছিল কাৰো; কুমাৰৰ মাটি কোনে আনিলে কাজলীমুখৰ পৰা, ক'ৰ কঁঠালগছ কাটি কোনে সাজিলে কঁঠালসাৰৰ খোল, কোনে শিকালে কেঁতাইখাক্ খেলিৰ অপূৰ্ব বাদন, কোনে সজালে কাটৰ মুখাৰে দানৱ দৈত্য ৰাজক, কোনে বা আঁকিলে চিহ্নযাত্ৰাৰ অনিন্দ্য চিহ্নপট। তেনেবোৰ কথাত মূৰ ঘমাবলৈ কাৰো আৱশ্যক হোৱা নাছিল।" (পৃ. ১৭০)

সংকটকালৰ প্ৰতিটো ক্ষণতে মাধৱদেৱে গুৰুৰ কথা মনলৈ আনিছে, গুৰুৱে বিপদৰ সময়ত আশ্বাস-বাণীৰে কিদৰে উৎসাহ দান কৰিছিল সেই কথা ভাবি মনৰ দুখ পাতলাইছে ঃ

"আশ্বাসবাৰ শুনোৱাৰ লগে লগে মাধৱৰ মনলৈ আহিল গুৰুৱে বহুদিনৰ আগতে কোৱা কথা এষাৰ। ৰাজৰোষত পৰি অসম ৰাজ্য এৰি যেতিয়া দুয়ো আহি এই পাণ্ডৱ-বৰ্জিত দেশখনত উঠিছিলহি মাধৱে চাৰিওপিনে অনুভৱ কৰিছিল হতাশা;... গুৰুৱে মাধৱৰ পিনে চাই মনৰ কথা উপলব্ধি কৰি উৎসাহ দিওঁতে প্ৰায় কৈছিল-

বঢ়াৰ পো, শুক্লপক্ষ সদায় যিদৰে নাথাকে, কৃষ্ণপক্ষও সেইদৰে চিৰদিন নাথাকে। আমাৰ এই দুখৰ নিশাৰ এদিন নহয় এদিন ওৰ পৰিবই; আৰু মোৰ বিশ্বাস, আচিৰেই ওৰ পৰিব।" (পৃ. ১৫৬)

আনকি, ৰঙীয়াল ফুলজোপাৰ পিনে চকু দিয়া সময়তো মাধৱদেৱে মনত পেলাইছে বহুত দিন আগতে গুৰুৱে কোৱা কথা। গুৰুৱে হেনো কৈছিল ঃ

"বুজিছা বঢ়াৰ পো, ৰঙা ৰং প্ৰত্যাশাৰ প্ৰতীক. অশোক, জবা, কৃষ্ণচূড়া, শিমলু, পলাশ, এজাৰ, মদাৰ সকলোৰে ফুল ৰঙা। কিন্তু ৰঙিয়াল ফুলৰ কজলা পাতৰ সিৰে সিৰে প্ৰস্তুতিৰ যি মাদকতা আছে সেই মাদকতাৰ স্পৰ্শ আন কোনো ফুলতেই তুমি নোপোৱা।" (পৃ. ১২৯)

গুৰুৰ আদৰ্শৰ প্ৰতি মাধৱদেৱৰ নিষ্ঠা কিমান গভীৰ আছিল, গুৰুৰ আদৰ্শৰ উলংঘন হয় বুলি মাধৱদেৱে প্ৰতিটো পৰিস্থিতিতে কিদৰে শংকিত হৈছিল তাৰ পৰিচয় মাধৱদেৱৰ কথাই কথাই প্ৰকাশ পাইছে। কৈৱৰ্ত চুবুৰিৰ হীৰামণি-তুলসী বৰমেললৈ নহা বুলি জনাৰ পিছত মাধৱদেৱৰ মনৰ ভাব প্ৰকাশ কৰা হৈছে এইদৰে ঃ

"মাধৱ হঠাৎ নিৰুৎসাহ হৈ পৰিল। যাৰ কাৰণে গুৰুজনাই জীৱনৰ সমস্ত সুখভোগ পৰিহাৰ কৰি এক মহান আদৰ্শৰ প্ৰৱৰ্তন কৰিলে, যাৰ কল্যাণ কামনা কৰি তেওঁ নিজেই পিতৃভূমি, পৰিয়াল-পৰিজন সকলো ত্যাগ কৰি, গৃহহীন, আশ্ৰয়হীন হৈ জীৱনৰ সমস্ত সুখ জলাঞ্জলি দিলে, তেওঁলোকেই যদি ৰঙিয়াল ঘৰৰ ৰঙত, আদৰ্শসেৱীৰ সমাৰোহত অংশগ্ৰহণ কৰিবলৈ কুণ্ঠাবোধ কৰে, তেন্তে তেওঁৰ সমগ্ৰ সাধনা বিফল হোৱা বুলি

ক'বই লাগিব।" (পৃ. ১৭২)

এইদৰে চালে দেখা যাব যে মাধৱদেৱৰ জীৱনৰ এইছোৱা কাহিনীৰ মাজতো কায়িকভাৱে মৃত্যু হোৱা শংকৰদেৱ আৰু মাধৱদেৱ যে অভিন্ন আত্মা আছিল্ সেইকথা উপন্যাসখনৰ প্ৰায় প্ৰতিটো পৃষ্ঠাতে পাঠকে অনুভৱ কৰিব পাৰিছে।

অসমৰ জাতীয় জীৱনত শংকৰদেৱ আৰু মাধৱদেৱ চিৰস্মৰণীয় হৈ ৰৈছে তেওঁলোকৰ কাম-কাজ আৰু সাহিত্যকৃতিৰ মাজেদি প্ৰকাশ পোৱা মানৱতাবোধৰ কাৰণে। সৰ্বসাধাৰণ মানুহৰ প্ৰতি অকৃত্ৰিম সহানুভূতি, সৰু-বৰ, উচ্চ-নীচৰ ভেদাভেদ আঁতৰ কৰি সকলো মানুহকে সমান মৰ্যাদাদানৰ চেষ্টা তেওঁলোকৰ ব্যক্তিত্বৰ আটাইতকৈ আকৰ্ষণীয় দিশ। মাধৱদেৱৰ ব্যক্তিত্বৰ এই দিশটোৰ প্ৰতি বিশেষভাৱে সজাগ হৈ মেদিনী চৌধুৰীয়ে যে উপন্যাসখন ৰচনা কৰিছে তাৰ ইংগিত উপন্যাসখনৰ পাতনি হিচাপে পঢ়ুৱৈলৈ লিখা কথাখিনিতে আছে। চৌধুৰীয়ে লিখিছে ঃ

"শংকৰ-মাধৱে অৱহেলিত সৰু সৰু মানুহৰ সাংস্কৃতিক উত্থানৰ অৰ্থে অহোপুৰুষাৰ্থ কৰিছিল। সাংস্কৃতিক ধ্যান-ধাৰণাৰ সামন্তযুগীয় দুৰধিগম্য বাধাৰ প্ৰাচীৰ ভাঙি চেষ্টা কৰিছিল এক নতুন চিন্তাধাৰাৰ প্ৰৱৰ্তন কৰিবলৈ। সেই চিন্তাধাৰাৰ অভিনৱত্ব আজিও অক্ষুণ্ণ থকা বুলি মই বিশ্বাস কৰোঁ। কিতাপখনত তেনে এক চেতনাৰ অস্তিত্বকে অনুভৱ কৰাবলৈ চেষ্টা কৰা হৈছে।"

(পঢ়োঁতাসকললৈ শ্ৰদ্ধাৰে)

উপন্যাসখনৰ কাৰণে মাধৱদেৱৰ জীৱনৰ ঘটনা-নিৰ্বাচনত চৌধুৰীৰ এই চেতনাই নিশ্চিতভাৱে ক্ৰিয়া কৰিছে। অকল মাধৱদেৱৰেই নহয়, মাধৱদেৱৰ লগে লগে শংকৰদেৱৰ ব্যক্তিত্বৰ এই দিশটোকো পোহৰলৈ অনা হৈছে। যি উদ্দেশ্য আগত ৰাখি শংকৰদেৱ আৰু মাধৱদেৱ সীমাহীন কষ্ট আৰু ত্যাগ স্বীকাৰ কৰি সামাজিক আৰু সংস্কৃতিক আন্দোলন আৰম্ভ কৰিছিল তাৰ প্ৰয়োজনীয়তা এতিয়াও নাইকিয়া হৈ যোৱা নাই। কাহিনীত প্ৰচ্ছন্ন হৈ থকা তেনে এক চেতনাৰ জৰিয়তে ঔপন্যাসিকে অতীতৰ লগত বৰ্তমানৰ সংযোগ স্থাপনৰ চেষ্টা কৰিছে। ইয়াতেই প্ৰকাশ পাইছে ঔপন্যাসিকৰ ইতিহাস-চেতনা। এই ইতিহাস-চেতনাৰ ওপৰতে একোখন ঐতিহাসিক উপন্যাসৰ সাৰ্থকতা বহু পৰিমাণে নিৰ্ভৰ কৰে। জীৱনীমূলক উপন্যাসো ঐতিহাসিক উপন্যাসৰে এটা ঠাল। জীৱন সম্পৰ্কে মেদিনী চৌধুৰীৰ স্বকীয় দৃষ্টিভংগীয়ে এই চেতনাৰ মাজেদিয়ে আত্মপ্ৰকাশ কৰিছে। এই দৃষ্টিভংগীৰ আধাৰতে ঔপন্যাসিকগৰাকীয়ে চৰিতপুথিৰ অলৌকিক ঘটনাৰো আধুনিক ব্যাখ্যা দাঙি ধৰিবলৈ চেষ্টা কৰিছে। ইয়াৰ প্ৰমাণ হিচাপে চৰিতপুথিত বৰ্ণনা কৰা ৰাধিকাৰমণীৰ ঘটনাটোলৈ আঙুলিয়াই দেখুৱাব পাৰি। ঔপন্যাসিকে ঘটনাটোৰ উল্লেখ কৰি তাৰ এক যুক্তিপূৰ্ণ ব্যাখ্যা স্বয়ং শংকৰদেৱেই মাধৱদেৱৰ আগত দি থৈ যোৱা দেখুৱাইছে ঃ

"গুৰুজনাই প্ৰায়ে মাধৱৰ আগত কৈছিল ৰাধিকাৰমণীৰ কথা।

ঃ বুজিছা বঢ়াৰ পো, ৰাধিকাৰমণী আমাৰ সমাজৰ এক মূৰ্তিমান বিপ্লৱ। সমাজত খাটি খোৱা মানুহৰ স্থান ইমান নিম্নস্তৰত নিৰূপণ কৰা হৈছিল যে সমাজৰ কল্যাণ প্ৰচেষ্টাত তেওঁলোক অংশীদাৰ হোৱাটো দূৰৰ কথা, তেওঁলোকৰ কল্যাণ-অকল্যাণৰ প্ৰতি সমাজৰ নিয়ন্তাসকল আছিল একেবাৰে উদাসীন।... সেইবাবেই গুৰুজনাই টেম্বুৱানী জান বন্ধাৰ দৰে কল্যাণমূলক প্ৰচেষ্টা এটাত কৈৱৰ্ত ৰমণীৰাধিকাক কেৱল অংশ গ্ৰহণৰ সুযোগ দিয়ে ক্ষান্ত থকা নাছিল, ৰাধিকাক নিৰ্বাচন কৰিছিল প্ৰধান হোত্ৰীস্বৰূপে তাৰ অনুৰূপ মৰ্যাদা প্ৰদান কৰি।" (পৃ. ৪৬)

সন্দেহ নাই, চৰিতপুথিৰ বাহিৰলৈ গৈ নতুন ধ্যান-ধাৰণাৰ আলোকেৰে মাধৱদেৱক চোৱাৰ অধিকাৰ ঔপন্যাসিকৰ আছে। কিন্তু চৰিতপুথি আৰু মাধৱদেৱৰ সাহিত্য কৃতী আৰু অন্যান্য কাম-কাজৰ আধাৰত মাধৱদেৱৰ ব্যক্তিত্ব সম্পৰ্কে মানুহৰ মনত যি এক ধাৰণাই গঢ় লৈছে সেই ব্যক্তিত্ব উপন্যাসতো প্ৰকাশ পাব লাগিব। সেই ধাৰণাৰ পৰা মাধৱদেৱক বেছি দূৰলৈ আঁতৰাই নিলে অসুবিধা হ'ব। চৰিতপুথিত মাধৱদেৱক পোৱা গৈছে ভক্তিধৰ্মত অটল বিশ্বাসী, গুৰুৰ একান্ত অনুগামী, আদৰ্শত অবিচল এগৰাকী ধীৰ, স্থিৰ, স্থিতপ্ৰজ্ঞ পুৰুষৰূপে। তেওঁৰ কাম-কাজ আৰু সাহিত্যকৰ্মৰ মাজতো পাঠকে বিচাৰি পাইছে এগৰাকী নিষ্ঠাশীল, ব্যক্তিক, এগৰাকী ভক্তিপ্ৰাণ প্ৰতিভাশালী কবিক। কিন্তু 'বগুকা বেহাৰ'ত মাধৱদেৱৰ নিষ্ঠা,আদৰ্শ আৰু মানবীয়তা প্ৰকাশ পাইছে যদিও, 'গড় নবন্ধাকৈ যুঁজি মহাৰথী' হ'ব খোজা দৃঢ় মাধৱদেৱৰ ব্যক্তিত্বৰ স্বৰূপ ইয়াত যেন উন্মোচিত নহ'ল। মানসিক সংঘাতত জৰ্জৰিত. সংকটৰ সময়ত উচিত সিদ্ধান্ত ল'ব নোৱাৰা, ভকতসকলৰ অবাঞ্ছিত মতৰ বিৰুদ্ধে মাত মাতিবলৈ সংকোচ কৰা, গুৰুৰ কায়িক অনুপস্থিতিত অসহায় অনুভৱ কৰা মাধৱদেৱকহে ইয়াত প্ৰধানকৈ পোৱা হ'ল। মাধৱ-চৰিত্ৰৰ বৈশিষ্ট্যপূৰ্ণ দিশ যেন ঔপন্যাসিকৰ স্বকীয় দৃষ্টিভংগী প্ৰকাশৰ চেষ্টাত তল পৰি ৰ'ল। উপন্যাসখনৰ এইটো এটা দুৰ্বলতা বুলিয়েই ক'ব লাগিব। গোবিন্দ, হীৰামণি আদি চৰিত্ৰৰ প্ৰতি ঔপন্যাসিকৰ প্ৰয়োজনাধিক মনোযোগেই এই দুৰ্বলতাৰ কাৰণ বুলি ভবাৰ থল আছে।

অৱশ্যে, স্বীকাৰ কৰিব লাগিব, এই দুৰ্বলতাই কাহিনীৰ মাজত পাঠকৰ আগ্ৰহ-উৎকণ্ঠাত অকণো বাধা নজন্মায়। ইয়াৰ কাৰণ উপন্যাসখনৰ সুখপাঠ্যতা। 'বগুকা বেহাৰ' এখন সুখপাঠ্য উপন্যাস। সুখপাঠ্যতাৰ মূলতে আছে প্ৰতীক, প্ৰবচন আদিৰে সমৃদ্ধ মেদিনী চৌধুৰীৰ সৰস, কাব্যিকতাপূৰ্ণ ভাষা। উপন্যাসখনৰ কাহিনীত ৰঙিয়াল ফুলজোপাৰ সঘন উল্লেখ মন কৰিবলগীয়া। আচলতে, বিভিন্ন সময়ত মাধৱদেৱৰ মনৰ ভাব প্ৰকাশ কৰিবলৈ ৰঙিয়াল ফুলজোপাক প্ৰতীক হিচাপে ব্যৱহাৰ কৰা হৈছে। মাধৱদেৱৰেই নহয়, ৰঙিয়াল ফুলৰ প্ৰতি শংকৰদেৱৰ মনৰ ভাবো প্ৰসংগক্ৰমে প্ৰকাশ কৰা হৈছে। শংকৰদেৱে হেনো ৰঙিয়াল ফুলক নিষ্কাম ভক্তিৰ প্ৰতীক হিচাপে লৈছিল। এই কথা মাধৱদেৱৰ জৰিয়তে প্ৰত্যয়জনকভাৱে পাঠকক জনোৱা হৈছে। প্ৰতীকৰ উপৰি উপন্যাসখনত আছে প্ৰবাদ

বাক্যৰ উপযুক্ত ব্যৱহাৰ। ইয়াৰ দৃষ্টান্ত হীৰামণিৰ মুখত দিয়া এনেধৰণৰ বাক্য ঃ

"নাও দিলোঁ, ব'ঠা দিলোঁ আৰু দিলোঁ চৰি, বাই বাটি খাব নোৱাৰে, কাৰ কোন বৈৰী।" (পৃ. ৭৫)

"ঠেংতলে ৰৌ যায়, মিছালৈ টোপনিয়ায়।" (পৃ. ৭৫)

এনে ধৰণৰ প্ৰচলিত জ্ঞানপূৰ্ণ বচনৰ ব্যৱহাৰে কাহিনীৰ সুখপাঠ্যতাকে সহায় কৰা নাই, প্ৰয়োজনীয় পৰিৱেশ সৃষ্টিতো সহায় কৰিছে। উপন্যাসখনক সুখপাঠ্য কৰি তোলাত ইয়াৰ সুসংহত কাহিনীবোৰৰ বৰঙণি আছে।

# মেদিনী চৌধুৰী আৰু তেওঁৰ 'বিপন্ন সময়'

**ড° ভৃগুমোহন গোস্বামী**

ত্রিছ মার্চ, ২০০৩ চন। প্রয়াত মেদিনীমোহন চৌধুৰীৰ ঘৰ বিচাৰি চানমাৰি কলনিৰ ভিতৰ সোমাইছিলোঁ। তেওঁ মেদিনী চৌধুৰী হিচাপেই বিখ্যাত আছিল। চৌধুৰীৰ নামটো কোৱাৰ লগে লগে এজন মানুহে হাউছিংৰ কোৱাৰ্টাৰ এটা দেখুৱাই দিছিল। কোৱাৰ্টাৰটোৰ ভিতৰ সোমাই গৈ প্ৰথমে তেওঁৰ পত্নী শ্ৰীমতী প্ৰণতি চৌধুৰীকে লগ পাইছিলোঁ। তেওঁ মোক বহিবলৈ দি আগমনৰ কাৰণ সুধিছিল। মই কৈছিলোঁ, "তেওঁক আৰু লগ নাপালোঁ, কেইমাহমান আগতে সাহিত্য বিষয়ক সভা এখনত তেওঁৰ চমু সাৰগৰ্ভ ভাষণ শুনিছিলোঁ। তেওঁৰ ভাষণ আৰু শুনিবলৈ নাপাম; কিন্তু তেওঁৰ লেখা-মেলাৰ মাজতেই তেওঁক আমি বিচাৰি পাম। ১৩ ফেব্ৰুৱাৰীৰ পুৱা (২০০৩) তেওঁ আমাৰ মাজৰ পৰা বিদায় ল'লে। কিন্তু তেওঁ ৰচনা কৰা কালজয়ী সাহিত্যৰ মাজতে তেওঁ অমৰ হৈ ৰ'ল।" মোৰ কথাখিনি শ্ৰীমতী চৌধুৰীয়ে শুনি গৈছিল। মই তেওঁক আকৌ সুধিছিলো, "এইটো আপোনালোকৰ নিজৰ ঘৰ নহয়- নিজা ঘৰ নাই নেকি?" তেতিয়া তেওঁ হুমুনিয়াহ এটা কাঢ়ি কৈছিল, "তেওঁৰ জন্ম গোৰেশ্বৰৰ ৰামছা গাঁৱত। দেউতাক স্বৰ্গীয় হিতৰাম চৌধুৰী আৰু মাতৃ স্বৰ্গীয়া সৰলা চৌধুৰী। আমাৰ এখেতৰ গুৱাহাটীত মাটি ঘৰ নাই। এই কোৱাৰ্টাৰটোত ভাড়া দি আছিল আৰু আমি এতিয়া ইয়াত ভাড়া দিয়েই আছোঁ। শ্ৰীমতী চৌধুৰীৰ কথাখিনি শুনি মই একো উত্তৰ দিব নোৱাৰা হৈছিলোঁ। মেদিনী চৌধুৰীৰ মৃত্যুৰ পিছত বাতৰি কাকতত পঢ়া কথাৰ সত্যতা বিচাৰি পাইছিলোঁ। "বহুদিন ওপৰ মহলাৰ চাকৰি কৰিও চৌধুৰীদেৱে ঘৰ, মাটি, গাড়ী, বাৰীৰ প্ৰতি উদাসীন আছিল। আজিৰ সমাজত সি কেনে এক ব্যতিক্ৰম, কাকো বুজাই ক'ব নালাগে।"

মেদিনী চৌধুৰীৰ ল'ৰা-ছোৱালী চাৰিটা। তেওঁলোক ক্ৰমে- মঞ্জুমালা ব্ৰহ্ম, অঞ্জন চৌধুৰী (বেংকত কাম কৰে), পাৰুমিতা বসুমতাৰী আৰু বিনিন্দিতা সোণোৱাল। তেওঁলোকৰ ল'ৰা-ছোৱালী আটায়ে বিবাহিত। মই শ্ৰীমতী প্ৰণতি চৌধুৰীৰ পৰা বিদায় লৈ আহিবৰ সময়ত কৈছিল, "এওঁৰ মাতৃ সৰলাবালা চৌধুৰীৰ ঘৰ গুৱাহাটীৰ চানমাৰিত আছিল। সৰলাবালা পঢ়াত বৰ তীক্ষ্ণধীসম্পন্ন আছিল। এল. পি. স্কুলত বৃত্তিও পাইছিল। মাকৰ যত্নতে তেওঁৰ পঢ়া-শুনাৰ প্ৰতি ধাউতি হৈছিল বুলি আমাক প্ৰায়ে কৈ আছিল।" প্ৰণতি চৌধুৰীৰ পিতৃ ভগীৰাম ডেকাৰ ঘৰ দৰং জিলাৰ ভেৰগাঁৱত। তেওঁৰ পিতৃ মৌজাদাৰ আছিল। প্ৰণতি চৌধুৰীৰ মাতৃৰ নাম পতেশ্বৰী ডেকা। ১৯৫৪ চনৰ ৭ মে' তাৰিখে তেওঁলোকৰ বিয়া হয়।

মেদিনী চৌধুৰী কলেজত পঢ়োঁতে বিশিষ্ট সমালোচক উপেন্দ্ৰনাথ শৰ্মাৰ সহপাঠী

আছিল। মহাযুদ্ধৰ সামৰণিৰ বছৰতে ১৯৪৫ চনত তেওঁলোক দুয়ো প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজত নাম লিখিছিলহি। চৌধুৰী নলবাৰী গৰ্ডন হাইস্কুলৰ পৰা আৰু উপেন্দ্ৰনাথ শৰ্মাই বজালী হাইস্কুলৰ পৰা সুখ্যাতিৰে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈছিল। যুদ্ধত আবদ্ধ কৰি ৰখা মিলিটাৰীয়ে কটন কলেজৰ হোষ্টেল এৰি দিয়া নাছিল। সেয়ে তেওঁলোকে কটন কলেজত নকৈ বনোৱা ছাত্ৰাবাসতে থাকিবলৈ লৈছিল। সেই সময়তে চৌধুৰীয়ে চিৰবিপ্লৱী কমৰেড বিষ্ণু ৰাভাক সৰস্বতী পূজাত গান গাবলৈ কটন কলেজলৈ আনিছিল। তেতিয়া ৰাভাই নিজে হাৰমনিয়াম বজাই নিজে সুৰ দিয়া "মোৰ কবিতাৰ ছন্দ লাগি" গীতটো গাইছিল।

চৌধুৰীয়ে স্নাতক ডিগ্ৰী লাভ কৰি ৰামধেনুত বিভিন্ন সুন্দৰ চুটিগল্প লিখিবলৈ লয়। 'সিহঁতে কেৱল মৰে' আৰু 'বগা বগা বগলী আৰু ৰঙা ৰঙা ফুল' ৰামধেনুত লিখা তেওঁৰ শ্ৰেষ্ঠ গল্প। ষাঠিৰ দশকৰ আগভাগত শিৱসাগৰত ই. এ. চি. হৈ থকা সময়ত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি বীৰেন বৰকটকী সম্পাদিত 'হিমাচল' আলোচনীত চৌধুৰীয়ে 'তোমাক ভুলাবলৈ কিমাননো পৰ' নামৰ বিখ্যাত গল্পটো লিখিছিল। চৌধুৰীয়ে লিখা শতাধিক গল্প বিভিন্ন আলোচনী আৰু বাতৰি কাকতত অসংগৃহীত অৱস্থাতে আছে। ৰামধেনুৰ গল্প প্ৰতিযোগিতাত তেওঁ তৃতীয় পুৰস্কাৰ পাইছিল। 'অসমীয়া' কাকতত লিখা 'সীমাৰেখা' গল্পটোৱেই তেওঁৰ প্ৰথম গল্প। তেওঁ স্নাতক ডিগ্ৰী লাভ কৰাৰ পিছতেই ১৯৫০-৫৫ চনত 'অসমীয়া' আৰু 'দৈনিক শান্তিদূত' কাকতত উপ-সম্পাদক হিচাপে কাম কৰিছিল। কিছুদিন তেওঁ শিক্ষকতাও কৰিছিল। তাৰ পিছত তেওঁ অসম চৰকাৰৰ অসামৰিক সেবাৰ বিষয়া হিচাপে কামত যোগদান কৰিলেও পাঠুৱৈ সমাজত তেওঁ গল্পকাৰ, ঔপন্যাসিক হিচাপেহে পৰিচিত। এই ক্ষেত্ৰতে ঔপন্যাসিক ৰজনীকান্ত বৰদলৈ, বেণুধৰ ৰাজখোৱা আদি চৰকাৰী বিষয়াই যিদৰে সাহিত্য সেৱা আগবঢ়াইছিল সেই একে আৰ্হিত চৌধুৰীয়ে নিৰবচ্ছিন্নভাৱে সাহিত্য সেৱা আগবঢ়াইছিল। চৌধুৰীৰ সমগ্ৰ উপন্যাসৰ নাম নল'লৈও 'অনন্য প্ৰান্তৰ' (১৯৭২), 'বগুকা বেহাৰ' (১৯৭৬), 'ফেৰেংগাদাও' (১৯৮২), 'তাত নদী নাছিল' (১৯৭৭), 'অৰণ্য আদিম', 'খোলাকটিৰ তাল' (১৯৮৯), 'যাদুঘৰৰ কীৰ্তিমুখ' (১৯৮৭), 'বিপন্ন সময়' (১৯৯৬), 'ফাগুনত আজাৰৰ ফুল' (১৯৯৩), 'সপোন সপোন লাগে' (১৯৯৮) আদি কেইখনমান উপন্যাসৰ নাম ল'লৈই কথা সাহিত্যিক চৌধুৰী মানুহজনক বিচাৰি চাব পাৰি।

বড়ো ভাষাত 'দাও' মানে চৰাই। 'ফেৰেংগাদাও' মানে ফেঁহু চৰাই। এই 'ফেৰেংগাদাও' নামেৰে চৌধুৰীয়ে যিখন উপন্যাস লিখি জনপ্ৰিয় হৈছিল সেই উপন্যাসখনৰ বিষয়বস্তু বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱনভিত্তিত লিখা এখন উপন্যাস। 'তাত নদী নাছিল' উপন্যাসখনৰ বাবে তেওঁ 'অসম প্ৰকাশন পৰিষদ' বঁটা লাভ কৰিছিল।

তেওঁৰ প্ৰবন্ধ পুথিৰ ভিতৰত আছে- 'নিবন্ধিত অনুভৱ' (১৯৯৭), 'চীনৰ ছাত্ৰ আন্দোলন' (১৯৯০), 'লুইত, বৰাক আৰু ইছলাম' (১৯৮২), 'য়াংজু নদীৰ পাৰ' (চীন ভ্ৰমণ কাহিনী), 'সন্ত্ৰাসবাদ', 'সৰ্বভাৰতীয় ভক্তি আন্দোলন আৰু শংকৰদেৱৰ মূল্যায়ন' (২০০৩)। অসমৰ বড়ো ডিমাচা জনগোষ্ঠীক কেন্দ্ৰ কৰি তেওঁ ইংৰাজীত লিখা গ্ৰন্থ হ'ল

'দ্য ৰাভা ডিমাছাজ অব্ আছাম'।

চৌধুৰীয়ে অসমৰ প্ৰকৃতি, ভূগোল, নৃতত্ত্ব, বুৰঞ্জী আদি খৰচি মাৰি অধ্যয়ন কৰাৰ পৰিচয় তেওঁৰ লিখাৰ মাজতে পৰিস্ফুট হৈছে। 'বিপন্ন সময়' (১৯৯৬) যিখন উপন্যাসৰ বাবে তেওঁ ১৯৯৯ চনত সাহিত্য অকাডেমিৰ বঁটা লাভ কৰিলে সেইখন অধ্যয়ন কৰিলে তেওঁৰ ইতিহাস সচেতনতা আৰু ইতিহাস বিশ্লেষণৰ পৰিচয় ওলাই পৰে। ঊনৈশ শতিকা আৰু কুৰি শতিকাৰ দুৱাৰডলিত অসমে কোনবোৰ সমস্যাৰ সন্মুখীন হৈছিল তাৰ সন্ধান কৰিছে আৰু বুৰঞ্জীৰ ঘটনাত কাহিনীৰে সংযোগ কৰি পাঠকক মুগ্ধ কৰি ৰাখিছে।

উপন্যাসখনত 'উন্মোচনিকা' বুলি অলপ কথা লিখি উপন্যাসখনৰ ধাতুটো পাঠকক তেওঁ এনেদৰে জানিবলৈ দিছে, "Man is a history- making creature who can neither repeat his past nor leave at behind.

অতীতৰ পুনৰাবৃত্তি মানুহৰ অসাধ্য, বিস্মৃতিও মানুহৰ সাধ্যাতীত। কিন্তু ইতিহাস গঢ়ে মানুহেই। এই 'বিপন্ন সময়'ত মই মানুহত বৰ বেছি গুৰুত্ব দিয়া নাই। মই ইয়াত দেখুৱাবলৈ যত্ন কৰিছোঁ কিদৰে বিস্ময়াৰত অভিজ্ঞতাৰে বিমূঢ়, বিধ্বস্ত এটা শতিকা বিবসনা এই এছাৰ খাই পৰিছে নতুন শতিকা এটাৰ দুৱাৰডলিত। সংশয়াপন্ন নতুন পুৰুষে মুগ্ধ কৌতূহলেৰে এৰি অহা সময়ক লৈ বিব্ৰতবোধ কৰিছে অথচ অনাগত সময়ৰ আহ্বানতো পুলকিত অনুভব নকৰাকৈ থকা নাই।"

চৌধুৰীৰ নিজা ঘৰ-মাটি নাথাকিলেও যিসকলৰ ঘৰ-মাটি আছে তেওঁলোকৰ চিন্তা কৰিছিল। 'বিপন্ন সময়'ৰ আৰম্ভণিতে এই মাটিৰ সমস্যাই তেওঁ দাঙি ধৰিছে, "কালে"ৰ ডালটন চাহাবে গৈ নামজাৰি পাছ কৰি সেইদিনা পুৱা তেওঁ নিজে সাক্ষাত থাকি ৰায়তৰ মাজত পট্টাবোৰ বিতৰণ কৰাই দিছিল।' (পৃ. ৩)

"পিছদিনা দহচনা বন্দৱস্ত দিয়া হৈছিল। আৰু ডালটন চাহাবে ৰায়তক সতৰ্ক কৰি দিছিল যে পট্টাদাৰে অহা দহ বছৰত বছৰে বছৰে খাজানা আদায় দিবলৈ বাধ্য থাকিব। অৱশ্যে পট্টাদাৰে ইয়াৰ মাজতে নতুন আবাদ কৰা মাটিৰ বাবদত চৌধুৰীয়ে খাজানা আদায় কৰিব নোৱাৰিব।" (পৃ. ৩-৪)

এই কথা ঔপন্যাসিকে ঠিকেই বুলি ভাবিছিল কিন্তু পট্টাৰ ম্যাদৰ ভিতৰত যদি পট্টাদাৰ যোত্ৰহীন হয় নতুবা তেওঁৰ মৃত্যু হয় তেতিয়া কি হ'ব? এই বিষয়ে ভাবি উপন্যাসখনৰ কাহিনীক গতি দিয়া হৰকান্ত বৰুৱাৰ যোগেদি চৌধুৰীয়ে এনে প্ৰশ্ন তুলিছে, "কিন্তু হৰকান্তৰ এটা কথাত খোকোজা লাগিছিল। যদি পট্টাৰ ম্যাদৰ ভিতৰত পট্টাদাৰ ফৌজ বা যোত্ৰহীন হয় তেতিয়া কি কৰিব? পট্টাদাৰৰ ঘৰখনে খাজানা কেনেকৈ পৰিশোধ কৰিব? এইটো বাধ্যবাধকতা কৰাত ৰায়তক অনৰ্থক জুলুম কৰা হোৱা নাইনে বাৰু? হৰকান্ত বৰুৱাই সেইবাবে ডালটন চাহাবৰ আগত ৰায়তৰ সাক্ষাততে প্ৰকাশ্যে আপত্তি উত্থাপন কৰিলে।" (পৃ. ৪)

সেই সময়ত যজ্ঞৰাম খাৰঘৰীয়া ফুকনৰ বাহিৰে ইংৰাজী জনা মানুহ অসম দেশত নাছিল বুলিবই লাগে। যজ্ঞৰাম ফুকন আছিল পুলিচ চাহাব। তেওঁৰ ভায়েক হলিৰাম

ঢেকিযাল ফুকনৰ পুত্ৰ আনন্দৰাম ঢেকিযাল ফুকন। হলিৰামৰ মৃত্যুৰ পিছত যজ্ঞৰামেই আনন্দ ফুকনৰ অভিভাৱক।

যজ্ঞৰাম খাৰঘৰীয়া ফুকন কলিকতালৈ গৈ খ্ৰীষ্টান হোৱা বুলি শুনা হৰকান্তক শম্ভুৰাম বাগ্‌চিয়ে এইদৰে ভুল ভাঙি দিছিল, "ৰাজা ৰামমোহন ৰায়ৰ সৈতে যজ্ঞৰাম খৰঘৰীযা ফুকনৰ ঘনিষ্ঠ সম্বন্ধ এটা গঢ়ি উঠিছিল। ৰাজা ৰামমোহন আছিল ব্ৰাহ্মহে, খ্ৰীষ্টান নহয। ফুকনে তেওঁলোকৰ ধৰ্মালোচনী সভাবোৰত যোগদান কৰিছিল। কিন্তু তেওঁ সেই ধৰ্ম গ্ৰহণ কৰা নাছিল।" (পৃ. ৭)

সৰু সৰু সামাজিক চিত্ৰও চৌধুৰীয়ে ধৰি ৰখাৰ যত্ন কৰিছিল। এটা সময়ত ধপাত খুব চলিছিল সেযে চৌধুৰীয়ে এটা সংলাপত দিছে, "হৰকান্তই নাৱৰ পৰা নামিয়েই তেওঁৰ লগুৱা বুদাইক ধপাত লগাই আনিবলৈ দিলে।" (পৃ. ৭)

হলিৰাম ফুকনৰ অসম দেশৰ ঐতিহ্য পৰম্পৰাৰ প্ৰতি থকা শ্ৰদ্ধাৰ কথা চৌধুৰীয়ে এনেদৰে দেখুৱাইছে, "এবাৰ হেনো এগৰাকী আহোম ডাঙৰীয়াই তেওঁক সাক্ষাৎ কৰিবলৈ আহি যাবৰ সময়ত তেওঁৰ ওচৰত আঁঠু ল'ব খুজিছিল। হলিৰাম একেবাৰে জাঙুৰ খাই উঠিল। তিৰস্কাৰ কৰি ডাঙৰীয়াক হেনো আগলৈ কাৰো ওচৰত এনে নকৰিবলৈ সতৰ্ক কৰি দিছিল। সেইটো তেওঁৰ মতে অসম দেশৰ এক বিশাল সংস্কৃতি পৰম্পৰাৰ শ্ৰদ্ধাৰ প্ৰশ্ন। সেই পৰম্পৰা ভংগ কৰি কোনোবাই নিজকে হীনতৰ প্ৰতিপন্ন কৰাটো তেওঁ সমূলি ভাল নাপাইছিল।" (পৃ ১২)

চৌধুৰীয়ে পাঠকক একোটা সময়ৰ বিষয়ে জানিবলৈ সুযোগ দিছে আৰু স্পষ্টভাৱে সেই সময়ৰ কথা উল্লেখ কৰি তেওঁৰ বিস্তৃত অধ্যয়নৰ পৰিচয়ো দাঙি ধৰিছে। তাৰে এটা দৃষ্টান্ত দেখুওৱা হ'ল— "সেইটো আছিল ১৮৫৩ চন। এই চনটোৰ মাহাত্ম্যই বেলেগ। এই চনতে হৰপ্পা মহেঞ্জোদাৰোৰ আবিষ্কাৰ হৈছে। ভাৰতবৰ্ষত প্ৰথমে ৰে'লসেৱা আৰম্ভ হৈছে। এই যুগৰ বিশ্ব-বিশ্ৰুত চিত্ৰশিল্পী ভিনচেণ্ট ভেন গগৰ জন্মও এই চনত। গুৱাহাটীত প্ৰথম আধুনিক নগৰ প্ৰতিষ্ঠা হৈছে এই ১৮৫৩ চনতে।" (পৃ. ৪৩)

যাক কেন্দ্ৰ কৰি উপন্যাসৰ কাহিনীয়ে গতি কৰিছে সেই চৰিত্ৰ হৰকান্ত বৰুৱাৰ বৰ জীয়ৰী বাসন্তীৰ বিয়া স্মৰণীয় বছৰ ১৮৫৩ চনতে হৈ গৈছিল। এনেদৰে বুৰঞ্জীৰ শুকান হাড়-ছালৰ লগত তেজ-মঙহ সংযোগ কৰি চৌধুৰীয়ে বুৰঞ্জীৰ প্ৰতি পাঠকক আগ্ৰহশীল কৰাৰ লগে লগে সেই সময়ৰ সামাজিক চিত্ৰও এইদৰে দাঙি ধৰিছে ঃ "১৮৫৩ চনৰ ডিচেম্বৰৰ এটা দিনত বসন্তীৰ বিয়াখন অতি সমাৰোহেৰে হৈ গৈছিল। পাঁচযোৰকৈ ঢুলীয়া, হোজোৱলীয়া গায়ন-বায়ন, নাচনিয়াৰ যাত্ৰাগান, চণ্ডী মংগল, দুৰ্গা মংগল প্ৰভৃতি গান-বাজানা সাতদিনীয়াকৈ পতা হৈছিল বিয়া উপলক্ষে। গুৱাহাটীৰ পৰা যোৱা ডেপুটি কালেক্টৰ মাধৱ বৰদলৈহঁতক, কমাৰকুছীয়া চৌধাৰীহঁতক বিয়াৰকেইদিন থাকিবলৈ অস্থায়ী ঘৰ সাজি দিছিল। সাতখন দোলাৰ দ্বাৰা পানী তোলা হৈছিল।" (পৃ. ৪৬)

দেশী-বিদেশীৰ প্ৰশ্নত চৌধুৰীয়ে যুক্তিৰে বিচাৰ কৰি চাইছে।

ঔপন্যাসিক চৌধুৰীয়ে বুৰঞ্জীৰ ক্ৰম ৰক্ষা কৰি 'বিপন্ন সময়'ৰ কাহিনী আগুৱাই

নিছে। আনন্দৰাম ঢেকিয়াল ফুকন ষ্ট্রং চাহাব বদলি হৈ যোৱাত নগাঁৱলৈ ছাব এছিছটেণ্ট কমিছনাৰ হৈ (১৮৫৪, ১৯ জুলাই) আহোঁতে ফুকনৰ মুখত দিয়া সংলাপ এনে ধৰণৰ ঃ "সেইবাবেই গুণাভিহঁতক (গুণাভিৰাম বৰুৱা) কলিকতালৈ যাব পৰা ডেকাল'ৰাক কৈছোঁ- ইংৰাজী ভাষা-সাহিত্য শিকা নিজক উচ্চ পদৰ কাৰণে উপযুক্ত কৰি তোলা। মই এসময়ত সপোন দেখিছিলোঁ বুজিছা- আসামৰ হাবি গুচি ফুলনি হোৱা, ব্রহ্মপুত্রৰ সৰু সৰু গুটীয়া নাওবোৰ গুচি ভাপ জাহাজ হোৱা। দেশী মানুহবোৰ ইংলেণ্ডৰ মানুহৰ দৰে গুণী-জ্ঞানী হোৱা। সেই স্বপ্নবোৰক দিঠকত পৰিণত কৰাৰ চেষ্টাত এইবোৰ কৰি আছোঁ। আইনৰ তৰ্জমা, অসমীয়া পাঠ্যপুথি ৰচনা- এইবোৰতে ব্যস্ত হৈ পৰিছোঁ।" (পৃ. ৫০)

ফুকনে সকলো কথা যে যুক্তিৰে চাইহে গ্ৰহণ কৰিছিল সেই কথাৰ প্ৰমাণ দেখুৱাবলৈ তেওঁৰ পত্নী মাহিন্দ্ৰীয়ে একাদশীৰ ব্ৰত পালন কৰিবলৈ কোৱাত এনে সংলাপ দিছে, "ফুকনে একাদশীৰ ব্ৰত পালন নকৰা নহয় কৰে। তেওঁৰ সিদ্ধান্ত মতে উপবাসে শৰীৰৰ ৰস হ্ৰাস কৰে। ইয়াৰ ফলত মন্দাগ্নি নিৰাময় হয়। পাকশক্তি ভাল হয়। কিয়নো চন্দ্ৰৰ সৈতে পৃথিৱীৰ বিশেষ সম্বন্ধ আছে। বিশেষ বিশেষ তিথিত সমুদ্ৰৰ কাষৰ নদীত জোৱাৰ ভাটাৰ সৃষ্টি হয়। মনুষ্যৰ শৰীৰত তাৰ প্ৰভাৱ পৰে। শৰীৰৰ ৰসো সমুদ্ৰ বা নদীৰ পানীৰ দৰে আকৰ্ষিত হয়।" (পৃ. ৮৫)

১৮৫৯ চনৰ ১৬ জুনৰ দিনা আনন্দ ফুকনৰ অকাল বিয়োগ ঘটে। গুণাভিৰাম বৰুৱা ফুকনৰ দদায়েক অথচ তেওঁতকৈ বয়সত ভালেখিনি সৰু আছিল। আনন্দ ফুকন আছিল যুক্তিবাদী। তাৰ বিপৰীতে হৰকান্ত বৰুৱাৰ এখন সভা আছিল। "জীৱনৰ বহুত কথাতে তেওঁ সেই সমাজৰ ওপৰত নিৰ্ভৰশীল। ফুকনহঁতৰ সমাজ নামানিলেও চলি গৈছিল।" (পৃ. ৯১)

এই বিষয়ে ঔপন্যাসিক চৌধুৰীৰ মন্তব্য এনে ধৰণৰ, "সমাজ মানিলে মনত পৰম্পৰাৰ মাজত হীন-ডেঢ়িৰ ভাব এটা থাকি যায়। মৰ্যাদাত ডাঙৰ সৰু এনেবোৰ কথাত গুৰুত্ব দিয়া হয়। আনহাতে ফুকনে যিহেতু সমাজৰ পৰা একৰকম বিচ্ছিন্ন আছিল তেওঁৰ মনত মানুহক হীন-ডেঢ়ি ভবাটো সিমান প্ৰবল নাছিল। ফুকন যদিও জুনিয়ৰ এছিষ্টেণ্ট কমিছনাৰৰ দৰে উচ্চ পদবীত আছিল, তেওঁৰ পৰিবাৰ মাহিন্দ্ৰী ফুকনীয়ে নগাঁৱৰ ৰঞ্জা ফুকন নাজীৰৰ দৰে সাধাৰণ চাকৰিয়ালৰ পত্নীৰ সতে সখী বন্ধাত ফুকনে আপত্তি কৰা নাছিল। বৰঞ্চ আগ্ৰহেৰে সন্মতিহে দিছিল। পৃ. ৯১-৯২)

গুৱাহাটী নগৰৰ ইতিবৃত্ত, ইয়াৰ ক্ৰমবিকাশ আৰু শোভাবৰ্ধনৰ প্ৰতি ঔপন্যাসিকৰ দৃষ্টি আছিল। তেওঁৰ ভাষাত, "বংগদেশত ইংৰাজী স্কুল স্থাপিত হোৱাৰ চাৰি বছৰ পিছতে ১৯৩৫ চনত গুৱাহাটীত ইংৰাজী স্কুল হৈছে। কিন্তু গুৱাহাটীৰ পৰা বেছি ল'ৰা পঢ়ি-শুনি সংখ্যা বাঢ়িব পৰা নাই। অথচ উত্তৰ গুৱাহাটীৰ পৰা ল'ৰা গৈ তাতে পঢ়ি বহু আগবাঢ়িছে। পৰশুৰামহঁতৰে ঘৰখন, সৌ বৰাহঁতৰ ঘৰখন, বৰুৱাহঁতৰ ঘৰখন একোটাহঁত উজ্জ্বল ৰত্ন জন্ম দিছে।" গৰ্গৰাম বৰুৱা সদৰ আমিন আছিল। "এবাহ ল'ৰা-ছোৱালী। এই পৰশুৰামেই ডাঙৰ। তেওঁৰে ভায়েক আনন্দৰাম (আনন্দৰাম বৰুৱা) তাহানিৰ আনন্দ ফুকন (আনন্দৰাম ঢেকিয়াল ফুকন) চাহাবতকৈ ডাঙৰ মানুহ হ'ল। একেবাৰে বিলাতৰ পৰা বিলাতী চাহাবক

চেৰ পেলাই চিভিলিয়ান হৈ আহিছে।" (পৃ. ১০১)

পুৰণি গুৱাহাটীৰ কথা কওঁতে মাণিকচন্দ্ৰ বৰুৱাৰ অৱদানৰ কথাও তেওঁ উল্লেখ কৰিছে, "লতাশিল বজাৰৰ পৰা দীঘলীপুখুৰীৰ উত্তৰ পাৰেদি পাণবজাৰৰ ঢাকা পট্টি হৈ ফৌজদাৰ গাঁও, কেঁএগপট্টি, মাছখোৱাইদি ভৰলুমুখ পৰ্যন্ত এই ৰাস্তাটো। গুৱাহাটীখন প্ৰথম শ্ৰেণীৰ নগৰপালিকা ঘোষিত হোৱাৰ লগে লগে এই আলিবাটটোৰে হাতী নিয়া বন্ধ কৰি দিছিল। মাণিক বৰুৱাই এই খবৰবোৰ গেজেটৰ দৰে ৰাখে। সেয়ে বন্ধু জনদিয়েকে তেওঁৰ নাম দিছিল আসাম গেজেট।" (পৃ. ১২৩)

"মাণিক বৰুৱাই ইমান খবৰ ৰাখিছিল যে, এই 'কোৰাম' শব্দটো যে লয়েদ চাহাবে আঠসত্তৰ চনৰ নৰেশ্বৰ মাহৰ গুৱাহাটীৰ পৌৰ সভাৰ মিটিঙত পোন প্ৰথমে ব্যৱহাৰ কৰিছিল তেওঁ ভালদৰেই জানে।" (পৃ. ১২৭)

ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰা, বিধবা বিবাহৰ প্ৰথম প্ৰচলন কৰা গুণাভিৰাম বৰুৱাৰ প্ৰতি ৰক্ষণশীল সমাজৰ দৃষ্টি এনেদৰে প্ৰকাশ কৰিছে, "নগাঁৱত অসমীয়া মানুহ বহুতে তেওঁৰ ঘৰলৈ আহে। ঘৰৰ মানুহে তামোল চালি দি অভ্যৰ্থনা কৰে। অভ্যাগতসকলে গ্ৰহণো কৰে। কিন্তু ওলাই আহি পদূলি পালেই হাতত লৈ থকা তামোলখন বাটৰ কাষত দলিয়াই থৈ যায়।" (পৃ. ১৪২) এইবোৰেই আছিল বিপন্ন সময়।

কলিকতাত লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰকুমাৰ আগৰৱালা পঢ়ি থাকোঁতে সাহিত্য কৰ্মত তেওঁলোকে গুণাভিৰাম বৰুৱাৰ পৰামৰ্শ হৈছিল। এই সকলো দিশ ঔপন্যাসিক চৌধুৰীয়ে সাঙুৰি পেলাইছে। বেজবৰুৱাইঁতে উত্তৰ গুৱাহাটীৰ বলিনাৰায়ণ বৰাই উলিওৱা 'মৌ' আলোচনীখন সমালোচনা মৃত্যুমুখত পেলোৱা কথাও চৌধুৰীয়ে আঙুলিয়াইছে।

লক্ষ্মীনাথ বেজবৰুৱাই দেখা নাছিল তেওঁৰ জন্মৰ ন বছৰমানৰ আগতেই ফুকনৰ মৃত্যু হৈছে। কিন্তু তেওঁ দেশখন ভৱিষ্যতে যিদৰে হোৱাৰ স্বপ্ন দেখিছিল, সেই স্বপ্নৰ লক্ষ্মীনাথো অন্যতম দ্ৰষ্টা। সেই স্বপ্নৰ তেৰোঁ অংশীদাৰ।" (পৃ. ১৬০)

যিজনক কেন্দ্ৰ কৰি (হৰকান্ত বৰুৱা) 'বিপন্ন সময়'ৰ কাহিনী ঘূৰি আছে সেই বিষয়ে ক'বলৈ গৈ হেমচন্দ্ৰ বৰুৱা আৰু হৰকান্ত বৰুৱাৰ মাজত দেখা দিয়া প্ৰভেদৰ কথা গুণাভিৰাম বৰুৱাৰ মুখেৰে এনেদৰে কোৱাইছে, "বুজিছা বেজবৰুৱা, এই হৰকান্ত বৰুৱা আন এটা শ্ৰেণীৰ প্ৰাণী। তেওঁ কৈ গৈছিল কিদৰে বৰুৱাই উচ্চ পশ্চিমীয়া শিক্ষা লাভ নকৰাকৈয়ে আৰু চাহাবিয়ানা নকৰাকৈয়ে চাহাবৰ ঘনিষ্ঠ প্ৰীতিভাজন হ'ব পাৰিছিল। হেমচন্দ্ৰ বৰুৱায়ো চাহাবিয়ানা কৰা নাছিল। কিন্তু হেম বৰুৱাই পৰিবৰ্তনৰ মুখামুখি হ'বলৈ ভয় কৰা নাছিল। বিধবা বিয়াৰ সমৰ্থন কৰিছিল। হৰকান্ত বৰুৱা হ'ল অসমীয়া হিন্দু পৰম্পৰাৰ প্ৰকৃত প্ৰতিনিধি।" (পৃ. ১৬০)

অসমীয়া পাঠ্যপুথিৰ ক্ষেত্ৰতো এটা সময়ত বিপন্নই দেখা দিছিল। আনন্দৰাম ঢেকিয়াল ফুকনে 'ল'ৰাৰ মিত্ৰ' লেখাৰ পিছত পদ্মনাথ গোহাঞিবৰুৱা, পানীন্দ্ৰ গগৈ, ছেখাৱৎ আলি, দিবাকৰ শৰ্মাহঁত অৱদানৰ কথা ঔপন্যাসিকে বৰ্ণনা নিদিয়াকৈ থকা নাই।

লক্ষ্মীনাথতকৈ পদ্মনাথ গোহাঞিবৰুৱা যে ছয় বছৰমানৰ সৰু আছিল সেই কথাও

ঔপন্যাসিক চৌধুৰীয়ে বিচাৰ কৰি চাইছে। উপন্যাসখনত ব্যৱহাৰ কৰা প্ৰায়বোৰ চৰিত্ৰ অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জীৰ চৰিত্ৰ। ইয়াত কল্পিত চৰিত্ৰ নাই কিন্তু কাহিনীৰ গাঁথনিত ঔপন্যাসিকৰ পৰিকল্পিত আঁচনি এটা আছে। চৌধুৰীয়ে প্ৰয়োগ কৰা চৰিত্ৰবোৰৰ চাৰিত্ৰিক বৈশিষ্ট্য বিশ্লেষণ কৰি চোৱাও দেখা যায়।" তেওঁ (পদ্মনাথ গোহাঞিবৰুৱা অৱশ্যে শ্ৰীকৃষ্ণ নামৰ গ্ৰন্থত দেশৰ ধৰ্ম পম্পৰাত এক নতুন আলোকপাত কৰিব পাৰিলেহেঁতেন, কিন্তু নকৰিলে। সেইটো কৰিলে হেমচন্দ্ৰ বৰুৱাই। গ্ৰন্থ প্ৰণয়ন কৰি নহয়, নিজৰ ব্যক্তিগত আচৰেণেৰে। ধৰ্মৰ এক নতুন পৰম্পৰাৰ জন্ম দি আৰু অতি বিশ্বাস যোগ্যতাৰে। তেওঁৰ চিন্তা-ভাৱনা আৰু জীৱন দৰ্শন আছিল যুক্তিৰ ওপৰত আধাৰিত।" (পৃ. ১৮৯) এইদৰে ঠায়ে ঠায়ে উপন্যাসখন বক্তৃতাধৰ্মী আৰু বিশ্লেষণাত্মকো হৈ পৰিছে।

ইংৰাজ চৰকাৰে বংশ পৰম্পৰা চাইহে উচ্চপদ দিছিল। সেয়ে কুমাৰৰ ল'ৰা বুলি গুৱাহাটীৰ ভৰলুমুখৰ ল'ৰা তীক্ষ্ণধীসম্পন্ন ভৰতচন্দ্ৰ দাসক গৰ্ডন মাণিকচন্দ্ৰ বৰুৱাই লৈ গ'ল গৰ্ডন চাহাবৰ তালৈ। ল'ৰাটোক এটা চাকৰি দিব লাগে। গৰ্ডন চাহাবে ক'লে যে তাৰ বংশ ভাল নহয়, চাকৰি দিব নোৱাৰে। বৰুৱাই পুনৰ জোৰ দি ধৰাত গৰ্ডন চাহাবে তেওঁক ক'লে যে চাওক, সি চৰকাৰী বিষয়া হ'লে তাক চালাম দিব লাগিব। উত্তৰত মাণিক বৰুৱাই কৈছিল, ইফ আই চেলুট, আই শ্বেল চেলুট টু দ্য ব্ৰিটিছ ক্ৰাউন, নট টু ভাৰত দাস। কি বঢ়িয়া উত্তৰ, একেবাৰে যাক বোলে, চুঙা চাই সোপা।" এইদৰে সেই সময়ত দেখা দিয়া সকলো সমস্যাই চৌধুৰীয়ে তন্নতন্নকৈ বিচাৰ কৰি চাইছে।

লক্ষ্মীনাথ বেজবৰুৱাৰ পৰিয়ালৰ লগত ঘনিষ্ঠ সম্বন্ধ থকা কবি যতীন্দ্ৰনাথ দুৱৰাক বেজবৰুৱাই 'যদু' বুলি মাতিছিল, সেই কথাও চৌধুৰীয়ে উপন্যাসখনত সাঙুৰি থৈছে।

ঃ যদু ক'ত?

ঃ দুৱৰা খুৰাক গেষ্ট ৰুমত থৈ আহিছোঁ। যদুৰ লগত সৰু ল'ৰা এটাও গৈছিল। সেই সৰু ল'ৰাটো আছিল পদ্মধৰ চলিহা।

১৯১২ চনৰ ৭ এপ্ৰিলত জন্ম পোৱা কামৰূপ অনুসন্ধান সমিতিৰ কথাও চৌধুৰীয়ে তেওঁৰ লিখনিৰ পৰা বাদ দিয়া নাই। এই সমিতিৰ বিষয়ে কওঁতে তেওঁ লিখিছে, "মুঠতে এই অনুসন্ধান সমিতিৰ প্ৰচেষ্টাতে আমি ভাস্কৰ বৰ্মাক পালোঁ। অসম কামৰূপ প্ৰাগজ্যোতিষপুৰৰ পুৰণি ইতিহাসৰ গম পালোঁ আৰু নিজকে ভাৰতীয় মহান ঐতিহ্যৰ অংশীদাৰ বুলি ক'ব পৰা হলোঁ।"

বেজবৰুৱাই মাধৱৰ (মাধৱ বেজবৰুৱা) আগত দিয়া ভাষণটোৰ মাজত অসমৰ বিপন্ন সময়ৰ সমাধান ঔপন্যাসিক চৌধুৰীয়ে দিছে ঃ "মাধৱে এটা কথা নিশ্চয় বিশ্বাস কৰা। ভাস্কৰ বৰ্মাৰ দিনৰ ইডিলিক কামৰূপ অসমখন এতিয়া আৰু নাই। থাকিব বুলি আশা কৰাটোও ভুল। তোমাৰ দেহটোৰ দৰেই দেশ আৰু সমাজো। সময়ৰ আঁচোৰ পৰিবই।" এই ক্ষেত্ৰত চৌধুৰীয়ে সত্য যুগৰ সেই বিয়াগোম গছজোপাৰ বিয়াগোম গুটিবোৰৰ সাধু এটাৰ কথা অৱতাৰণা কৰিছে, "বৰ গছৰ তলত মানুহে ভাগৱত জিৰায়। প্ৰায়ে গছৰ প্ৰকাণ্ড গুটিবোৰ সৰে আৰু জিৰোৱা মানুহৰ গাত পৰে। একোটা জাতি লাউৰ সমান গুটি,

ইমান ওপৰৰ পৰা পৰে। গতিকে গাত পৰাৰ লগে লগে মানুহ মানুহ হৈ নাথাকে। খেতেলা খাই সিপৰীয়া হয়।" এই গুটি পৰি বামুণ এটাও মৰাত গছৰ ওফাইদাং মৰা কথাত ব্ৰহ্মাই খঙতে জ্বলি পকি, 'যা, আজিৰ পৰা তোৰ গুটিবোৰ অকণি অকণি হ'ব' বুলি অভিশাপ দিলে। তাৰ বাবেই "বৰগছৰ গুটি অকণি হ'ল কিন্তু তাৰ সাৰ অৰ্থাৎ ভাইটেলিটি একেই থাকিল। ইয়াৰ গুণত সৰু এধানমান গুটিটোৱে প্ৰকাণ্ড একোজোপাইঁত মৰীৰুহৰ জন্ম দিয়ে।"

সেয়ে এই সাধুৰ যোগেদি তেওঁ কৈছে, "বিদেশীয়ে চাৰিওপিনৰ পৰা চেপি খুন্দি অসমীয়া জাতিটোক আকাৰত সৰু কৰি পেলাব পাৰে; কিন্তু ইয়াৰ ভাইটেলিটিয়ে জাতিটোক অজৰ-অমৰ আৰু আনৰ শ্ৰদ্ধাৰ পাত্ৰ কৰি তুলিব পাৰে।" এই দৃষ্টান্তৰ মাজত অসমৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিছে।

উপন্যাসখনৰ কাহিনী কোন কোনবোৰ মহান ব্যক্তিক কেন্দ্ৰ কৰি ঘূৰি আছে তাৰ সন্ধান চৌধুৰীৰ এই সংলাপৰ মাজতে আছে, "আৰু এইখিনিতে প্ৰাসংগিক হৈ পৰিব উনৈশ শতিকাৰ পদদলিত অথচ অনুভৱবিহীন সেই দিনবোৰৰ কথা। হৰকান্ত, আনন্দ ফুকন, গুণাভিৰাম, হেমচন্দ্ৰ, মাণিকচন্দ্ৰ, লক্ষ্মীনাথ, নবীন, তৰুণহঁতৰ জীৱনবীক্ষাৰ কথা। তেওঁলোকৰ জীৱনজোৰা সাধকৰ কথা।" (পৃ. ২৬৩)

এইদৰে 'বিপন্ন সময়'ৰ যোগেদি অসমৰ প্ৰায় দুশ বছৰৰ ইতিহাস চৌধুৰীয়ে বিশ্লেষণ কৰি চাইছে।

# মেদিনী চৌধুৰী 'অনন্য প্রান্তৰ'ৰ বৈশিষ্ট্য

**ড° বিভা দত্ত নেওগ**

কোনো কোনো সমালোচকৰ বিচাৰত ভ্ৰমণ কাহিনী আৰু কোনো কোনো সমালোচকৰ বিচাৰত উপন্যাসৰূপে পৰিগণিত মেদিনী চৌধুৰীৰ 'অনন্য প্রান্তৰ' এখন উপাদেয় গ্রন্থ। এইখন গ্রন্থত লেখকৰ বিদেশ ভ্ৰমণৰ অভিজ্ঞতা বর্ণিত হোৱা নাই। লেখকৰ ভাষাত 'ঘৰ আগতে, তাৰ পিছতহে পৰ।' নিজৰ প্রদেশ বা দেশৰ জ্ঞানেৰে সমৃদ্ধ নহ'লে বিদেশ ভ্ৰমণেৰে জ্ঞান অর্জন কৰিবলৈ যোৱাটো বৃথা" (পৃ. ২)। মেদিনী চৌধুৰীৰ 'অনন্য প্রান্তৰ' স্বদেশৰ ঐতিহ্য, পৰম্পৰা সম্বলিত আৰু ভৌগোলিক, ঐতিহাসিক তথ্যৰে সমৃদ্ধ। গ্রন্থখন কেৱল ভ্ৰমণকাৰীৰ চাক্ষুষ অভিজ্ঞতাৰ বর্ণনা নহয়-তাত আছে অসমৰ সৌন্দৰ্যৰাশিৰ আন্তৰিক উপলব্ধি, ঐতিহ্যৰ প্রতি অসীম শ্রদ্ধা, স্বদেশপ্রেম আৰু ঐতিহাসিক দৃষ্টিকোণৰ গভীৰতা। গ্রন্থখনত কেইটামান অঞ্চলৰ ইতিহাস বর্ণিত হৈছে। লেখকৰ যাত্রা গুৱাহাটীৰ পৰা শিৱসাগৰলৈ তিনিখন জিলাৰ মাজেদি। পাতনিত তেওঁ কৈছে, "কিতাপখন এটা ভ্ৰমণ কাহিনী সন্নিবিষ্ট হৈছে। এটা চমু মাত্র তিনিখন জিলাৰ মাজেদি কৰা এটা ভ্ৰমণ। অৱশ্যে তাৰ জৰিয়তে মই যত্ন কৰিছিলোঁ অসমৰ কেইটামান অঞ্চলৰ ইতিহাস ক'বলৈ। লগত এটা শিথিল কাহিনী জুৰি দিছিলোঁ যাতে সচৰাচৰ কৰা দৰে ইতিহাসৰ বর্ণনাই পাঠকক বিৰক্ত নকৰে।"

মেদিনী চৌধুৰীৰ 'অনন্য প্রান্তৰ' ঐতিহাসিক তথ্যৰে সমৃদ্ধ। বুৰঞ্জীৰ প্রসিদ্ধি, ঐতিহাসিক তাৎপর্য বিশ্লেষণৰ উপৰি গ্রন্থখনত অসমৰ বিভিন্ন স্থান, নদী, পর্বত, মঠ-মন্দিৰ, মছজিদ, আলি-পদূলিৰ পৰিচয় আৰু নামৰ আঁৰত থকা তাৎপর্য বিশ্লেষণৰ প্রয়াস আছে। প্রাকৃতিক পৰিৱেশ চিত্রণৰ উপৰি লেখকে ভৌগোলিক পৰিচয় দাঙি ধৰিবলৈও যত্ন কৰিছে। গ্রন্থখনৰ প্রধান বিশেষত্ব হৈছে ইতিহাস কথন। লেখকে কুকুৰমূতা সম্পর্কে কৈছে ঃ "এয়া কুকুৰমুতা, এতিয়াৰ হেদায়েৎপুৰ। কুকুৰমূতাৰ নাম হেদায়েৎপুৰ হোৱা এয়া কেইটামান বছৰৰ আগৰ কথা মাথোন। হেদায়েৎপুৰৰ ইতিহাস কি আমি নাজানো কিন্তু কুকুৰমূতাৰ হ'লে ইতিহাস আছে। কুকুৰমূতাৰ এইখিনিতে যিটো ত্রিপথ সঙ্গম আছে তাৰ অন্তৰালত নিহিত আছে এক বিৰাট ইতিহাস। এই সঙ্গম হয়তো গুৱাহাটীৰ সমানে পুৰণি। কিয়নো ইয়াকো সীমা কৰি ব্রহ্মপুত্রৰ পাৰলৈকে বিস্তৃত আছিল আহোমৰ অস্থায়ী ৰাজহাউলি। ইয়াৰ পোনে পোনে পূবলৈ আছিল জয়দুৱাৰ চকী অর্থাৎ আর্মি কেম্প। ...আজি ছকুৰি বছৰো পাৰ হোৱা নাই; এই কুকুৰমূতাতে আছিল অসমৰ শেষ স্বাধীন নৃপতি কন্দর্পেশ্বৰ সিংহ। অসমৰ একমাত্র বিপ্লৱী নৃপতি।" (পৃ. ৫)। এনেদৰে গোটেই গ্রন্থখনত গুৱাহটীৰ পৰা শিৱসাগৰলৈ তিনিখন জিলাৰ বিভিন্ন স্থানৰ ইতিহাস গ্রন্থখনত লিপিবদ্ধ হৈছে। প্রসঙ্গক্রমে বিভিন্ন স্থান, পর্বত-পাহাৰ, মঠ-মন্দিৰ, দেৱতাক কেন্দ্র কৰি প্রচলিত কিম্বদন্তিৰ উল্লেখেও গ্রন্থখনৰ মর্যাদা বৃদ্ধি কৰিছে। তাৰে এটি উদাহৰণ- কিম্বদন্তিৰ মতে মিকিৰসকলৰ আদি দেৱতা হেম্ফুৰ অধিষ্ঠান আছিল

ভুবনেশ্বৰীৰ বোন্দাৰ টিং। লেখকৰ ভাষাত, "তালৈ উঠি যাওঁতে দুছটা শিল পায়। মিকিৰসকলৰ বিশ্বাস- পাপী মানুহে সেই টিঙলৈ গ'লে হেনো এই দুছটা শিলে চেপি ধৰি মাৰি পেলায়।" (পৃ. ২৯)

প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি মেদিনী চৌধুৰীয়ে গ্ৰন্থখনত উজনি-নামনি অসমৰ জনজীৱনৰ ছবিও অংকন কৰিবলৈ যত্ন কৰিছে। তাৰ উপৰি অসমৰ সমাজ জীৱন আৰু সাংস্কৃতিক দিশতো লেখকে আলোকপাত কৰি বিষয়ৰ গাম্ভীৰ্য বৃদ্ধি কৰিছে। উজনি-নামনিৰ ভাষিক বৈশিষ্ট্য নিৰূপণ কৰিবলৈ যত্ন কৰি লেখকে গ্ৰন্থখনক বৈচিত্ৰ্যময় কৰি তুলিছে। এই ক্ষেত্ৰত তেওঁ এটি কৌশল প্ৰয়োগ কৰিছে। বাছৰ যাত্ৰীসকলৰ ভিতৰৰে এজন নলবাৰী অঞ্চলৰ আৰু এজন বৰপেটা অঞ্চলৰ। তেওঁলোকৰ কথা-বতৰাঁৰ নমুনা দাঙি ধৰি নামনিৰ ভাষাৰ বৈশিষ্ট্য নিৰূপণ কৰিবলৈ যত্ন কৰা হৈছে। ঠিক তেনেকৈ নামনি আৰু উজনিৰ ভাষাৰ পৃথকতা লৈ আঙুলিয়াই তেওঁ কয়, "নামনি অসমৰ ভাষাৰ বৈচিত্ৰ্য দেখি তাহানি পাদুৰিসকলে নামনি অসমৰ ভাষাক লিখিত ভাষা হিচাপে গ্ৰহণ নকৰিলে। উজনিতো বিভিন্নতা দুই-চাৰিটা নোহোৱা নহয়। কিন্তু খুব কম। যেনে 'চাগে' শব্দটো জধে-মধে লগায় চতিয়া চাৰিআলিৰ মানুহে। যেনে চতিয়া জামুগুৰিৰ 'তিয়াই' শব্দটো তেজপুৰত হয় 'জিকাই'। কিন্তু এটা কথা। নামনিৰ শব্দটোৰ উজনিৰ বাবে গ্ৰহণযোগ্য নহ'লেও সৰ্বভাৰতীয় ভিত্তিতো নামনিৰ বেছিভাগ শব্দই যে গ্ৰহণযোগ্য নহয় ই অনস্বীকাৰ্য। অৱশ্যে অসমীয়া স্বতন্ত্ৰ ৰক্ষাৰ বাবেই থলুৱা শব্দৰাজিক অসমীয়া ভাষাত সুমুৱাই শব্দৰাজিক অসমীয়া ভাষাত সুমুৱাই ভাৰতীয় ভাষাৰ প্ৰধান সুঁতিৰ পৰা আঁতৰাই ৰখা হৈছে বুলি ভাবিবৰ থলো নোহোৱা নহয়। স্বৰ্গীয় দেৱেশ্বৰ চহিলা থকা হ'লে এই প্ৰশ্নৰ যথাযথ উত্তৰ দিব পাৰিলেহেঁতেন।" (পৃ. ৫৮) উজনি-নামনিৰ ভাষাত বৈশিষ্ট্যৰ তুলনাৰ মাজতে লেখকে স্বকীয় চিন্তা প্ৰকাশৰ সুযোগো গ্ৰহণ কৰিছে ঃ "কিন্তু নামনিৰ ভাষা ঢেকেৰীৰ ভাষা বাবেই উজনিত নিষিদ্ধ। অসমৰ স্কুলসমূহৰ প্ৰাক্তন পৰিদৰ্শক প্ৰাতঃস্মৰণীয় শৰৎ গোস্বামীদেৱে তেখেতৰ বিভিন্ন লিখাত ৰজা, ছলি এই শব্দবোৰ সুমুৱাৰ চেষ্টা কৰিছিল। কিয়নো ৰজাতকৈ ৰাজ্য শব্দটো ব্যুৎপত্তিগত অৰ্থৰ ফালৰ পৰা বেছি শুদ্ধ আৰু ছৱাল শব্দৰ পৰা অহা ছলি শব্দটোৱে ল'ৰা-ছোৱালী উভয়কে বুজায়। অসমীয়াত তাৰ প্ৰতিশব্দ এটাও নাই। তথাপি এই শব্দ দুটা গ্ৰহণ কৰা নহ'ল। ফাগুনৰ ধুঁবলি-কুঁবলি অৱস্থাটোক উখাৰ বুলি কয় কামৰূপত। উখাৰ শব্দটো উষৰ অৰ্থাৎ মৰুময়-শুকান এই শব্দৰ পৰা অহা। অসমীয়াত তাৰ প্ৰতিশব্দ নাই। কিন্তু গ্ৰহণ কৰাও হোৱা নাই এই শব্দটো।" (পৃ. ৫৯) ইয়াৰ উপৰি লেখকে উজনি-নামনিৰ মাতকথাৰ বৈষম্য বুজাবলৈ দুই-এটা হাস্যকৰ ঘটনা, মুখৰোচক কাহিনী সংযোগ কৰি পাঠকক তথ্য আৰু আমোদ-দুয়োদা যোগান ধৰিছে।

প্ৰাকৃতিক পৰিবেশ চিত্ৰণতো লেখকে দক্ষতাৰ পৰিচয় দিছে। অসমৰ প্ৰকৃতিৰ সৌন্দৰ্যৰাশিৰ বৰ্ণনাই পাঠকক সংবেদনশীল কৰি তোলে। লেখকৰ সূক্ষ্ম অনুভূতি, কল্পনা আৰু উপলব্ধিৰ বোলেৰে ৰঙীণ এই বৰ্ণনাসমূহ- "নেহৰু বালি কলঙৰ বালি। কপিলীতকৈও কলং নগাঁবৰ জনসাধাৰণৰ প্ৰাণ-প্ৰবাহৰ সতে বেছি জড়িত। কলং যেন

এখন ফুলনিৰ চতুৰ মালীহে। ল'ৰা-ছোৱালী ফুল চুৰি কৰিবলৈ আহে বুলি ফুলনিৰ মাজত জোপ লৈ বহি থাকে আৰু ল'ৰা-ছোৱালীয়ে যিপিনেই আহে সেইপিনেই হঠাৎ খেদা ধৰে। নগাঁও পাৰ হ'লেই দেখিবা কলঙে কিদৰে আলিবাটৰ কাষে কাষে লুকা-ভাকু খেলি গৈ আছে। যেনিবা তুমি নগাঁৱৰ আলিবাটৰ পৰা সোণৰ সোলেঙটোহে লৈ যাবলৈ ওলাইছা।" (পৃ. ১১৭) একে ধৰণৰ অনেক কাব্যিকতাপূৰ্ণ বৰ্ণনা গ্ৰন্থখনত পোৱা যায় যিয়ে ইতিহাসক সৰস আৰু আকৰ্ষণীয় কৰি তুলিছে।

মেদিনী চৌধুৰীৰ ভ্ৰমণ কাহিনীৰ অন্যতম বৈশিষ্ট্য হৈছে বৰ্ণনাৰ মাজে মাজে মুখৰোচক কাহিনী আৰু হ্যস্যকৰ ঘটনাৰ সংযোজন। তাৰ উপৰি ফকৰা-যোজনা, কবিতা-গীতৰ উদ্ধৃতি আৰু সুৰুঙা চাই গল্প কোৱাৰ কৌশলে কাহিনীৰ আকৰ্ষণ বৃদ্ধি কৰিছে। চৌধুৰীৰ গদ্যশৈলীৰ অন্য এক বিশিষ্টতা ধৰা পৰে চেগ চাই অসমীয়া জাতীয় চৰিত্ৰৰ দুৰ্বলতা আঙুলিয়াই দিয়া কাৰ্যত। লক্ষ্মীনাথ বেজবৰুৱাৰ দৰে মেদিনী চৌধুৰীয়ে ব্যঙ্গাত্মক দৃষ্টিভংগী প্ৰয়োগ কৰি কুসংস্কাৰ দূৰীকৰণ আৰু সমাজ সংস্কাৰৰ মনোভাব প্ৰকাশ কৰিছে। ভ্ৰমণ বৃত্তান্তকাৰীৰ আঁৰৰ সমালোচকজনেও পাঠকক আকৰ্ষণ নকৰাকৈ নাথাকে। মাজে মাজে লেখকে প্ৰাসংগিক সমালোচনাত মনোনিবেশ কৰে। উদাহৰণস্বৰূপে, "অসমৰ তথাকথিত 'এলিট'সকলে ইংৰাজক ৰঙা-ঠঙা পাৰি আদৰি আনিছিল। তাৰ ফলত পাশ্চাত্য শিক্ষাৰ সোৱাদ, ইংৰাজ অৰ্থনীতিৰ অংশীদাৰত্ব এইসকলৰ ভাগ্যত মিলিছিল।" (পৃ. ১২) গুৱাহাটীৰ অভাৰব্ৰীজ পাৰ হৈ তেওঁ দেখিলে দেৱালত লিখা আছে ঃ "ইয়াত প্ৰস্ৰাৱ নকৰিব।" কিন্তু কথাযাৰ দেখি লেখকৰ বিদেশৰ চহৰৰ আলিৰ দাতিত লিখা "ইয়াতে প্ৰস্ৰাৱ কৰক" জাতীয় অনুৰোধৰ কথা মনলৈ আহিছে আৰু লিখিছে ঃ "এই দুষাৰ বিপৰীতাৰ্থক অনুৰোধে দুটা বিপৰীত চৰিত্ৰক নুসূচায় নে বাৰু? এটা জাতিৰ মানুহৰ য'তে-ত'তে প্ৰস্ৰাৱ কৰাৰ কুলক্ষণ আছে বাবে তেওঁলোকক বাটে-পথে গ'লে সতৰ্ক কৰি দিবলগীয়া হয় য'তে-ত'তে প্ৰস্ৰাৱ নকৰিবলৈ। আৰু আনটো জাতিৰ মানুহে য'তে-ত'তে প্ৰস্ৰাৱ নকৰে দেখি তেওঁলোকক দেখুৱাই দিবলগীয়া হয়। প্ৰস্ৰাৱ কৰাৰ বাবে নিৰ্দিষ্ট স্থানবোৰ। আমাৰ পিছে অকল ৰাস্তাতে নহয় ঘৰে-পৰে, মেলে-সবাহে সেই একেই স্বভাৱ।"

তুলনামূলক দৃষ্টিভংগীৰ প্ৰয়োগ মেদিনী চৌধুৰীৰ গদ্যশৈলীৰ অন্য এক বৈশিষ্ট্য। চৌধুৰীয়ে এহাতে গুৱাহাটীৰ ঐতিহ্য আৰু পৰম্পৰাক সুঁৱৰি গৌৰৱান্বিত হৈছে আনহাতে বৰ্তমানৰ স্বৰূপ দেখি ব্যথিত হৈছে, "গুৱাহাটী এসময়ত আছিল প্ৰাগজ্যোতিষপুৰ। ইয়াৰ আলিবাটৰ প্ৰতিটো শিলে, পাহাৰৰ প্ৰতিটো খলপে হেনো ইতিহাস কয়। ...গুৱাহাটীত বৰ্তমান সেই পুৰণি ঐতিহ্যৰতো একোৱেই নাই। একালত গুৱাহাটীৰ প্ৰতিটো প্ৰত্যুষ মুখৰিত হৈ উঠিছিল ৰাজগৃহৰ মঙ্গল বাদ্যৰে আৰু বনৰীয়া বিবিধ চৰাইৰ সুৱদি গীতেৰে। প্ৰতিটো সন্ধ্যা মুখৰিত হৈ পৰিছিল মন্দিৰৰ শংখ-ঘণ্টাৰ শব্দৰে আৰু জাক জাক শালিকা-বগলীৰ বিচিত্ৰ কোলাহলেৰে। ...এতিয়া গুৱাহাটীত দোকমোকালিতে আপুনি চঁক খাই সাৰ পাব অদূৰৰ কুৰেৰীৰ ডিনামাইটৰ কাণতাল মৰা শব্দত। ...আজি হাঁতি 'তামাচাৰ সময় নাই। গুৱাহাটীৰ বাটে-পথে, হাটে-বজাৰে দেখিব মাথোন আত্মকেন্দ্ৰী

মানুহৰ দল। নিজৰ বাদে কাৰো কাৰণে চিন্তা কৰিবৰ আহৰি নাই এইসকলৰ।" (পৃ ১৭-১৮) ৰাষ্ট্ৰ, সমাজনীতি, ধৰ্ম, আদৰ্শ ইত্যাদি অনেক দিশতো চৌধুৰীয়ে তুলনাত্মক দৃষ্টিৰে আলোকপাত কৰিছে।

মেদিনী চৌধুৰীৰ গদ্যশৈলীলৈ মন কৰিলে দেখা যায় চুটি চুটি বাক্যৰ গাঁথনি, ব্যঞ্জনাপূৰ্ণ শব্দৰ নিৰ্বাচন, প্ৰশ্নসূচক বাক্য আৰু কথনশৈলীৰ প্ৰয়োগৰ ফলত পাঠকৰ বাবে ঐতিহাসিক তথ্যও মনোৰঞ্জক হৈ উঠিছে। কাব্যিকতাপূৰ্ণ বৰ্ণনায়ো গ্ৰন্থখনৰ আকৰ্ষণ বৃদ্ধিত সহায় কৰিছে। তেনে এটি উদাহৰণ, "জাগীৰোডলৈ মাত্ৰ আঠ মাইল বাকী। আমাৰ এ'প্ৰেছ বাছখনে মাইলৰ পিছত মাইল অতিক্ৰমি গৈ আছিল। আমি শালত পেৰা কুঁহিয়াৰৰ দৰে প্ৰতিটো মাইলৰ সৰ্বস্ব কাঢ়ি লৈ নিঃস্ব কৰি পেলাই যাব লাগিছোঁ। গৈ গৈ এঠাইত এনে অনুভৱ হ'ল যেন দুয়োপাৰে থকা গাঁওবোৰ এফালৰ পৰা চেপি-খুন্দি শেষ কৰি থৈ পাহাৰবোৰ যেন ৰাস্তাৰ সৈতে ঘনিষ্ঠ হ'বলৈ ওচৰ চাপি আহিল।" (পৃ. ৫১)

প্ৰকৃতাৰ্থত মেদিনী চৌধুৰী দক্ষ কথাশিল্পী। 'অনন্য প্ৰান্তৰ'ক লেখকৰ এই বিশিষ্ট গুণটোৱে এক সুকীয়া মৰ্যাদা প্ৰদান কৰি এক্ষন বিশিষ্ট গ্ৰন্থলৈ উত্তীৰ্ণ কৰোৱাইছে। অসমীয়া সাহিত্যলৈ নতুন আস্বাদ কঢ়িয়াই অনা এইখন গ্ৰন্থৰ বিশিষ্টতা ধৰা পৰে মূল বিষয়বস্তুৰ লগত সাঙোৰ খাই থকা লেখক আৰু আইৰিলাৰ কাহিনীটোত। আইৰিলা পাহাৰী ছোৱালী- "ছোৱালী যদিও হৃষ্ট-পুষ্ট। কিন্তু আন দহজনী পাহাৰী ছোৱালীৰ দৰে তেওঁ চাপৰ নাছিল। মুখখনৰ নাক, চকু এইবোৰ গঢ়ী নাছিল। কিন্তু তাত আছিল এক পৰিচ্ছন্নতাৰ আভাস। টৌটেল এফে" বোলা কথা এষাৰ আছে নহয়; মানে মুঠৰ ওপৰত ছোৱালীজনী মৰমলগা আছিল।" আইৰিলাক মাকে ল'ৰী বুলি মাতিছিল। ভ্ৰমণবৃত্তান্তকাৰী (লেখকৰ) কাষৰ ছিটতে বহি যোৱা আইৰিলা সুন্দৰী নাৰী, অনুসন্ধিৎসু, জ্ঞানপিপাসু আৰু অসমপ্ৰেমী। অসমৰ বিভিন্ন স্থানৰ ভৌগোলিক আৰু ঐতিহাসিক জ্ঞানৰ অন্বেষণেই আইৰিলাৰ ব্যক্তিত্বক সুকীয়া মাত্ৰা প্ৰদান কৰিছে।

মেদিনী চৌধুৰীৰ 'অনন্য প্ৰান্তৰ' এখন ব্যক্তিক্ৰমধৰ্মী ভ্ৰমণ কাহিনী। গুৱাহাটীৰ পৰা শিৱসাগৰলৈ কৰা যাত্ৰাৰ সহযাত্ৰী আইৰিলাই সোধা বিভিন্ন প্ৰশ্নৰ উত্তৰ, আলোচনা, প্ৰাসংগিক কথাৰ অৱতাৰণা আদিয়ে গ্ৰন্থখনক সুকীয়া বৈশিষ্ট্যৰ অধিকাৰী কৰিছে। কথোপকথনৰ কৌশল ভ্ৰমণ কাহিনীত প্ৰয়োগ কৰি লেখকে ইতিহাসৰ তথ্যক উপভোগ্য কৰি তুলিছে। ভ্ৰমণ বৃত্তান্তকাৰী আৰু আইৰিলাৰ মাজত গঢ়ি উঠা আন্তৰিক সম্পৰ্ক, ঘনিষ্ঠতা, বন্ধুত্ব, নষ্টালজিয়াই ইতিহাসৰ বৰ্ণনাক সৰস কৰি তুলিছে। এক সুদীৰ্ঘ ভ্ৰমণৰ অন্তত আইৰিলাই অনুভৱ কৰিছে ঃ "ভাৰতৰ ইমূৰ-সিমূৰ ঘূৰিছোঁ, কেতিয়াবা এ'কাৰচনত, কেতিয়াবা কোনো বন্ধুৰ লগত। কিন্তু কোনোদিন প্ৰতিটো আক্ৰান্ত পদক্ষেপৰ কাহিনী আজিৰ দৰে বৈ অনা নাছিলোঁ। অসমৰ আজি যেন প্ৰতিটো অণুকে চিনি পালোঁ; প্ৰতি ধূলিকণাকে মোৰ আপোন চিনাকি যেন লাগিল।" ভ্ৰমণ কাহিনীটোত প্ৰয়োগ কৰা আংগিকৰ কলাসন্মত উপস্থাপনৰ আঁৰত লেখকৰ এটি উদ্দেশ্য নিহিত হৈ আছে ঃ "য'ত সচৰাচৰ কৰা দৰে ইতিহাসৰ বৰ্ণনাই পাঠকক বিৰক্ত নকৰে।" এই ক্ষেত্ৰত লেখক

সফল হৈছে। আইৰিলা আৰু ভ্ৰমণ বৃত্তান্তকাৰীৰ মাজত স্থাপন হোৱা অন্তৰঙ্গতা, বিচ্ছেদৰ যন্ত্ৰণা আৰু কোঠাত এৰি থৈ যোৱা চিঠিখনৰ মাজত থকা প্ৰাপ্তি আৰু প্ৰত্যাশাই ভ্ৰমণ কাহিনীটোক বৈচিত্ৰ্য প্ৰদান কৰিছে। আইৰিলাই চিঠিত লিখি থৈ গ'ল- "মোৰেই সৌভাগ্য, পালোঁ তোমাক। ইট্ মেড্ অল দ্য ডিফাৰেন্স টু মী। এই অচিন অজান প্ৰান্তৰৰ দুৱাৰ মোৰ বাবে উন্মুক্ত কৰি দিলা তুমি। এই অচিন প্ৰান্তৰ তোমাৰ অনুগ্ৰহত মোৰ বাবে অনন্য হৈ ৰ'ল।" গ্ৰন্থখনৰ নাম সাৰ্থকতা এইখিনিতেই। এক স্বকীয় গদ্যশৈলীৰ নিৰ্মাতা মেদিনী চৌধুৰীয়ে কৌশলপূৰ্ণভাৱে জুৰি দিয়া এই 'শিথিল কাহিনী'টোৱে ভ্ৰমণ কাহিনীটোক উপন্যাসৰ শাৰীলৈ উত্তীৰ্ণ কৰোৱাইছে।

মেদিনী চৌধুৰীৰ 'অনন্য প্ৰান্তৰ' অসমৰ ঐতিহাসিক ভৌগোলিক, সামাজিক, সাংস্কৃতিক আদি বিভিন্ন তথ্যৰে সমৃদ্ধ যাৰ মাজত সুমাই আছে অনুসন্ধানীজনৰ বাবে গৱেষণাৰ অনেক সমল। মেদিনী চৌধুৰীয়ে 'এক বিশাল সৌন্দৰ্যপুৰীৰ দুৱাৰ' উন্মুক্ত কৰি দিছে হেজাৰ হেজাৰ পাঠক, ভ্ৰমণকাৰীৰ বাবে। 'অনন্য প্ৰান্তৰ' কেৱল অসমীয়াৰে নহয় বিদেশী ভ্ৰমণকাৰীৰ বাবেও উপভোগ্য আৰু আলোকসন্ধানী গ্ৰন্থ। অসমৰ বিচিত্ৰ সৌন্দৰ্য আৰু ঐতিহ্যৰ দলিলস্বৰূপ গ্ৰন্থখনত লেখকৰ উপলব্ধি প্ৰকাশিত হৈছে এনেদৰে, "সঁচা, আছে, মোৰ এই অসমতে আছে কেনিয়াৰ গহন অৰণ্যৰ ৰহস্য, উত্তৰ মহাসাগৰৰ বিপদসংকুল সীমাহীন বিস্তৃতি, তাহিতী দ্বীপৰ প্ৰাণচঞ্চল ৰূপবন্যা আৰু সাত আমেৰিকাৰ লেখজোখ নোহোৱা ঐশ্বৰ্য।" আশা কৰা যায় বিভিন্ন ভাষালৈ গ্ৰন্থখন অনূদিত হ'লে অসমৰ সৌন্দৰ্যৰাশিৰ মাদকতা বিদেশী ভ্ৰমণকাৰীয়েও উপভোগ কৰিব পাৰিব।

# মেদিনী চৌধুৰীৰ সান্নিধ্যৰ অনুভৱেৰে

**তীৰ্থ ফুকন**

'মেদিনী চৌধুৰীৰ সংগে জানা-শুনা আছে?' - কথাটো সুধিছিল সাহিত্য অকাডেমিৰ কলকাতাত থকা আঞ্চলিক কাৰ্যালয়ৰ সচিব ড° ৰামকুমাৰ মুখোপাধ্যায়ে। যোৱা ১৩ আৰু ১৪ ডিচেম্বৰত সাহিত্য অকাডেমিয়ে ৰাষ্ট্ৰীয় মহিলা কাহিনী লেখিকাৰ এক সমাৰোহৰ আয়োজন কৰিছিল গুৱাহাটীত আৰু মুখোপাধ্যায় আহিছিল সেই সমাৰোহৰ কামতে। এইখিনিতে কৈ থওঁ, সাহিত্য অকাডেমিৰ আঞ্চলিক সচিব বুলিয়েই নহয়, বাংলা গল্প-উপন্যাসত নতুন ভাষা-নতুন ৰূপৰ সন্ধানত ব্ৰতী ঔপন্যাসিক হিচাপেও ড° মুখোপাধ্যায় বিশেষভাৱে পৰিচিত।

'আছে - কেন জিজ্ঞাস কৰলেন?' - সুধিলোঁ।

মুখোপাধ্যায়ে বাংলাতেই ক'লে - 'মেদিনী চৌধুৰী এই সাহিত্য অকাডেমিৰ সাধাৰণ পৰিষদৰ সদস্য মনোনীত হৈছে। তেওঁতো এজন ছিনিয়ৰ লেখক। চিনাকি হ'বৰ মন গৈছে।'

'ঠিক আছে' বুলি মই চৌধুৰীদেৱৰ ঘৰলৈ ফোন কৰিলোঁ। উত্তৰ আহিল- 'দেউতা হাস্পতালত। কালি হাস্পতালত ভৰ্তি কৰা হ'ল।'

আমি দুয়ো- মুখোপাধ্যায় আৰু মই কিছুপৰ দুয়ো দুয়োৰে মুখলৈ চাই ৰ'লোঁ। মুখৰ মাত-বোল নোলোৱা হ'ল। কিছুপৰৰ মূৰত তেওঁ ক'লে- 'আমৰা ঠিক কৰেছিলাম চৌধুৰী চাহাবকেই এবাৰ অসমীয়া এডভাইজৰি ব'ৰ্ডেৰ কনভেনাৰ কৰব। উনিইতো ছিনিয়ৰ ম'ষ্ট মেম্বাৰ।'

'আপনাদেৰ ডিছিচন হাণ্ড্ৰেড পাৰছেন্ট কাৰেক্ট। মেদিনী চৌধুৰী কনভেনাৰ হ'লে নবদাৰ মতনই জাষ্টিচ থাকবে।'- কৈছিলো।

এইবোৰ কথা-বতৰা হৈছিল ১৪ ডিচেম্বৰৰ সন্ধিয়া, অশোক ব্ৰহ্মপুত্ৰত। মুখোপাধ্যায়ে আৰু জনালে যে চৌধুৰীৰ একচেপ্ট লেটাৰ তেতিয়াও অকাডেমিয়ে পোৱা নাই।

পিছদিনাই নেমকেয়াৰ হাস্পতাললৈ গ'লোঁ। বিছনাত মেদিনী চৌধুৰী। কাষত জোঁৱায়েক দুজন। স্বাস্থ্য যথেষ্ট পৰা। মাত-কথা কিন্তু ঠিকেই। মই লাহেকৈ সাহিত্য অকাডেমিৰ সদস্য পদৰ চিঠিখন পাইছে নে নাই সুধিলোঁ। আগৰ দৰেই বলিষ্ঠ কণ্ঠৰে ক'লে- 'পাইছোঁ, মই উত্তৰ দিব পৰা নাই, হাতেৰে লিখিব নোৱাৰোঁ। তুমি জনাই দিয়া, মই একচেপ্ট কৰিছোঁ।'

তেখেতৰ সন্মতিৰ কথা সাহিত্য অকাডেমীলৈ পিছদিনাই জনাই খবৰটো দিওঁ বুলি আকৌ হাস্পতাললৈ গ'লোঁ। খবৰটো লাহে লাহে ক'লোঁ, সেইদিনা আগদিনাতকৈ অৱস্থা অলপ বেয়া। কথা পাতিবলৈ যেন ইচ্ছা নাই।

তাৰ পিছত- চেন্নাই- চেন্নাইৰ পৰা চানমাৰি কলনি- চানমাৰি কলনিৰ পৰা?? 'সৌ নীলা আকাশৰ কোনো এক নেদেখা দেশলৈ।' এইখন পৃথিৱীত সোঁশৰীৰে মেদিনী

চৌধুৰী নামৰ প্ৰায় অকলশৰে দপদপাই থকা মানুহজনক আৰু কাহানিও ক'তো দেখা নাপাম।

প্ৰায় অকলশৰেই ... ছোঁ বিশেষ কাৰণত। সাহিত্য অকাডেমিৰ বঁটা পোৱাৰ পিছদিনা তেখেতৰ ঘৰলৈ গৈছিলো আবেলিৰ ফালে। নাই- সাধাৰণতে যোৱাৰ দৰে মানুহৰ সোঁত নাই। নেমকেয়াৰ হাস্পতালতো দেখিছিলো- বিশেষ খবৰ কৰা মানুহ নাই। আনকি অলপতে 'খবৰ' নামৰ কাকতখনত এটা প্ৰবন্ধ পঢ়ি চক্ খাই উঠিলোঁ।

'অসমীয়া উপন্যাসৰ ইতিহাস' এখনত বোলে মেদিনী চৌধুৰীৰ উল্লেখেই নাই। কি দোষ আছিল মানুহজনৰ??

দেহাৱসানৰ দিনা চানমাৰি কলনিৰ বাসগৃহত শ্ৰদ্ধাঞ্জলি জনাবলৈ যোৱা ড° বীৰেন্দ্ৰনাথ দত্তই কৈছিল- 'গল্প-উপন্যাসতো আছেই- তেখেতৰ পাণ্ডিত্যৰ প্ৰতিও মই আকৰ্ষিত। কুঁহিয়ে (দত্তদেৱৰ সৰু জীয়েক) গৱেষণা আৰম্ভ কৰোঁতেও মই এখেতৰ ওচৰলৈ নিজে লৈ আহিছিলো।'

এইজনা স্ৰষ্টা আৰু পণ্ডিতক প্ৰথমে লগ পাওঁ ষাঠিৰ দশকৰ আগভাগত। আমি তেতিয়া কলেজৰ ওপৰ শ্ৰেণীত। মেদিনী চৌধুৰী সেই সময়ত শিৱসাগৰত ই এ চি। আমি মাজে মাজে শিৱসাগৰত কলেজৰ সভা-সমিতিলৈ মাতি নিওঁ দুজন ই এ চিক। আনজন আছিল প্ৰফুল্ল ভূএগ। 'সময়ে উচপ খালে এইবোৰ ক'ৰ গান' আদি কবিতা লিখা প্ৰফুল্ল ভূএগ। এনেয়ে ই এ চি, তাতে কবি-সাহিত্যিক। সেই সময়তে বীৰেন বৰকটকী ছাৰে 'হিমাচল' নামৰ আলোচনী এখন উলিয়াইছিল। তাতে মেদিনী চৌধুৰীৰ গল্প এটা আছিল- 'তোমাক ভুলাবলৈ কিমাননো পৰ।' তেতিয়াই তেখেতৰ সৈতে প্ৰাথমিক পৰিচয়।

তাৰ বহু বছৰৰ পিছত জীৱনৰ সোঁতে নেফাৰ পৰা আনি গুৱাহাটী পোৱালেহি। দিহিঙে-দিপাঙে ঘূৰি আহি মেদিনী চৌধুৰী এদিন জনসংযোগ বিভাগৰ সঞ্চালক হ'লহি। জলসংযোগ বিভাগৰ সঞ্চালক- অৰ্থাৎ মোৰ 'বছ'। আকৌ পুৰণি প্ৰেম সাৰ পাই উঠিল।

'তীৰ্থ- কাইলৈ তুমি ইমান সময়ত ৰেডি হৈ থাকিবা। আমি এফালে যাম।'

বন্ধৰ দিনবোৰত প্ৰায়েই এনেকুৱা প্ৰ'গ্ৰেম। গন্তব্য স্থান- মইনা খোৰোং, শিলচাং, ডাবৰগাঁও- য'ত জনজাতীয় মানুহৰ বসতি। এইবোৰ যাত্ৰাত অন্যতম সহযাত্ৰী আছিল মহম্মদ ছাদুল্লা। কেমেৰাটো লৈ ক্লিক্ ক্লিক্ ফটো মাৰি থাকে। এবাৰ জাগীৰোডৰ ফালৰ গাঁও এখনলৈ যাওঁতে হোমেন বৰগোহাঞিও আছিল। সেইদিনা গাঁওখনৰ মানুহে 'মনেপতা' বিহু পাতিছিল।

ওচৰা-উচৰিকৈ থাকিলে কাঁহী-বাটিও বোলে কেতিয়াবা খিটিংকৈ উঠে। সঞ্চালক চৌধুৰীৰ লগত মোৰো এবাৰ তেনেকুৱা হ'ল। কিবা 'কছাৰী খং' উঠি মোক বিনা দোষতে এদিন টানকৈ কথা শুনালে। মোৰো উঠিল 'আহোম পাজুক'। দিলোঁ ৰিজাইন- নকৰোঁ চাকৰি। ঘৰত মাটি-ভেটি নোহোৱা নহয়। তাৰ পিছত দিনচেৰেক অফিচমুৱা হোৱা নাই। এদিন এজন সহকৰ্মী পঠালে- 'সেই অঁকৰাটোক মই মাতিছোঁ বুলি ক'বা'। নাই নগ'লো। তেনেকৈয়ে আৰু দুদিনমান গ'ল।

এদিন গধূলি ঘৰলৈ আহি দেখোঁ- সৰু কাগজ এটুকুৰাত দুটামান চিনাকি গোট

গোট আখৰ। যি হ'ল হ । ম ৰেজিগনেচন উঠাই লোৱা- আৰু কাইলৈৰ পৰা অফিচ কৰা।' সঞ্চালক চৌধুৰী ।ৰ ঘৰলৈ আহি লগ নাপাই লিখি যোৱা সৰু এখন পত্ৰ। মহানুভৱতা নাথাকিলে- মনৰ পৰিধি বহল নহ'লে কোন সঞ্চালকে ঘৰলৈ আহি অধীনস্থ কৰ্মচাৰীক এনেকৈ চিঠি দিয়েহি। এয়াই আছিল মেদিনী চৌধুৰী।

তাৰ পিছতো- 'বিছুৰ উদ্ধাৰক কোন' এই সন্দৰ্ভত কাপ-মৈলাম যুঁজ। মই কিবা লিখাৰ পিছতে কয়হি- 'ভাল লিখিছাহে- ময়ো উত্তৰ দিম- তুমিয়ো দিবা।' কাপ-মৈলাম যুঁজখন ভাল লাগিছিল যুঁজি। এয়া আছিল মতামতৰ যুঁজ। মনান্তৰৰ ৰেশ তাত নাছিল।

হোমেন বৰগোহাঞি সাহিত্য সভাৰ সভাপতি হোৱাৰ ছমাহমানৰ পিছতে এদিন তেখেতৰ ঘৰলৈ যাওঁতে কৈছিল- 'বহুত কাৰণত হোমেনক আৰু এটা টাৰ্ম সভাপতি ৰাখিব লাগে- মই ক'লে হেংহেজাই উঠে। তোমালোকেও ক'বাচোন।'

মেদিনী চৌধুৰীৰ 'কনছেপচন' আছিল পৰিষ্কাৰ, প্ৰকাশভঙ্গী আছিল বলিষ্ঠ, ভালক ভাল বোলাৰ, বেয়াক বেয়া বোলাৰ আছিল অকপট মন আৰু সাহস। 'কবিতাৰ দিন'ৰ স্মৰণিকাৰ বাবে লেখা এটা আনিছিলো- তাত নৱকান্ত বৰুৱা সম্পৰ্কে স্পষ্ট ভাষাত লিখিছিল- 'এলিয়টী প্ৰকৰণগত আংগিক আৰু ন্যায়নিষ্ঠ জটিলতাৰ পৰা অ'ডেনে অনুভূতিক মুক্তি দিলেও তেওঁ কবিতাৰ জগতত নেতৃত্ব দিয়া নাছিল। কিন্তু নৱকান্তই আজিও নেতৃত্ব দিছে। ...তেওঁ নিজৰ ব্যক্তিত্বকো অবিকল তেওঁৰ কবিতাৰ দৰে নিৰ্মাণ কৰি লৈছে। তেওঁৰ সততাৰ ইয়াতকৈ জাজ্বল্যমান সাক্ষ্যৰ আৱশ্যক নাই।' নকৈ নোৱাৰি, আমাৰ বহুত পণ্ডিত-সমালোচকে ভালৰ ভালটোক অকপটে স্বীকাৰ কৰিবলৈ টান পায়।

'গৰীয়সী' আলোচনীত কুৰিখন শ্ৰেষ্ঠ অসমীয়া কিতাপৰ আলোচনা কৰিবলৈ আঁচনি তৰি সম্পাদক চন্দ্ৰপ্ৰসাদ শইকীয়াদেৱে 'হুকুম' দিলে (তেখেতে প্ৰায় হুকুম দিয়াৰ দৰে কথা কয়)- 'মেদিনী চৌধুৰীৰ 'ফেৰেংগাদাও' পঢ়িছা নহয়? কিতাপখনৰ ভাল আলোচনা এটা কৰি দিবা। ইমান তাৰিখে লাগিব। লগে লগে কাগজ এটুকুৰাত তাৰিখটো লিখিও দিলে।

শইকীয়াদেৱৰ কথা শুনি অলপ আচৰিত হৈছিলো। সাধাৰণতে নামৰ আগত পি এইচ ডি আদি উপাধি নাথাকিলে তেখেতে আন লেখকক পাত্তা নিদিয়ে। কথাটো কি? 'ফেৰেংগাদাও'ৰ আলোচনা মই কৰিব লাগে- অ'তবোৰ পণ্ডিত-সমালোচক থাকোঁতে। দিনদিয়েকৰ পিছত ফোন কৰি চৌধুৰীদেৱক কথাটো জনালোঁ। তেখেতে ক'লে- 'অ' ময়ে তোমাক দিবলৈ কৈছিলো। গোটেই বিষয়টো অনুভৱৰহে বস্তু। তুমিহে মোক আৰু বিষ্ণু ৰাভাক উপলব্ধি কৰিব পাৰিবা।'

'ফেৰেংগাদাও বহুবাৰ পঢ়িছো- প্ৰত্যেকবাৰেই ভাবি আচৰিত হৈছোঁ- এখন কিতাপৰ কাৰণে মানুহে ইমান কষ্ট কৰিব পাৰেনে? বিষয়বস্তুৰ প্ৰতি কিমান আকৰ্ষিত আৰু শ্ৰদ্ধাশীল হ'লে এজন লেখকে ইমান কষ্ট বৰণ কৰিবলৈ প্ৰস্তুত হ'ব পাৰে?

মাজে মাজে মোৰ ধাৰণা হয়- মেদিনী চৌধুৰীৰ নিচিনা লেখকলৈ আমাৰ সমাজৰ কিছু মানুহে ভয় কৰিছিল নেকি বাৰু? নহ'লে দেহাৱসানৰ পিছত যিসকলে তেখেতৰ প্ৰাপ্য সন্মান আদিৰ কথা উনুকিয়াইছে, জীৱিত কালত মাত এষাৰ মতা নাছিল কিয়?

প্ৰকাশিত প্ৰবন্ধৰ কথা যদি সত্য হয়, অসমীয়া উপন্যাসৰ ইতিহাসত মেদিনী চৌধুৰী অনুল্লেখিত কিয় ? সাহিত্য সভাৰ সভাপতিৰ বাবে মেদিনী চৌধুৰী উপযুক্ত নাছিল নেকি ?

আজি তেখেতৰ আদ্যশ্ৰাদ্ধ। শ্ৰাদ্ধৰ দিনাও এইবোৰ কথাই মনলৈ আহিছে। চৌধুৰীদেৱৰ স্মৃতিবিজড়িত বহুত প্ৰশ্নৰ উত্তৰ হয়তো কাহানিও পোৱা নাযাব। বয়স বাঢ়ি অহাৰ লগে লগে এনে এটা ধাৰণা মনত উপজিবলৈ ধৰিছে যে প্ৰকৃতাৰ্থত সাহিত্য-সংস্কৃতিৱান সমাজ এখন আমাৰ মাজত যেন আজিও গঢ়ি উঠা নাই। হেমাংগ বিশ্বাসৰ স্মৃতি সভাত হেনো মানুহ একুৰিও গোট নাখালে। আমি পেটক'লা সাংস্কৃতিক সমাজতে আজিও বাস কৰিব লগা হৈছে। এইবোৰকে গুণি-গাঁথি চৌধুৰীদেৱৰ স্মৃতিৰ শ্ৰদ্ধাঞ্জলি জনাইছোঁ।

*'আমাৰ অসম', ২ মাৰ্চ, বৃহস্পতিবাৰ, ২০০৩, তীৰ্থ ফুকনদেৱে 'মেদিনী চৌধুৰীৰ সান্নিধ্যৰ অনুভৱেৰে' স্মৃতিৰ শ্ৰদ্ধাঞ্জলি জনাইছে -*

অপাংক্তেয়

# মেদিনী চৌধুৰীৰ সোঁৱৰণত

**হীৰেন গগৈ**

যোৱা ১৪ ফেব্রুৱাৰীৰ দিনা কাহিলী পুৱাতে গোলাঘাটৰ পৰা ৰাতিৰ বাছেৰে আহি গুৱাহাটীৰ পল্টন বজাৰত নামিছিলোহি। মেদিনী চৌধুৰীৰ মৃত্যুৰ দুঃসংবাদটোৱে যেন মোক আদৰিবলৈহে বৈ আছিল। পল্টনবজাৰত খবৰ কাগজ এখন হাতত লৈয়ে খবৰটো পালো। বিষাদত মোৰ মন হঠাতে জঁই পৰি গৈছিল। তেওঁৰ এই চিৰবিদায়ৰ ক্ষণত এবাৰ চাবলৈ আৰু এষাৰ মাত দিবলৈও নাপালো। মই নিজে গুৱাহাটীত নথকাৰ বাবে অতিকৈ অসুস্থ চৌধুৰীদেৱক বাহিৰৰ চিকিৎসালয়ৰ পৰা অসমলৈ পুনৰ ঘূৰাই অনাৰ খবৰটো সময়মতে পোৱা নাছিলো। যেনেকৈয়ে নহওক, মোৰ এটা প্ৰবল আশা অপূৰণ হৈয়ে ৰ'ল। সকলোৰে ক্ষেত্ৰত এনে অনুভৱ নহয়। কিন্তু মেদিনী চৌধুৰীৰ ক্ষেত্ৰত হৈছে আৰু হোৱাৰ যথেষ্ট কাৰণো নিশ্চয় আছে।

মেদিনী চৌধুৰীৰ সৈতে মোৰ প্ৰথম মুখামুখি হৈছিল আলোচনীৰ পাততহে, শাৰীৰিকভাৱে নহয়। চৌধুৰীৰ 'ফেৰেংগাদাও' উপন্যাসখন তেতিয়া প্ৰকাশ হৈছিল। সেই সময়ত মই চি পি আই (এম)ৰ নতুন কৰ্মী আৰু প্ৰগতিশীল তিনিমহীয়া আলোচনী 'নতুন পৃথিৱী'ৰ সৈতেও যুক্ত। মই গোগ্ৰাসে 'ফেৰেংগাদাও'খন পঢ়ি পেলাইছিলো। এবাৰ নহয়, তিনিবাৰমান। মোৰ সেই আগ্ৰহ বা ঔৎসুক্যৰ কাৰণ আছিল বিষ্ণু ৰাভা। কিতাপখন প্ৰথমবাৰ পঢ়িয়েই মই খঙে-ক্ষোভে জ্বলি গৈছিলো। কিতাপখনত আমাৰ আদৰ্শ পুৰুষ ৰাভাক এজন হতাশ গ্ৰস্ত, পথভ্ৰষ্ট, অসহায় অপ্ৰস্ফুটিত প্ৰতিভাধৰ পুৰুষ হিচাপে অংকন কৰা হৈছে। যি জনতাৰ বাবে ৰাভাই জীৱন পাত কৰিছিল সেই জনতায়ো যেন ৰাভাক পৰিত্যাগ কৰিছে। 'ফেৰেংগাদাও'ৰ ৰাভাই যেন সকলোকে সাৱধান কৰি কৈ আছে— 'মই অহা বাটে নাহিবা কোনো।' স্বাভাৱিকতে এই বিকৃতিৰ প্ৰতিবাদ কৰিবলৈ মই অধৈৰ্য হৈ পৰিছিলো। প্ৰতিবাদ মই কৰিছিলোও। 'নতুন পৃথিৱী'ত ফেৰেংগাদাও'ৰ বিষয়ে এটা সমালোচনা লিখিলো। তাৰ ভাষা আছিল অতি তীৰ্যক, আক্ৰমণাত্মক। খঙৰ ভমকত মই চৌধুৰীদেৱৰ বিষয়েও লিখি দিছিলো ঃ 'যস্মিন কুলে তমোৎপন্নম্, গজঃ তত্ৰ ন হন্যতে।' সেই সময়ত ময়ো এটা অক্ষমনীয় ভ্ৰান্তিত ভুগি আছিলো। অসমৰ প্ৰখ্যাত লোকসকলৰ জীৱনৰ বিষয়ে মোৰ জ্ঞান আছিল অতি সীমিত। আজিও যে সেই জ্ঞানৰ পৰিসৰ বৃদ্ধি পাইছে তেনে নহয়। মই মেদিনী চৌধুৰীকো জনজাতীয় মূলৰ লোক বুলি ভবা নাছিলো। ভাবিছিলো বামুণ বা কায়স্থ কিবা হ'ব। গতিকে ট্ৰাইবেল বিষ্ণু ৰাভাৰ মনস্তত্ত্ব বা মৰ্মবেদনা তেওঁ কেনেকৈ বুজিব! একো নজনাকৈয়ে কেৱল নাম চায়েই এনে এটা ধাৰণা কৰি লোৱাটো যে কিমান বিপজ্জনক আৰু লজ্জাকৰ সেই কথা মই কিছুদিনৰ পাছতেই উপলব্ধি কৰিছিলো। ইমানদিনে লাজতে এই কথা কাকো কোৱা নাছিলো। কিন্তু মই নিজে মনে মনে সাৱধান হ'বলৈ

ঠিক কৰি লৈছিলো। মূৰ্খই সদায় ঠেকি শিকিবলগীয়া হয়। যি কি নহওক, চৌধুৰীয়ে বাতৰি কাকত আৰু আন এখন আলোচনীত মোৰ সমালোচনাৰ প্ৰত্যুত্তৰ দিলে। প্ৰত্যুত্তৰ দিয়া বুলি ক'লে ঠিক নহ'ব, প্ৰত্যাক্ৰমণ কৰিলে। ঠিক মোৰ ভাষাৰেই। অৱশ্যে মই কিতাপখন ভালকৈ পঢ়া বুলি তেওঁ আনন্দিত নোহোৱাকৈয়ো থকা নাছিল। কিন্তু তেওঁৰ প্ৰধান অভিযোগ আছিল এয়ে যে অসমৰ জনজাতীয় আৰু কৃষিজীৱী সমাজখনক আমাৰ দৰে কমিউনিষ্টসকলে বাৰম্বাৰ প্ৰতাৰণা কৰি আহিছে। মই মোৰ দুৰ্বলতাৰ বাবেই তেওঁৰ সেই প্ৰত্যাক্ৰমণক ওফৰাই পেলাব পৰা নাছিলো। ব্যক্তিগতভাৱে তেওঁৰ মুখামুখি হোৱাৰ সাহসো মই হেৰুৱাই পেলাইছিলো। কিন্তু তেতিয়াৰ পৰা যোৱা প্ৰায় ২৫/২৬ বছৰ ধৰি মই অসমৰ জনজাতীয় সমাজখনক, বিষ্ণু ৰাভাক, মেদিনী চৌধুৰীক বুজিবলৈ, তেওঁলোকৰ মৰ্মবেদনাক উপলব্ধি কৰিবলৈ চেষ্টাৰ অকণো ত্ৰুটি কৰা নাই। ১৯৯১ চনত প্ৰথম প্ৰকাশিত মোৰ 'অসমৰ জাতীয় জীৱনত সংহতি আৰু সংঘাত' নামৰ কিতাপখনত সেই চেষ্টাকেই মই প্ৰতিফলিত কৰিছিলো। লিখিছিলো 'নেমেছে ধূলাৰ তলে হীন-পতিতেৰ ভগবান'ৰ কথা, ইতিহাসৰ প্ৰতিশোধৰ কথা।

কিন্তু এদিন মেদিনী চৌধুৰীৰ সৈতে মোৰ দেখাদেখি হৈছিল। বৰ বেছি দিনৰ কথা নহয়। তেওঁ সাহিত্য অকাডেমিৰ বঁটা পোৱাৰ সময়ত। এদিন সন্ধিয়া তেওঁৰ চানমাৰিৰ ঘৰৰ দুৱাৰমুখত এজন আত্মসমৰ্পিত সৈনিকৰ দৰে মই থিয় হৈছিলোগৈ। লগত আছিল মোৰ বন্ধুপ্ৰতিম অগ্ৰজ অনন্ত কলিতা। চৌধুৰীয়ে নাট্যকাৰ সস্ত্ৰীক অৰুণ শৰ্মাৰ সৈতে কথা পাতি আছিল। তেওঁ আমাক ভিতৰলৈ আদৰি নি বহিবলৈ দিলে। মোৰ চিনাকি পোৱাৰ লগে লগে তেওঁ আৰম্ভ কৰি দিলে মোৰেই জীৱন বৃত্তান্ত। মোৰ গাঁও, মোৰ ঘৰ, মোৰ পৰিয়াল, মোৰ স্কুল-কলেজৰ কথা সকলোবোৰ তেওঁৰ নখদৰ্পণতহে যেন জিলিকি আছিল! মই ভিতৰি ভিতৰি স্তম্ভিত হৈ পৰিছিলো। মোৰ প্ৰতি তেওঁৰ তিক্ততাৰ সামান্য ৰেখ পৰ্যন্তও নাছিল। আমি তেওঁক 'নতুন পৃথিৱী'ৰ নতুন পৰ্বৰ উদ্বোধনী অনুষ্ঠানলৈ নিমন্ত্ৰণ কৰিছিলো। তেওঁ আহিছিলেও। আমি সেই অনুষ্ঠানতে তেওঁক সম্বৰ্ধনাও জনাইছিলো। পাছত তেওঁ এদিন আমাক কৈছিল যে আমি দিয়া প্ৰশস্তিপত্ৰখনকেই তেওঁ সৰ্বোৎকৃষ্ট বুলি বিবেচনা কৰিছিল। তেওঁৰ অতুলনীয় ইতিহাস-চেতনা আৰু অসমৰ জনজাতীয়, কৃষিজীৱী সমাজখনৰ বিষয়ে তেওঁৰ গভীৰ জ্ঞান আৰু উপলব্ধিক আমি স্বীকাৰ কৰিছিলো।

তাৰ পাছত এইজন মেদিনী চৌধুৰীৰ লগত মোৰ বহুবাৰ লগালগি হৈছিল। এদিন মোক বিশেষভাৱে নিমন্ত্ৰণ কৰি চানমাৰিৰ ঘৰত নবৌৰ হাতেৰে এসাঁজ ভাতো খুৱাইছিল। মই আপ্লুত হৈছিলো। তেওঁ মোক এবাৰ কোকৰাঝাৰৰ ফালে ফুৰাবলৈ লৈ যোৱাৰ কথাও কৈছিল। সেই কাম তেওঁ কৰি যাব নোৱাৰিলে। বঞ্চিত হ'লো মই। আন এবাৰ তেওঁ মোক কৈছিল যে পূৰ্বোত্তৰৰ ৰাজ্যকেইখনৰ শিল্পী-সাহিত্যিকসকলৰ মাজত সমন্বয় সাধনৰ বাবে এখন মঞ্চ লাগে আৰু সেইখন গঢ়াত ময়েই আগভাগ ল'ব লাগে। সেই কামৰ বাবে তেওঁ মোক কিয় বাছি লৈছিল সেই ৰহস্যৰ ভেদহে আজিও ভাঙিব নোৱাৰিলো। প্ৰাৰম্ভিক কিছু যোগাযোগ তেওঁ কৰা বুলিও মোক কৈছিল। মইহে পাছত

সেইবোৰৰ খা-খবৰ ল'বলৈ সময় নাপালো। এতিয়া সেইবোৰ কথা ইতিহাস হ'ল। তেওঁ আৰু এটা কাম কৰি যাব নোৱাৰিলে। আমি তেওঁক 'নতুন পৃথিৱী'ৰ উপদেষ্টা সমিতিৰো সদস্য কৰি লৈছিলো। এদিন এখন বৈঠকত তেওঁ 'নতুন পৃথিৱীৰ' বাবে এখন ধাৰাবাহিক উপন্যাস লিখিব বুলিও কথা দিছিল। ব্যাধিয়ে তেওঁক কথা ৰখাৰ সুযোগ নিদিলে। কিন্তু মোৰ দৃঢ় বিশ্বাস, তেওঁৰ অলিখিত উপন্যাসখন আন কোনোবা এজনে এদিন নিশ্চয় লিখি উলিয়াব। কাৰণ, মেদিনী চৌধুৰীৰ জীৱন-পৰিক্ৰমা কোনো বিচ্ছিন্ন, একক ঘটনা নহয়। অসমৰ নিপীড়িত, নিৰ্যাতিত আৰু প্ৰতাৰিত জনগোষ্ঠীয় সমাজখনৰ আত্মপ্ৰতিষ্ঠানৰ সংগ্ৰামৰে সৈনিক আছিল তেওঁ। সেই সংগ্ৰামেই আছিল তেওঁৰ আত্মাও। চৌধুৰীৰ শৰীৰটো নিশ্চিহ্ন হৈছে সঁচা; কিন্তু তেওঁৰ সংগ্ৰাম, তেওঁৰ আত্মাৰ পথ-পৰিক্ৰমা চলিয়েই আছে আৰু আগলৈও চলি থাকিব নিৰৱচ্ছিন্ন, নিৰৱধি হৈ।

মেদিনী চৌধুৰীৰ মৃত্যুৱে মোক অস্থিৰ আৰু অশান্ত কৰি তোলাৰ আৰু এটা কাৰণ আছে। 'নতুন পৃথিৱী'ৰ সভা এখনতে তেওঁ হঠাতে মোক কৈছিল ঃ 'হীৰেন, তুমি মোৰ 'যাদুঘৰৰ কীৰ্তিমুখ' উপন্যাসখনৰ সমালোচনা এটা কৰি দিয়া।' মই ততালিকে তেওঁৰ দাবী পূৰণ কৰাৰ প্ৰতিশ্ৰুতি দিছিলো। বিদ্যুৎ-চমকৰ দৰে এটা চিন্তাই মোক জোঁকাৰি গ'ল। এই মানুহজনে তেওঁৰ ইমানবোৰ কিতাপৰ ভিতৰত এইখন কিতাপৰহে নাম ল'লে কিয়? আৰু সেইখন কিতাপ সমালোচনা কৰাৰ বাবে মোকেই বা বাছি ল'লে কিয়? তেওঁ বা কেনেকৈ জানিলে যে ময়ো সেইখন কিতাপতেই তেওঁৰ আত্মা লুকাই আছে বুলি বিশ্বাস কৰো? এক আচৰিত যোগসূত্ৰ। আমাৰ দুয়োৰে আত্মিক যন্ত্ৰণা যেন একে আৰু দুয়োৰে যন্ত্ৰণাই যেন একেদৰেই ভাষা বিচাৰিছে। মই মোৰ চিন্তাৰ কিছু আভাস আন সতীৰ্থকেইজনমানকো দিছিলো। কিন্তু আজি মই ঋণগ্ৰস্ত অপৰাধীৰ দৰে চটফটাইছো। সেই কিতাপখনৰ বিষয়ে লিখা আজিও নহ'ল। কিন্তু চৌধুৰীৰ নামত মই মনে মনে শপত লৈছো, তেওঁৰ সেই ইচ্ছা পূৰণ কৰিবলৈ চেষ্টাৰ ত্ৰুটি নকৰো!

মেদিনী চৌধুৰী কোনো গোষ্ঠীভুক্ত নোহোৱাৰ বাবেই উপেক্ষিত হৈ ৰৈ গ'ল বুলিও অভিযোগ উঠিছে। মোৰ বোধেৰে অভিযোগটো সঁচা যদিও সম্পূৰ্ণ সঁচা নহয়। চৌধুৰী বহু পৰিমাণে উপেক্ষিত হোৱাটো মিছা নহয়। কিন্তু ঠিক গোষ্ঠীভুক্ত নোহোৱাৰ বাবে নহয়। অৱশ্যে অসমৰ সাহিত্য-সংস্কৃতিৰ জগতত বৰ্তমান একো একোজন সত্ৰাধিকাৰৰ নেতৃত্বত যিমানকেইখন সত্ৰ স্থাপন হৈছে, তেনে কোনো এখন সত্ৰতে চৌধুৰীয়ে শৰণ লোৱা নাছিল। সেয়ে কোনোখন সত্ৰই তেওঁক নিজৰ বুলি নাভাবে। এই সত্ৰবোৰৰ সংকীৰ্ণতা আৰু মইমতালিয়ে যে বহুতো শিল্পী আৰু সাহিত্যসেৱীক নিৰাশো কৰি আছে, সিয়ো সঁচা কথা। চৌধুৰীয়ে এইবোৰ উপেক্ষা কৰিছিল। কিন্তু তেৱোঁ সদায় আন এটা গোষ্ঠীৰ পক্ষে থিয় দিছিল। অসমৰ জনজাতীয় সমাজখনৰ মৰ্যাদাসন্মত সংমিশ্ৰণ আৰু মুছলমান সমাজখনৰ মুক্ত সমন্বয়ৰ মাজেৰে এখন উদাৰ সমৃদ্ধিশালী অসমীয়া সমাজ গঢ়ি তোলাৰ স্বপ্ন যিসকলে দেখি আহিছে, মেদিনী চৌধুৰীয়ো আছিল সেইসকলৰে এজন। কিন্তু এই উদাৰ, ধৰ্মনিৰপেক্ষ, জাতীয়তাবাদী ধাৰাটোক বৰ্ণাভিমানী অসমীয়া সমাজখনে আজিও স্বীকাৰ কৰি লোৱা নাই। জ্যোতিপ্ৰসাদ, অম্বিকাগিৰী, বিষ্ণু ৰাভা আছিল এই ধাৰাৰ প্ৰৱৰ্তক। অসমীয়াই তেওঁলোকৰ বছৰেকীয়া

শ্ৰাদ্ধ ধূমধামেৰে পাতি থাকে, কিন্তু তেওঁলোকৰ উদাৰ জাতীয়তাবাদৰ ধাৰাটোক অসমীয়া সমাজখনৰ মাজলৈ বৈ আহিবলৈ নিদিয়ে। সেয়ে জ্যোতি-বিষ্ণু-অম্বিকাগিৰীৰ আত্মা আজিও উপেক্ষিত আৰু ঠিক সেই অৰ্থকেই মেদিনী চৌধুৰীয়ো হয়তো উপেক্ষিত। চৌধুৰীৰ 'যাদুঘৰৰ কীৰ্তিমুখ'খন যদি অসমৰ জনজাতীয় সমাজখনৰ গৌৰৱগাথা, তেনেহ'লে 'লুইত, বৰাক আৰু ইছলাম'খন তেওঁৰ বৌদ্ধিক সাধনাৰে কীৰ্তিমুখ। 'লুইত, বৰাক আৰু ইছলাম' নামৰ অকণমান কিতাপখন পঢ়ি মই কোন কাহানিতে অভিভূত হৈছিলো। অসংখ্যজনক সেইখন কিতাপৰ কথা কৈছো, অসংখ্য ঠাইত অসংখ্যবাৰ কিতাপখনৰ কথা উল্লেখ কৰিছো। এইখন কিতাপ কলেবৰত সৰু হ'লেও সামান্য নহয়। ঠিক চন্দ্ৰকুমাৰৰ 'প্ৰতিমা'খনিৰ দৰে সৰু কিন্তু নিভাঁজ সোণৰ। উদাৰ আৰু ধৰ্মনিৰপেক্ষ অসমীয়া জাতীয়তাবাদীসকলৰ বাবে 'লুইত, বৰাক আৰু ইছলাম'খন দৰাচলতেই বেদস্বৰূপ। যুগ যুগ জীয়াই থাকিব সেই বেদ আৰু একেদৰে জীয়াই থাকিব সেই বেদৰ ৰচয়িতা মেদিনী চৌধুৰী।

মেদিনী চৌধুৰী কমিউনিষ্ট নাছিল। সেয়ে 'ফেৰেংগাদাও'ৰ ৰাভাকো তেওঁ এজন আশাবাদী কমিউনিষ্ট হিচাপে মৰিবলৈ দিয়া নাই। তাৰ সলনি অসমৰ জনজাতীয় সমাজখনৰ সৰ্বগ্ৰাসী হতাশাক বিষ্ণু ৰাভাৰ চৰিত্ৰত আৰোপিত কৰিলে। এই ঘটনাৰ এটা ঐতিহাসিক ব্যাখ্যাও আছে। সেই কথা নুবুজিলে মেদিনী চৌধুৰীৰো সঠিক মূল্যায়ন নহ'ব। ৰাভাৰ দিনত অসমৰ জনজাতীয় সমাজখনহে সমাজবাদী আন্দোলনৰ আগৰণুৱা হৈ ওলাই আহিছিল। কিন্তু সেই আন্দোলনৰ পৰিসমাপ্তি ঘটাৰ লগে লগে জনজাতীয় লোকসকলেই অবৰ্ণনীয় পুলিচী নিৰ্যাতনৰো যন্ত্ৰণা সহিবলগীয়া হ'ল। তেওঁলোকক আশা আৰু প্ৰেৰণা যোগাবলৈ ৰাজ্যখনৰ কমিউনিষ্ট আন্দোলনৰ সাংগঠনিক শক্তি আৰু ৰাজনৈতিক দূৰদৃষ্টি পৰ্যাপ্ত আছিল বুলি ক'ব নোৱাৰি। ফলত জনজাতীয় সমাজখনকো এক বিৰাট বিচ্ছিন্নতাবোধ আৰু অসহায়তাই আগুৰি ধৰিলে। আজিৰ জনজাতীয় পৃথকত্ববাদী আন্দোলনবোৰৰ উৎসও সেই ঠাইৰ পৰাই বুলি ক'লেও অত্যুক্তি কৰা নহ'ব। বিষ্ণু ৰাভাৰ নিজৰ জীৱনতো যে এটা বিষাদ-যোগ চলি আছিল সেইটো কোনো গোপন কথা নহয়। গতিকে এই সামগ্ৰিক পটভূমিতহে মেদিনী চৌধুৰীৰ মূল্যায়ন হ'ব পাৰে আৰু হোৱা উচিত। মই 'ফেৰেংগাদাও'ৰ সমালোচনা কৰোতে এই পটভূমি বিচাৰত ল'ব পৰা নাছিলো। কিন্তু পৰৱৰ্তী সময়ত প্ৰয়াত হৰিদাস ডেকাৰ সৈতে চলা এটা বিতৰ্ক প্ৰসংগত 'ৰাভা আৰু তেওঁৰ দিনৰ কমিউনিষ্ট আন্দোলন' নাম দি যিটো প্ৰবন্ধ লিখিছিলো তাত এই পটভূমিকেই অগ্ৰাধিকাৰ দিছিলো।

মেদিনী চৌধুৰীৰ জীৱিত অৱস্থাতেই এই কথাবোৰ তেওঁৰ সৈতে মুক্ত মনেৰে আলোচনা কৰাৰ কথা ভাবি আছিলো। কিন্তু ভবা কাম সিদ্ধি নহ'ল। মোৰ নিজৰো কেতবোৰ আশা আৰু ইচ্ছা অপূৰণীয় হৈ ৰ'ল। আজি সেই আশা-অপূৰণৰ বেদনাৰেই চৌধুৰীৰ স্মৃতিত এটোপাল চকুপানী যাচিলো।

*'অসমীয়া খবৰ', ১৭ ফেব্ৰুৱাৰী, সোমবাৰ, ২০০৩, হীৰেন গঁগৈৰ 'অপাংক্তেয়'ত 'মেদিনী চৌধুৰীৰ সোঁৱৰণত'*

# মেদিনী চৌধুৰী, এখন উপন্যাস আৰু শ্ৰদ্ধাঞ্জলি

**হেমন্ত বৰ্মন**

কলেজীয়া দিনত মেদিনী চৌধুৰীৰ তাত নদী নাছিল নামৰ উপন্যাসখন পঢ়ি তেওঁক লগ পোৱাৰ হেঁপাহ জাগিছিল। বহুদিনলৈ সেই ইচ্ছা সামৰি ৰাখিছিলো যদিও তেওঁৰ কিতাপ আছিল আমাৰ প্ৰিয়। অনন্য প্ৰান্তৰ, ফেৰেংগাদাও আৰু বগুকা বেহাৰ পঢ়ি আমাৰ মনে বিচৰণ কৰিছিল অতীতত। চৰকাৰী চাকৰি এৰি মেদিনী চৌধুৰীয়ে সূত্ৰধাৰ নামৰ আলোচনীৰ সম্পাদনাৰ দায়িত্ব লৈছিল। সেই সময়ত আমি সূত্ৰধাৰত লিখিছিলো। তাৰ আগতেই মেদিনী চৌধুৰীক ক'ত কেতিয়া কেনেকৈ লগ পাইছিলো মনত নাই। কিন্তু অসমৰ জনজীৱনৰ পৰা বিশ্ব সাহিত্যৰ শেহতীয়া গ্ৰন্থখনলৈকে অনৰ্গল কৈ যাব পৰা মেদিনী চৌধুৰীৰ ছবি আমাৰ মনত সদায় উজ্জ্বল হৈ আছিল। সূত্ৰধাৰত তেওঁ থকা সময়তে আমাক দুখন গাঁও অধ্যয়ন কৰি প্ৰতিবেদন যুগুতাবলৈ দিছিল। গাঁৱৰ অৰ্থনীতিৰপৰা গাঁওবাসীৰ শিক্ষা-দীক্ষা, স্বাস্থ্য আৰু সংস্কৃতি সকলো সামৰি সেই প্ৰতিবেদন প্ৰস্তুত কৰা হৈছিল। গাঁও দুখনৰ এখন আছিল তথাকথিত উচ্চ বৰ্ণৰ আৰু আনখন অনুসূচিত জাতিৰ।

ৰাজ্যখনৰ সমাজ, মানুহ, জাত-পাত, গোষ্ঠীকতা, ভূগোল, ইতিহাস আদি সকলো বিষয়ত থুনপাক আছিল মেদিনী চৌধুৰীৰ। ধুবুৰীৰ পৰা শদিয়ালৈকে ৰাজ্যখনৰ সকলো ঠাই, সমাজ আৰু মানুহৰ ইতিহাস আছিল তেওঁৰ নখ দৰ্পণত। ইতিহাস ৰচনাত হাত নিদিলেও তেওঁৰ ইতিহাস জ্ঞান আৰু চেতনা আছিল প্ৰখৰ। তেওঁ পুৰণি আৰু মধ্য যুগৰ অসমৰ বিষয়ে খৰচি মাৰি জানিছিল। সৃষ্টিশীল ৰচনাৰ সমান্তৰালভাৱে মেদিনী চৌধুৰীয়ে ইতিহাস চৰ্চা কৰিছিল নিৰলসভাৱে। কেৱল তথ্যৰ সন্ধানেই তেওঁৰ কৌতূহলৰ কাৰণ নাছিল। মানুহক সামগ্ৰিক অৰ্থত উপলব্ধি কৰাৰ বাবে তেওঁৰ সাধনা আছিল নিৰন্তৰ।

ইতিহাসত মানুহ এক নীৰস তথ্য নহয় বৰঞ্চ ইয়াৰ চৌপাশৰ জগত তেনে মানুহৰ জৰিয়তে উদ্ভাসি উঠে। এনে এক ধাৰণাত তেওঁ বিশ্বাস কৰিছিল। ইতিহাসপ্ৰিয় হ'লেও তেওঁ কেৱল অতীতমুখী নাছিল। সমসাময়িক জীৱনো তেওঁৰ বাবে আছিল অধ্যয়নৰ বিষয়। গুজৰাটৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ বিষয়ে প্ৰকাশিত কিতাপ কিনাৰ বাবে তেওঁ নৰিয়া গাৰে মহানগৰীৰ দোকানলৈ গৈছিল যদিও ইয়াত নাপাই সেই প্ৰতিবেদন তেওঁ কষ্টৰে সংগ্ৰহ কৰিছিল। সাম্প্ৰদায়িকতাৰপৰা সন্ত্ৰাসবাদ আদি বিষয়ত মেদিনী চৌধুৰীৰ দখল আছিল। কীৰ্তন পুথি সম্পাদনাৰ দৰে গুৰুত্বপূৰ্ণ কামো দক্ষতাৰে কৰি গৈছিল।

অসমৰ সংকটকালৰ এশবছৰীয়া এক দলিল হ'ল তেওঁৰ অসামান্য উপন্যাস বিপন্ন সময়। উপন্যাসখনৰ বাবে তেওঁ সাহিত্য অকাডেমি সম্মান লাভ কৰিছিল। কিন্তু উপন্যাসখন যিদৰে আলোচিত হ'ব লাগিছিল সেইদৰে নহ'ল। ইতিহাস চেতনা আৰু কল্পনাৰ সুসমন্বয়ত উপন্যাসখনে ৰাজ্যখনৰ এশবছৰীয়া সময়ৰ ছবি নিৰ্মোহভাৱে আঁকিছে। মেদিনী

চৌধুৰীয়ে আন একো নিলিখিলেও বিপন্ন সময়ে তেওঁক চিৰস্মৰণীয় কৰি ৰাখিলেহেঁতেন।

## এখন উপন্যাস

ঊনৈশ শতিকাৰ ত্ৰিশৰ দশকৰপৰা কুৰি শতিকাৰ একে সময়লৈকে প্ৰায় এটা শতিকাজুৰি অসমৰ ৰাজনৈতিক আৰু সামাজিক জীৱনৰ অশান্ত-অস্থিৰ, দ্বন্দ্ববিদীৰ্ণ সময়ক উপন্যাস ৰূপ দিছে প্ৰখ্যাত লেখক মেদিনী চৌধুৰীয়ে তেওঁৰ শেহতীয়া সৃষ্টি বিপন্ন সময়ত। ৰুগ্ন-ভগ্ন অসমখনক গতিশীল কৰাৰ শতিকাজোৰা স্বপ্নৰ দ্বিধা-দ্বন্দ্ব, ঘাত-প্ৰতিঘাতেৰে জৰ্জৰিত সময় আৰু উত্তৰণৰ আকাংক্ষা চৌধুৰীৰ উপন্যাসৰ মৰ্মবস্তু। চৌধুৰীয়ে বিপন্ন সময়ত ইতিহাস সৃষ্টিকাৰী মানুহৰ চৰিত্ৰতকৈ সময়ক, ঘটনাতকৈ সংঘাতক প্ৰাধান্য দিছে। হৰকান্ত বৰুৱা সদৰামিনৰপৰা অমিয় কুমাৰ দাসলৈকে অলেখ ঐতিহাসিক চৰিত্ৰ তেজ মঙহৰ মানুহৰূপে ভুমুকি মাৰিছে চৌধুৰীৰ ২৬৩ পৃষ্ঠাৰ এই উপন্যাসত।

তেনেই নিস্তৰঙ্গ আৰু পৰাধীন এখন সমাজতো এমুঠি অগ্ৰণীৰ জৰিয়তে কিদৰে জাতি এটাৰ উত্তৰণৰ হাবিয়াস, পুনৰ নিৰ্মাণৰ আকাংক্ষা জাগে তাৰেই ৰূপ দিছে ঔপন্যাসিকে। অতীতৰ পৰাই গৃহযুদ্ধত ক্ষত-বিক্ষত আৰু তাৰ পিছত বহিঃশত্ৰুৰ আক্ৰমণত থান-বান হোৱা, তদুপৰি মহামাৰীৰ দৰে দুৰ্যোগত উছন যাবলৈ ধৰা জাতি এটা শুকান গা-গছত কিদৰে পৰাধীনতাৰ আনটো কুঁহিপাত মেলিছিল তাৰেই কাহিনী বিপন্ন সময়। দুটা শতিকাৰ ভিন্নতা, বিৰোধ আৰু সংঘাতৰ সুখপাঠ্য বৰ্ণনাৰে সমৃদ্ধ বিপন্ন সময় অসমীয়া সমাজৰ সংকটকালৰ দলিল। ঊনৈশ শতিকাৰ আৰম্ভণিৰ প্ৰথম তিনিটা দশকৰ তিক্ততাৰ শেষত বিদেশী শাসকৰ ছত্ৰছায়াত জাতিটোৱে গা টঙাই স্বস্তিৰ ৰ'দ লৈছিল। আশা লাহে লাহে পুনৰ নিৰ্মাণৰ কাম চলিব, শিক্ষা-দীক্ষাৰে জাতিটো আগবাঢ়িব। কিন্তু কুৰি শতিকাৰ তৃতীয় দশকৰ ভাবনা আছিল ভিন্ন আৰু বিপৰীতমুখী- পৰাধীনতাৰ গ্লানিৰপৰা মুক্ত হৈ জাতিটোৱে নিজৰ ভৰিত থিয় দিব। দুটা শতিকাৰ আৰম্ভণিত দুই পুৰুষে মুখামুখি হোৱা বিধ্বস্ত আৰু বিপৰ্যস্ত সময়ৰ বাস্তৱৰ স্বপ্ন চিত্ৰিত হৈছে আলোচ্য উপন্যাসখনত। কাহিনীৰ জৰিয়তে বিভিন্ন চৰিত্ৰৰ সমাহাৰেৰে ঔপন্যাসিকে নিজে সূত্ৰধাৰৰ ভূমিকা পালন কৰি দুটা শতিকাৰ অসমীয়া জাতিৰ মানসিকতাৰ বৈপৰীত্যৰ স্বকীয়তাক উন্মোচিত কৰিছে।

সেই সময়ৰ দুৰ্গম অসম, শৈক্ষিক, সাংস্কৃতিক পৰিবেশ, অনুন্নত যাতায়াত ব্যৱস্থা, দেশপ্ৰেম, সামূহিক চিন্তা, নৱন্যাসৰ উদ্যম আৰু অসমীয়া সমাজৰ বহু অন্ধকাৰ দিশ আলোকিত হৈছে উপন্যাসখনত। ব্ৰিটিছ আগমনৰ আগৰ আৰু পাছৰ কিছু ঘটনা বা কেইটামান ঐতিহাসিক কাৰকৰ বিষয়ে নাজানিলে উপন্যাসখনত পৰিস্ফুট হোৱা শতিকাটোৰ ঘটনাৱলীৰ অনুধাৱন আধৰুৱা হৈ ৰ'ব। চৌধুৰীয়ে এইবোৰ স্পৰ্শ নকৰাকৈ থকা নাই।

ভাৰতীয় সামন্তবাদৰ দুৰ্বলতাৰ বাবেই ব্ৰিটিছে ভাৰতবৰ্ষত ঔপনিৱেশিক শাসন-শোষণ চলাব পাৰিছিল বুলি বিশিষ্ট ঐতিহাসিক দামোদৰ ধৰ্মানন্দ কৌশাম্বীয়ে মত প্ৰকাশ কৰিছে। অসমত ব্ৰিটিছ শাসনৰো কাৰণ একেটাই বুলিব পাৰি। অসমৰ সামন্তবাদৰ গতি-প্ৰকৃতি সুকীয়া। জনজাতীয় স্তৰৰপৰা প্ৰত্যক্ষভাৱে বিকশিত অসমৰ সামন্তবাদ এক শক্তিশালী ব্যৱস্থা হিচাপে প্ৰতিষ্ঠিত নহওঁতেই আভ্যন্তৰীণ দ্বন্দ্বৰ ফলত ব্ৰিটিছ আগমনৰ

পূৰ্বেই ইয়াৰ পতনৰ পথ প্ৰশস্ত হৈছিল। মোৱামৰীয়া অভ্যুত্থানে (১৭৭০) সূচনা কৰা গৃহযুদ্ধৰ দিনৰপৰাই মানৰ আক্ৰমণ (১৮১৭-২৪) ৰ সময়লৈকে অসমৰ ৰাজনৈতিক আৰু সামাজিক ব্যৱস্থা সোলোকচোলোক হৈ পৰিছিল। মহামাৰীত দেশ উছন যোৱাৰ উপক্ৰম হৈছিল। এনে দুৰ্যোগৰ দিনতেই ত্ৰাণকৰ্তাৰূপে অসমলৈ ব্ৰিটিছৰ আগমন, ঘটিছিল। ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ ফলত মান পিছ হোঁহকিছিল, ব্ৰিটিছৰ খোপনি দৃঢ় হৈছিল।

বিপন্ন সময়ৰ আৰম্ভণিৰ চৰিত্ৰ হৰকান্ত বৰুৱা সদৰামীন (১৮১৫-১৯০২) আছিল অসমৰ এই সন্ধিক্ষণৰ সুযোগ্য সাক্ষী। মান ভগনত দেশান্তৰী হোৱা হৰকান্ত বৰুৱাই শেষত ১৮৪৪ চনত কামৰূপ কলেক্টৰীৰ অচালতন নবিচৰূপে ৪০ টকীয়া দৰমহাত চাকৰি কৰিও অসমৰ উন্নতিৰ কথা মনে মনে গুণা-গঁথা কৰিছিল। বৰুৱাই নহয় আৰু কেইবাগৰাকী ব্যক্তিয়ে সেই সময়ত আলোকৰ সন্ধান কৰিছিল। অৱশ্যে ঐতিহাসিকভাৱেই এই চৰিত্ৰসমূহৰ ভূমিকা সীমাবদ্ধ হ'বলৈ বাধ্য। তথাপিতো এনে চৰিত্ৰ চৌধুৰীৰ উপন্যাসত ইতিহাসৰ জুমুঠি নহৈ তেজ-মঙহৰ মানুহৰূপে পাঠকৰ সমুখত বিচৰণ কৰিছে। হৰকান্ত বৰুৱাৰ দৰে মান ভগনত হলিৰাম ঢেকিয়াল ফুকন আৰু যজ্ঞৰাম খাৰঘৰীয়া ফুকনো দেশান্তৰী হৈছিল।

বিপন্ন সময়ত হৰকান্ত বৰুৱা আৰু আনন্দৰাম ঢেকিয়াল ফুকনৰ চৰিত্ৰই যথেষ্ট প্ৰাধান্য পাইছে যদিও আনন্দৰামৰ পিতৃ হলিৰাম ঢেকিয়াল ফুকন (১৮০২-৩২) আৰু খুড়াক যজ্ঞৰাম খাৰঘৰীয়া ফুকনৰ (১৮০৫-৩৮) চৰিত্ৰয়ো ভুমুকি নমৰাকৈ থকা নাই। অসমলৈ নৱজাগৰণৰ বীজ কঢ়িওৱাসকলৰ ভিতৰত হলিৰাম আৰু যজ্ঞৰামেই আগৰণুৱা। অসমীয়া সমাজলৈ আধুনিকতাৰ বৰ্তাবাহী হোৱা এই পৰিয়ালটিক যে অসমীয়া সমাজে মনেপ্ৰাণে গ্ৰহণ কৰিছিল তেনে নহয়। যজ্ঞৰাম খ্ৰীষ্টান হোৱা বুলি হৰকান্ত বৰুৱাৰেই সন্দেহ আছিল। অৰ্ধ জনজাতীয় সমাজ এখনত যজ্ঞৰামৰ উদাৰ দৃষ্টিভংগীক সন্দেহৰ চকুৰে চোৱাটোৱেই স্বাভাৱিক। হলিৰামৰ ইংৰাজী শিক্ষা নাথাকিলেও প্ৰতিভা আৰু জ্ঞানক ব্ৰিটিছ শাসকে বুজিছিল। তেওঁ ব্ৰিটিছৰ অধীনত সেই সময়ত এছিষ্টেণ্ট কমিছনাৰ আছিল। পশ্চিমীয়া সংস্কৃতিৰ অনুৰাগী যজ্ঞৰামৰ উদ্যোগতেই ১৮৩৫ চনত গুৱাহাটীত বাঙালী আৰু চৰকাৰী ইংৰাজী স্কুল স্থাপিত হৈছিল।

হৰকান্ত বৰুৱা পশ্চিমীয়া শিক্ষাৰে শিক্ষিত নহ'লেও বুদ্ধিমান আৰু সচেতন ব্যক্তি আছিল। তেওঁ ঐতিহ্যন্ত এৰা নাছিল আৰু আধুনিকতাকো প্ৰত্যাখ্যান কৰা নাছিল। সেয়ে আনন্দৰাম ঢেকিয়াল ফুকন (১৮২৯-১৮৫৯) কলিকতাৰপৰা শিক্ষা লৈ অহাৰ সময়ত তেওঁ মনে মনে পুলকিত হৈছিল আনন্দৰামৰ গাঁৱৰ কাষৰ কৈৱৰ্ত মানুহখিনিৰ দৰেই। অসমৰ জাগৰণৰ হোতা আছিল আনন্দৰাম। এওঁলোক ব্ৰিটিছৰ সমৰ্থক আছিল যদিও জাতীয় চেতনাশূন্য নাছিল। হৰকান্ত স্বাভাৱিকতেই আছিল অসমীয়া ডা-ডাঙৰীয়া শ্ৰেণীৰ স্বাৰ্থৰ প্ৰতিনিধি। কিন্তু আনন্দৰামৰ জীৱনচৰ্যা আদৰ্শৰ ভিত্তিত গঢ় হৈছিল।

১৮২৫ চনৰ ব্ৰিটিছ অনুপ্ৰেৱেশৰপৰা ১৯২১ চনত অসম প্ৰদেশ কংগ্ৰেছ কমিটী গঠনৰ জৰিয়তে অসমে ঔপনিৱেশিক কানি-নীতিৰ বিৰুদ্ধে যুঁজ়লৈকে সমাজখন বহু উত্থান-পতনৰ সন্মুখীন হৈছিল।

চমুকৈ সেইসময়ৰ উল্লেখযোগ্য ঘটনাসমূহ হ'ল - ১৮৪৩ চনত বন্দীবেটী ৰখাটো নিষেধ কৰি আইন ৰচনা, ১৮৩৬ চনৰপৰা ১৮৭২ চনলৈ অসমীয়া ভাষাক শিক্ষা আৰু চৰকাৰী কামৰপৰা নিলগাই ৰখা, বেপ্টিষ্ট মিছনেৰীৰদ্বাৰা শিৱসাগৰৰ পৰা প্ৰথম অসমীয়া আলোচনী অৰুণোদই (১৮৪৬-৮৩)ৰ প্ৰকাশ, ১৮৭৪ চনত অসম বংগৰপৰা পৃথক হোৱা, ব্ৰিটিছ চৰকাৰৰ চাহ শিল্পৰ নীতিয়ে স্থানীয় কৃষিত মাধমাৰ শোধোৱা। (ইতিমধ্যে ১৮৩৯ চনত আৰম্ভ কৰা চাহ খেতিত সত্তৰৰ দশকত ভালদৰেই প্ৰতিষ্ঠিত হৈছিল), চৰকাৰী নীতিয়ে সৰ্বসাধাৰণ ৰাইজক দুইধৰণে হেঁচা দিছিল - ৰাজহ বৃদ্ধি আৰু কানি খেতি বন্ধ কৰি চৰকাৰীভাৱে কানি যোগান ধৰা, ইতিমধ্যে ৰায়তৱাৰী ভূমি বন্দৱস্তিৰ আইনীৰূপ গ্ৰহণ, ১৮৩৯-১৯০১ ত বন্দৱস্তি মাটিৰ এক-চতুৰ্থাংশ চাহ বাগিচাৰ অধীনলৈ যোৱা আদি।

এনেবোৰ ঐতিহাসিক কাৰকৰ বাবেই উনৈশ শতিকাৰ ত্ৰিশৰ দশকৰ ভাবনা কুৰি শতিকাৰ ত্ৰিশৰ দশকত সলনি হ'বলৈ বাধ্য হৈছিল। হলিৰাম, যজ্ঞৰাম, আনন্দৰাম, হেমচন্দ্ৰ বৰুৱা, (১৮৩৫-৯৬), গুণাভিৰাম বৰুৱা (১৮৩৭-৯৪) আদি পশ্চিমীয়া সভ্যতাৰ অনুৰাগী আছিল আৰু বিপৰ্যস্ত এখন ৰাজ্যলৈ ব্ৰিটিছৰ জৰিয়তে শিক্ষা-দীক্ষা, সা-সুবিধা আহিব বুলি আশা কৰিছিল। নিজৰ দেশ আৰু ভাষা-সাহিত্যলৈ এওঁলোকৰ অৰিহণা আৰু চিন্তাভাবনা কম নাছিল। সামান্য নবিচ হৈও হৰকান্তই ভূমি-নীতিৰ বেলিকা ডালটন চাহাবৰ মুখে মুখে উত্তৰ দি ৰূঢ় উত্তৰ পোৱাত আহত হৈছিল। মণিৰাম দেৱান আৰু পিয়লি বৰুৱাৰ ফাঁচীৰ বাতৰিয়েও হৰকান্তক অশান্তিত ভোগাইছিল কিন্তু তেওঁৰ চিন্তাধাৰা আছিল এনেধৰণৰ 'বিফল হৈ বিখ্যাত হোৱাৰ অৰ্থ নাই। বৰঞ্চ সফল হৈ অখ্যাত হৈ থকা মানুহহে সমাজলৈ প্ৰকৃত অৰিহণা যোগাব পাৰে।' (পৃষ্ঠা ৬৩)

আনন্দৰামেও তেওঁক চাহাবে বিশ্বাসত নোলোৱাত অশান্তি পোৱাৰ কথাৰ মৰ্মস্পৰ্শী বৰ্ণনা আছে উপন্যাসখনত। (পৃষ্ঠা ৬৫) অসমীয়া পুনৰ প্ৰচলনৰ বাবে আনন্দৰাম বেনামী পুস্তিকা প্ৰচাৰ কৰাৰো উল্লেখ আছে। পাঠ্যপুথি ৰচনাৰ জৰিয়তেও যথেষ্ট অৱদান আগবঢ়াইছিল। মুঠতে অসমৰ নৱ জাগৰণৰ শিৰোমণি আছিল আনন্দৰাম। পিছৰ পৰ্যায়ত তেওঁৰ খুড়াক গুণাভিৰামে সেই প্ৰচেষ্টা অব্যাহত ৰাখিছিল। সেই সময়ৰ আন এগৰাকী অগ্ৰণী প্ৰথম ভাৰতীয় চাহ খেতিয়ক মণিৰাম দেৱানৰ চৰিত্ৰই উপন্যাসখনত ভুমুকি মাৰিলেও বিস্তাৰ লাভ কৰা নাই। কিন্তু ঐতিহাসিকভাৱে দেৱানৰ দূৰদৰ্শিতা, বুদ্ধিমত্তা আৰু অৰ্থনৈতিক দিশত জাতি এটাক আগবঢ়াই নিয়াৰ বাবে লোৱা ভূমিকা উলাই কৰিব পৰা বিধৰ নহয়।

উনৈশ শতিকাৰ শেষ ভাগত নতুনকৈ গঢ়ি উঠা ক্ষুদ্ৰ মধ্যবিত্ত শ্ৰেণীটো শিক্ষা-দীক্ষাত কিছুদূৰ আগবাঢ়িছিল আৰু জাতীয় জীৱনত তেওঁলোকৰ ভূমিকা গুৰুত্বপূৰ্ণ আছিল। তেওঁলোকৰ মাজৰ কেইজনমানৰ চৰিত্ৰই বিপন্ন সময়ত ভুমুকি মাৰিছে। এওঁলোক হ'ল — হেমচন্দ্ৰ বৰুৱা, জগন্নাথ বৰুৱা (১৮৫১-১৯০৭), মাণিক চন্দ্ৰ বৰুৱা (১৮৫১-১৯১৫), আনন্দৰামৰ পুত্ৰ অন্নদাৰাম ঢেকিয়াল ফুকন (মৃত্যু ১৮৮৪), গঙ্গাগোবিন্দ ফুকন (১৮৪১-১৯২৬)। ডা-ডাঙৰীয়া, চহকী খেতিয়ক শ্ৰেণীৰ মাজৰপৰা উৎপত্তি হোৱা মধ্যবিত্ত

শ্ৰেণীটোৱে তেতিয়াও ব্ৰিটিছৰাজ প্ৰসংগত দ্বিধা দ্বন্দ্ব আঁতৰাই স্পষ্ট দৃষ্টিভংগী গ্ৰহণ কৰিব পৰা নাছিল। এইচামৰ সমসাময়িক দীননাথ বেজবৰুৱা ডাঙৰীয়াৰ পুত্ৰ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ (১৮৮৬-১৯৩৮) কলম অসমৰ বাবে উৎসৰ্গিত হ'লেও তেওঁৰ দৃষ্টিভংগীও স্পষ্ট নাছিল বা ব্ৰিটিছ শাসনক অনিষ্টকাৰী বুলি গণ্য কৰা নাছিল। অসমৰ অগ্ৰণীসকলৰ বেলিকাতেই নহয় ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তটো এনে প্ৰৱণতা দেখা গৈছিল। ৰবীন্দ্ৰনাথ ঠাকুৰো ইয়াৰ ব্যতিক্ৰম নাছিল। কিন্তু তেওঁলোকৰ দেশপ্ৰেম আছিল সন্দেহাতীত। ঐতিহাসিক জটিল পৰিস্থিতিত ব্যক্তিৰ ভূমিকাক সৰলীকৰণ কৰিলে নচলে। চৌধুৰীয়ে উপন্যাসখন ৰচনা কৰোঁতে ঐতিহাসিক এই সত্য মনত ৰাখিছে। জটিল এই পৰিস্থিতিৰ মাজত লক্ষ্মীনাথৰ সুদূৰপ্ৰসাৰী ভূমিকাক বিপন্ন সময়ত উপযুক্তভাৱেই অংকন কৰা হৈছে। তেওঁ হৈ পৰিছে নতুন আৰু পুৰণিৰ সংযোগ সেতু। অমিয় কুমাৰ দাস, মাধৱ বেজবৰুৱা, কমলেশ্বৰ চলিহা, কেদাৰনাথ গোস্বামী প্ৰমুখ্যে ডেকাচামৰ বাবে বেজবৰুৱা আছিল আদৰ্শস্বৰূপ। আনন্দ ফুকনৰ সময়ৰ নৱজাগৰণৰ ধাৰাবাহিকতা বেজবৰুৱালৈ বিস্তৃত আছিল। কুৰি শতিকাৰ সাহিত্য, ৰাজনীতি আৰু সংস্কৃতিৰ পথাৰৰ আগৰণুৱা ডেকাচামৰ বাবে অতীতৰ এই ঐতিহ্যলৈ আছিল পৰম শ্ৰদ্ধা আৰু স্বাধীনতা সংগ্ৰামৰ আহ্বানো আছিল তীব্ৰ। পদ্মনাথ গোহাঞিবৰুৱা, বলিন নাৰায়ণ বৰাৰ চৰিত্ৰয়ো ভুমুকি নমৰাকৈ থকা নাই।

ইতিমধ্যে অসমৰ ৰাজনীতি সৰ্বভাৰতীয় ৰাজনীতিৰ লগত সাঙোৰ খাই পৰিছে আৰু আঞ্চলিক চেতনায় গা কৰি উঠিছিল। কংগ্ৰেছলৈ নতুন তেজৰ আমদানি ঘটিছে। বিপন্ন সময়ত দেশভক্ত তৰুণৰাম ফুকন, নবীন চন্দ্ৰ বৰদলৈৰ প্ৰাধান্য বেছি। কাৰণ এওঁলোকৰ উদ্যোগতেই সৰ্বভাৰতীয় ৰাজনীতিৰ লগত অসমৰ সম্পৰ্ক স্থাপন হৈছিল। অমিয় কুমাৰ দাস, মহেন্দ্ৰমোহন চৌধুৰী আদি নেতাৰো ডেকা-চিন্তাৰ প্ৰকাশ ঘটিছে উপন্যাসখনৰ সামৰণিত। তৰুণৰাম ফুকনৰ আভিজাত্য, উদাৰ দৃষ্টিভংগী, মানুহৰ লগত সম্পৰ্ক, অস্থিৰ অবস্থান আদিৰ বৰ্ণনা প্ৰাঞ্জল। বিলাৎ ফেৰৎ যদিও ফুকনৰ মানুহৰ প্ৰতি মোহ শলাগিবলগীয়াধৰণে ঔপন্যাসিকে উপস্থাপিত কৰিছে। কিন্তু সাধাৰণ মানুহে ফুকনক কিদৰে চাইছিল তাৰ বৰ্ণনা দক্ষতাৰে কৰিছে চৌধুৰীয়ে। বৈৰাগীৰ মুখেৰে সাধাৰণ মানুহ আৰু ফুকনহঁতৰ দৰে নেতাৰ ব্যৱধান স্পষ্টকৈ প্ৰকাশ পাইছে।

'ফুকন চাহাবহঁতৰ দৰে মানুহে আমাৰ দৰে মানুহক মানুহ বুলিয়ে নগনে।...ফুকনৰ ঘৰৰ মানুহে যে গৰু খেদিয়াই খেদাদি আমাক তাৰপৰা খেদি দিছিল?' (পৃঃ ২৩৮)। ১৯৩৯ত সাধাৰণতে দেশৰ আনঠাইৰ দৰে অসমৰ ডেকাচামো আন্দোলন সন্দৰ্ভত উদ্বিগ্ন আছিল। মানি ল'লেও মহাত্মা গান্ধীৰ পাঁচ ছেপ্টেম্বৰৰ 'আমি এতিয়াই ভাৰতৰ মুক্তিৰ কথা ভবা নাই' ঘোষণাত তেওঁলোক সন্তুষ্ট হোৱা নাছিল।

উপন্যাসখনৰ সামৰণিৰ অধ্যায়ত আন্দোলন প্ৰসঙ্গত অমিয় কুমাৰ দাসৰ আত্ম সমালোচনা স্পষ্ট। তেওঁ তেতিয়া জে'লত। অমিয় কুমাৰ দাসৰ বাবে আন্দোলন হৈ পৰিছে নিৰ্জীৱ আৰু আনুষ্ঠানিকতা। সৰ্বসাধাৰণৰ অকুণ্ঠ সমৰ্থনৰ প্ৰয়োজনীয়তাৰ কথাত তেওঁ ভাবিছে। শিক্ষিত সেই সময়ৰ মধ্যবিত্ত শ্ৰেণীৰ দোষ-দুৰ্বলতাৰ কথাও তেওঁৰ মনলৈ

আহিছে। হৰকান্ত, আনন্দ ফুকন, গুণাভিৰাম, হেমচন্দ্ৰ, মাণিকচন্দ্ৰ, লক্ষ্মীনাথ, নবীন বৰদলৈ, তৰুণ ফুকনৰ জীৱন বীক্ষাকো তেওঁ উলাই কৰিব পৰা নাই। - এনে দ্বিধা দ্বন্দ্বৰে কুৰি শতিকাৰ চাৰিটা দশক অসমৰ ইতিহাসৰ পৰা মেলানি মাগিছিল উন্মাদনাভৰা সময়ক স্বাগতম জনায়।

অতি দক্ষতাৰে শিল্পিতভাৱে মেদিনী চৌধুৰীয়ে অসমৰ ইতিহাসৰ বিপৰ্যস্ত এটা শতিকাক উপন্যাস ৰূপত উপস্থাপন কৰিছে। ঔপনিবেশিক বা জাতীয়তাবাদী ধাৰা অতিক্ৰম কৰি চৌধুৰীয়ে ইতিহাসক নিৰ্মোহভাৱে চাই বাস্তৱ কল্পনাৰে বিপন্ন সময়ৰ মাজতো মৰ্মৰিত অসমীয়া সমাজৰ জীৱন প্ৰবাহৰ মনপৰশা চিত্ৰ আঁকিছে। উপন্যাসখনত অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ভূমিকাক গুৰুত্বপূৰ্ণ দেখুওৱা হৈছে যদিও ৰাজ্যখনৰ বিভিন্ন প্ৰান্তত দেখা দিয়া বিক্ষোভ আদিৰ ইঙ্গিতো আছে।

## শ্ৰদ্ধাঞ্জলি

মেদিনী চৌধুৰী অসমীয়া সমাজৰ এক ব্যতিক্ৰমী ব্যক্তিত্ব। তেওঁৰ অৱদানে অসমীয়া সমাজ আৰু সাহিত্যক সমৃদ্ধ কৰিছে। তেওঁৰ প্ৰতিভা বিশাল, জিজ্ঞাসা অসীম আৰু উপলব্ধি হ'ল মানৱতাৰে সিক্ত। তেওঁৰ দৰে এগৰাকী লেখক পাই নিসন্দেহে অসমীয়া সমাজ সমৃদ্ধ হৈছে। তেওঁৰ ৰচনাসম্ভাৰে অসমীয়া সাহিত্যক অন্য এক মাত্ৰা দিছে। সেয়া হ'ল যুক্তি, মনন আৰু মানৱতাবাদী দৃষ্টিৰ এক উজ্জ্বল পৰিক্ৰমা। তেনেই কম লেখকৰ ৰচনাহে এনে ভাবনাৰে সমৃদ্ধ। তেওঁৰ ব্যক্তিত্ব বৰণীয়, তেওঁৰ অৱদান স্মৰণীয় আৰু দুৰদৃষ্টি মানৱ হিতৈষী।

এইগৰাকী মহৎ লেখকক অসমীয়া সমাজে চিৰকালে শ্ৰদ্ধাৰে স্মৰণ কৰিব্।

*'দৈনিক জনমভূমি', গুৱাহাটী, মঙলবাৰ, ২৫ ফেব্ৰুৱাৰী, ২০০৩ৰ হেমন্ত বৰ্মনে মেদিনী চৌধুৰীৰ সাহিত্য অকাডেমি বঁটাপ্ৰাপ্ত 'বিপন্ন সময়'ৰ সুন্দৰ আলোচনাৰে শ্ৰদ্ধাঞ্জলি যাঁচিলে- 'মেদিনী চৌধুৰী, এখন উপন্যাস আৰু শ্ৰদ্ধাঞ্জলি'*

# মেদিনীদাৰ স্মৃতিত

**পদ্ম পাটৰ**

খবৰটোৱে মোক বিতত কৰা নাছিল। কিন্তু চানমাৰিৰ ঘৰটোলৈ আগবঢ়াৰ লগে লগে হৃদয়-মন কঁপি উঠিছিল। কেনেকৈ মুখামুখি হওঁ- সেই ঘৰখনৰ পদূলিটোৰ স'তে, কেনেকৈ মুখামুখি হওঁ অঞ্জনৰ স'তে? জীৱন যুদ্ধত কোনোদিনে নাহাৰিম বুলি ভাবি সেই সাহিয়াল লোকজনে অৱশেষত মৃত্যুৰ ওচৰত হাৰ মানিলে। জীৱন হেনো এনেকুৱাই। সেই সাহসী, কলমটোৰে জগত জিনিব বিচৰা লোকজন অক্লান্ত ৰূপত যি মৃত্যুৰ আগমুহূৰ্তলৈকে কমলটোক জীৱন সাৰথি কৰি লৈ আছিল- সেই কলমটোও নিৰ্বাক হ'ল। মেদিনীদা নাই- কথাষাৰ যেন মানি ল'ব নোৱাৰো মই। মেদিনীদা আজি নীৰৱে শুই আছে কাকো আমনি নকৰাকৈ। মই কাষ চাপি গৈছিলো। হাতৰ শুকুলা ফুলকেইপাহে উচুপি উঠিছিল। ধৈৰ্যৰ বান্ধ খুলি গৈছিল মোৰ। মেদিনীদাক আৰু জীৱনৰ কাষত জীৱন সংগীৰূপে ৰাখিব নোৱাৰা 'পাণু' নবৌৱে হুকহুকাই কান্দি উঠিছিল। গোটেই কোঠাটোৱে যেন উচুপি উঠিছিল। মেদিনীদাই এইদৰে, এনেকৈ সকলোকে কন্দুৱাই এৰি যাম বুলিতো এদিনো কোৱা নাছিল।

মেদিনীদা আছিল এক জীৱন্ত ইতিহাস। 'অনন্য প্ৰান্তৰ' যি এবাৰ পঢ়িছে গম পাইছে অসমৰ মাটি, পানী, বায়ুৰ লগত মেদিনী চৌধুৰীৰ কি সম্পৰ্ক আছিল। গুৱাহাটীৰ পৰা শিৱসাগৰলৈ এই সুদীৰ্ঘ পথছোৱাৰ দুয়োকাষৰ ঠাইবোৰৰ ইতিহাস বৰ্ণিত কৰিছিল 'অনন্য প্ৰান্তৰ'ত। সেই গ্ৰন্থখনেই আছিল মেদিনী চৌধুৰীৰ প্ৰথম প্ৰকাশিত গ্ৰন্থ আৰু অতি জনপ্ৰিয় ভ্ৰমণ উপন্যাস হিচাপে সমাদৃত হৈছিল পাঠক সমাজত। সেই যাত্ৰাই যাত্ৰা- তাৰপিচত মেদিনী চৌধুৰীৰ কলম থমকি ৰোৱা নাই। ইখনৰ পিচত সিখন উপন্যাস, গ্ৰন্থ একাধাৰে লিখি গৈছে। মেদিনী চৌধুৰীৰ লেখাৰ বিষয়ক লৈ বহুতে বিস্মিত হয়। গুৱাহাটী নগৰীৰ জীৱন ইতিহাস লিখিছে, নিজৰ জীৱন বৃত্তান্ত লিখিছে, মহাপুৰুষ মাধৱদেৱৰ জীৱন আধাৰত উপন্যাস ৰচনা কৰিছে, বিপ্লৱী বীৰ কলাগুৰু বিষ্ণু ৰাভাৰ জীৱনীমূলক উপন্যাস লিখিছে, ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলন, অসমৰ সেই সময়ৰ অস্তিত্ব ৰক্ষা আৰু স্বাধীনতা সংগ্ৰামীসকলৰ ৰাজ্যৰ আগশাৰীৰ নেতৃবৃন্দৰ জীৱন কথাৰ স্বাধীনতা সংগ্ৰামৰ ওপৰত ৰচনা কৰা 'বিপন্ন সময়' নামৰ গ্ৰন্থখনিয়ে মেদিনী চৌধুৰীলৈ কঢ়িয়াই আনিছিল ১৯৯৯ চনত সাহিত্য অকাডেমি বঁটা। বঁটাৰ বাবে কোনো লেখকেই নিজৰ ৰচনা সৃষ্টি নকৰে। মেদিনী চৌধুৰীয়ে সাহিত্য অকাডেমি বঁটা পোৱা বুলি ৰাজ্যখনৰ আগশাৰীৰ প্ৰতিষ্ঠান এটাই যেতিয়া অসমীয়া সাহিত্যৰ বুৰঞ্জীত এই বঁটা পোৱাৰ আগতেই সেই ইতিহাসত সেই বিশিষ্ট তথ্য সন্নিবিষ্ট কৰিছিল তেতিয়া এই মেদিনী চৌধুৰীয়ে কৈছিল- তেওঁলোকে লিখিব পাৰে কিন্তু মইতো বঁটা পোৱা নাই, লিখিছে লিখক। তেওঁ ৰেচম আৰু বয়ন বিভাগৰ সঞ্চালক হৈ থাকোতে চীনলৈ গৈছিল- তাৰ পৰা ঘূৰি আহি লিখিছিল 'য়াংজ্ নদীৰ পাৰ' আৰু 'চীনৰ ছাত্ৰ আন্দোলন' নামৰ দুখন গ্ৰন্থ। 'ফেৰেংগাদাও'- বিষ্ণু ৰাভাক লৈ লিখা বৃহৎ উপন্যাস। 'যাদুঘৰৰ কীৰ্তিমুখ', 'খোলাকটিৰ তাল', 'তাত নদী নাছিল'- তেওঁ ৰচিত উপন্যাসসমূহৰ অন্যতম। তাত নদী নাছিল গ্ৰন্থৰ বাবে অসম

প্ৰকাশন পৰিষদৰ বঁটা লাভ কৰিছিল। ত্ৰিশখনৰো বিচিত্ৰ শৈলীৰ গ্ৰন্থ ৰচনাকাৰী মেদিনী চৌধুৰীয়ে ইংৰাজীতো 'দি ট্ৰাইব্‌ছ অব্ আছাম প্লেইনছ্', 'মেকিং অব্ এ লীডাৰ' আৰু এখন বড়ো সমস্যাৰ বিষয়ে লিখা ইংৰাজী গ্ৰন্থ প্ৰণয়ন কৰিছিল।

সেই 'পচোৱা', 'ৰামধেনু', 'মণিদীপ', 'সমকালীন' নামৰ আলোচনীবোৰত লিখা আৰম্ভ কৰি মেদিনী চৌধুৰী আৰু থমকি ৰোৱা নাছিল। অসমৰ বিভিন্ন আলোচনী, পত্ৰ-পত্ৰিকাত আশীটাৰো অধিক গল্প, ডেৰশ-দুশ প্ৰবন্ধ ৰচনা কৰি গৈছে। মেদিনী চৌধুৰীয়ে তেতিয়াৰ ৰামধেনুৰ গল্প প্ৰতিযোগিতাত তৃতীয় বঁটা লাভ কৰিছিল। প্ৰথম বঁটা পাইছিল প্ৰতুল শৰ্মাই। এই গল্পবোৰ সংকলন ৰূপত প্ৰকাশ পোৱা নাই। মেদিনী চৌধুৰীয়ে দত্তবৰুৱা এণ্ড কোম্পানীৰ সহায়ত অসমীয়া গল্প সংকলন এটাৰ সম্পাদনা কৰিছিল। প্ৰবন্ধকাৰ, ঔপন্যাসিক, গল্পকাৰ মেদিনী চৌধুৰী 'দৈনিক শান্তিদূত' আৰু তেতিয়াৰ 'নতুন অসমীয়া'ত সাংবাদিকতা কৰাই নহয়, চৰকাৰী চাকৰিৰ পৰা অৱসৰ লোৱাৰ পিচত অধুনালুপ্ত সমকাল আৰু সূত্ৰধাৰ নামৰ দুখন আলোচনীও সম্পাদনা কৰিছিল।

এসময়ৰ ৰাজনীতিক, প্ৰাক্তন মন্ত্ৰী সমৰ ব্ৰহ্ম চৌধুৰীয়ে মেদিনীৰ 'ফেৰেংগাদাও' প্ৰকাশ কৰিছিল। উল্লেখযোগ্য যে একেটা মাত্ৰ বছৰতে সেই তেতিয়া 'বৈৰাথী প্ৰকাশনে' প্ৰকাশ কৰা এই বৃহৎ গ্ৰন্থখন আমি বিক্ৰী শেষ কৰিছিলো গোটেই অসমতে ঘূৰি। এই 'ফেৰেংগাদাও' উপন্যাসখনৰ মাধ্যমেৰেই মই মেদিনীদাৰ আপোন ভাতৃ হৈ পৰিছিলো এদিন। এদিন এই দাদাৰ সহযোগতেই 'সংবাদ সাপ্তাহিক' নামৰ সাদিনীয়া কাকত এখনো প্ৰকাশ কৰিছিলো। এই মেদিনীদাৰ লগত মাজে মাজে মোৰ মতবিৰোধ হৈছিল। তেতিয়া দাদাই পুৱাই মূৰত ডাঙৰ পাগুৰি মাৰি (ঠাণ্ডা দিনত) মোৰ ঘৰ ওলাইছিলহি মোক অবাক কৰি। কেনে যে বিচিত্ৰ মনৰ মানুহ আছিল এইজন! কেতিয়াবা সন্ধিয়া আহি চিঠি এখন লিখি পিচদিনা পুৱা ছয় বজাতে ওলাই থাকিবলৈ কৈ যায়হি। চিঠিত উল্লেখ থাকে- পাঁচ দিনৰ বাবে বাহিৰলৈ যাব। (মোৰ শ্ৰীমতী মিনুৰ হাতত টকা পাঁচশ দি যায়।) লগত যাব এগৰাকী প্ৰখ্যাত সাহিত্যিক, সাংবাদিক- নামটো নকয়। পিচদিনা পুৱাই হাজিৰ। মোৰ হাতত পাঁচোটামান ফিল্ম দি কয়- ব'লা! অলপ পিচতে দেখো সাহিত্যিক হোমেন বৰগোহাঞিও আমাৰ পাঁচদিনীয়া যাত্ৰাপথৰ সহযাত্ৰী। এইদৰে এই মেদিনীদাই নি কাৰ্বি ৰজা লিংদকপৰ ঘৰ পোৱাইছেগৈ সেই হামৰেণৰ কাৰ্বি পাহাৰত। সেইদৰে তিনিচুকীয়াৰ টিংৰাই ৰেচম পামলৈ আমাক দোভাগ ৰাতি শুকান গাহৰিৰ মঙহ আৰু সাজপানী খাবলৈ দিছে। এদিন নি আমাক কোচবিহাৰ দেখুৱাইছে আৰু তাৰ পৰা আনি কোকৰাঝাৰত পাৰ্বতীহঁতৰ হতুৱাই জু খুৱাই ৰং চাইছে মেদিনীদাই। কি যে বিচিত্ৰ দিনবোৰ পাৰ নকৰিলো এই মেদিনীদাৰ লগত।

এসাগৰ দুখত ডুবি আছে এতিয়া চানমাৰিৰ সেই ঘৰখন। ডাইনিং টেবুলত উকা, ছোফাছেটবোৰ উকা। ডাইনিং টেবুলত বহি আৰু এতিয়া সেই বৃহৎ বৃহৎ উপন্যাসবোৰ লিখিবলৈ মেদিনীদা নাই। মেদিনীদা গ'ল আমাক নিৰাশ্ৰয় কৰি।

*'অসমীয়া প্ৰতিদিন', শনিবাৰ, ১৫ ফেব্ৰুৱাৰী, ২০০৩/২ ফাগুন ১৯২৪ শক। পদ্ম পাটৰে লিখিলে - "মেদিনীদাৰ স্মৃতিত"*

# মেদিনী চৌধুৰী ঃ অৱমূল্যায়ন হ'ল

**ইছমাইল হোছেইন**

এজন সৃষ্টিশীল আৰু সমাজ-দৰদী ব্যক্তিৰ ভূমিকা সমাজ কল্যাণ আৰু সমাজ গঠনৰ ক্ষেত্রত কিমান গভীৰ হ'ব পাৰে সেই কথা ব্যক্তিজনৰ জীৱিত কালত সম্পূৰ্ণকৈ অনুধাৱন কৰা বৰ টান। বিশেষকৈ গুণীৰ গুণ নুবুজা আমাৰ এই সমাজত অনুধাৱন কৰাটো অতিকৈ জটিল কাম। জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণু ৰাভা আদিৰ আদিৰ জীৱন-কৰ্ম আৰু সংঘাতৰ কাহিনী যিসকলে ভিতৰুৱাকৈ জানে তেওঁলোকে আমাৰ সমাজখন গুণীৰ গুণ বুজাত কিমান যে কৃপণ সেই সম্পৰ্কে আগতীয়াকৈ ধাৰণা পোষণ কৰিব পাৰে।

আমাৰ এই লেখাত যিগৰাকী ব্যক্তিৰ বিষয়ে ক'ব খুজিছো সেইজন ব্যক্তি, বিশিষ্ট ঔপন্যাসিক মেদিনী চৌধুৰীও জীৱিত কালত কিছু পৰিমাণে উপেক্ষিত হৈ আছিল। বিশেষকৈ অসমীয়া সাহিত্যলৈ চৌধুৰীয়ে আগবঢ়াই যোৱা অৱদানৰ তুলনাত তেখেতৰ মূল্যায়ণৰ মাত্ৰা বৰ সুখকৰ আৰু আনন্দদায়ক নাছিল। এইজন ব্যক্তি সুস্থ-সবল হৈ থকা সময়ত আমিও ব্যক্তিগতভাৱে অনুভৱ কৰা নাছিলো তেখেতৰ ভৱিষ্যৎ অনুপস্থিতিৰ কথা, কিন্তু যোৱা প্ৰায় চাৰিটা মাহ ধৰি চৌধুৰীদেৱে যেতিয়া লেখা-মেলা, চলন-ফিৰণ, কথা-বতৰা আৰু খোৱা-লোৱা প্ৰায় বন্ধ কৰি দিছিল তেতিয়াহে আমি অনুভৱ কৰিছিলো তেখেতৰ সান্নিধ্যৰ গুৰুত্বৰ কথা।

মেদিনী চৌধুৰী এগৰাকী ঔপন্যাসিক আছিল। কেৱল ঔপন্যাসিক বুলি ক'লে হয়তো ভুল কৰা হ'ব- তেখেত আছিল অসমৰ শ্ৰেষ্ঠ ঔপন্যাসিসকলৰ এজন। 'ফেৰেংগাদাও' উপন্যাসখনৰ মাজেৰে অসমীয়া সাহিত্যত সফল জীৱনী-ঔপন্যাসকৰ বাটকটীয়া আছিল মেদিনী চৌধুৰী। এইগৰাকী সাহিত্যিক যে জনজাতি সমাজত জন্মগ্ৰহণ কৰিছিল সেই কথা হয়তো বহুতেই নাজানে। অসমৰ জনজাতি সমাজৰ পৰা, বিশেষকৈ বড়ো জনজাতি সমাজৰ পৰা মেদিনী চৌধুৰীৰ দৰে বহুমুখী প্ৰতিভাৰ লেখক-সাহিত্যিক যে ভৱিষ্যতে ওলাব সেই আশা যোৱা দুটা দশকৰ ঘটনাৱলী দেখি-শুনি আমাৰ মনলৈ অহা নাই।

মেদিনী চৌধুৰীৰ জীৱন-চৰ্যা বৰ এটা সাংঘাতিক বিষয় নহয় যদিও একেবাৰে এৰাব পৰাবিধৰো নহয়। চৰকাৰী চাকৰি, সাহিত্য-চৰ্চা, পৰিয়ালৰ পোহপালন আদিৰ উপৰি চৌধুৰীৰ জীৱনৰ কিছু চিন্তা আৰু কৰ্মই অসমৰ সমাজজীৱনক বহুলভাৱে চহকী কৰি গৈছে। আজীৱন মানৱতা আৰু সমন্বয়ৰ হকে কাম কৰি যোৱা এইগৰাকী সাহিত্যিকৰ জন্ম হৈছিল ১৯২৭ চনত, কামৰূপ জিলাৰ গোৰেশ্বৰৰ জনজাতি অধ্যুসিত ৰামছা গাঁৱত। এক মধ্যবিত্ত পৰিয়ালৰ সন্তান চৌধুৰীয়ে শিক্ষা জীৱন পাৰ কৰিছিল নলবাৰীৰ গৰ্ডন হাইস্কুল আৰু গুৱাহাটীৰ কটন কলেজত। কুৰি শতিকাৰ চল্লিশ-পঞ্চাশৰ দশকত চৌধুৰীয়ে শ্বিলঙৰ অফিচত কেৰাণী, শিক্ষকতা আদি চাকৰি কৰাৰ পিচত ১৯৪৯-৫১ চনৰ কালছোৱাত 'অসমীয়া' আলোচনীত সহ-সম্পাদকৰূপে কাম কৰিছিল। কিছুদিন 'দৈনিক শান্তিদূত'

কাকতত কাম কৰিছিল যদিও ১৯৫৬ চনত তেখেতে অসম অসামৰিক সেৱাৰ চাকৰিত যোগদান কৰে। ১৯৮৫ চনত চৌধুৰীদেৱে অসম চৰকাৰৰ ৰেচম বিভাগৰ সঞ্চালকৰূপে অৱসৰ গ্ৰহণ কৰে। অৱসৰৰ পিচত তেখেতে 'সমকাল' আৰু 'সূত্ৰধাৰ' নামৰ আলোচনী দুখন সম্পাদনা কৰিছিল।

বিশ্ব সাহিত্যৰ নোবেল বঁটা যিসকল সাহিত্যিকে লাভ কৰিছে তেওঁলোকৰ সাহিত্যকৃতিৰ স্বীকৃতিস্বৰূপে ছুইডিশ একাডেমীয়ে থোৰতে এটি মন্তব্যও প্ৰকাশ কৰে, য'ত সাহিত্যিকগৰাকীৰ লেখাৰ বৈশিষ্ট্য, মূল সুৰ আৰু শৈলীৰ কথা উল্লেখ থাকে। মেদিনী চৌধুৰীয়ে তেখেতৰ জীৱনজোৰা সাধনাৰ ফলস্বৰূপে ১৯৯৯ নত সাহিত্য অকাডেমি বঁটা লাভ কৰিলেও ছুইডিশ একাডেমীৰ দৰে সাহিত্য অকাডেমিয়েও হয়তো লেখাৰ বৈশিষ্ট্যৰ বিচাৰ কৰিছে। কিন্তু বঁটা পালে বুলিয়েই যে সেই বিচাৰ শুদ্ধ হ'ব সেই কথা ন-দি ক'ব নোৱাৰি। কাৰণ, সৈনিক শিল্পী বিষ্ণু ৰাভাৰ জীৱনৰ আধাৰত ৰচিত 'ফেৰেংগাদাও' আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ জীৱনভিত্তিক উপন্যাস 'বণ্ডুকা বেহাৰ'ৰ মাজেৰে চৌধুৰীয়ে অসমীয়া উপন্যাস সাহিত্যলৈ নতুনত্বৰ যি জোৱাৰ আনিছিল তাৰ স্বীকৃতিস্বৰূপে তেখেতক অকাডেমি বঁটা প্ৰদান কৰা নাছিল। এই দুখন উপন্যাসতকৈ তুলনামূলকভাৱে দুৰ্বল আৰু কম জনপ্ৰিয় উপন্যাস 'বিপন্ন সময়'ৰ বাবেহে চৌধুৰীক সাহিত্য অকাডেমি বঁটা প্ৰদান কৰা হৈছিল। এনেকি ১৯৭১ চনতে লিখা 'অনন্য প্ৰান্তৰ' নামৰ উপন্যাসখনৰ বাবে চৌধুৰীয়ে সাহিত্য অকাডেমি বঁটা পাব বুলি বহুতেই তাহানিতে কোৱা-কুই কৰিছিল। চৌধুৰীৰ জীৱনৰ এই তিনিওখন উপন্যাসে সাহিত্য অকাডেমিৰ স্বীকৃতি নাপাই 'বিপন্ন সময়' উপন্যাসে পোৱা কথাৰ বিচাৰ কৰিলে বুজিব পাৰি যে কেৱল অকাডেমিৰ মতামত বা স্বীকৃতিয়েই মেদিনী চৌধুৰীৰ সাহিত্য-মূল্যায়নৰ শেষ সীমাৰেখা নহয়।

বঁটা-বাহনৰ স্বীকৃতি যিয়েই নহওক কিয়, মেদিনী চৌধুৰীৰ সাহিত্যৰ প্ৰতিষ্ঠানিক স্বীকৃতিত কৰ্তৃপক্ষই যে বহুগুণে অৱহেলা কৰিছিল সেইকথা এতিয়া আৰু লুকাই থকা নাই। সাহিত্য অকাডেমি বঁটা লাভ কৰাৰ আগলৈকে চৌধুৰীৰ সাহিত্য-স্বীকৃতিৰ ক্ষেত্ৰত এনে প্ৰশ্নও উত্থাপন হৈছিল যে কেৱল জনজাতি হোৱা বাবেই চৌধুৰীৰ মূল্যায়নত যথেষ্ট পলম হৈছে। আমাৰ বিচাৰত অভিযোগটো সম্পূৰ্ণৰূপে সত্য নহ'লেও একেবাৰে মিছাও নহয়।

যিয়ে নহওক, পলমকৈ মূল্যায়ন হ'লেও এইগৰাকী সাহিত্যিকে অসমীয়া সাহিত্য আৰু অসমৰ সমাজৰ প্ৰতি প্ৰভূত পৰিমাণৰ অৱদান আগবঢ়াই গ'ল। কেৱল এগৰাকী ঔপন্যাসিক হিচাপেই যে অৱদান আগবঢ়াই গৈছে তেনে নহয়, তত্ত্ব আৰু আলোচনামূলক গ্ৰন্থৰ মাজেৰেও চৌধুৰীয়ে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰখন চহকী কৰি থৈ গৈছে। চৌধুৰীৰ 'লুইত, বৰাক আৰু ইছলাম' গ্ৰন্থখন নপঢ়িলে তেখেতৰ চিন্তাৰ গভীৰতা, জীৱনাদৰ্শৰ স্বচ্ছতা আৰু বহল মনৰ পৰিচয় পোৱা টান। এই গ্ৰন্থখনে চৌধুৰীৰ অদ্বিতীয় সৃষ্টিৰূপেই স্বীকৃতি পোৱা নাই, অসমৰ সমাজ জীৱনৰ সমন্বয়ৰ সেতুখন গঢ়াতো গ্ৰন্থখনে উল্লেখনীয় বৰঙণি আগবঢ়াইছে। তদুপৰি চৌধুৰীদেৱৰ দ্বাৰা ৰচিত শেহতীয়া গ্ৰন্থ 'সৰ্বভাৰতীয় ভক্তি আন্দোলন আৰু শংকৰদেৱৰ মূল্যায়ন'খনো এক অমূল্য সৃষ্টি। গ্ৰন্থখনৰ পাতত

বৈদিক যুগৰ পৰা শংকৰদেৱৰ যুগলৈ ভাৰতৰ সমাজ জীৱনৰ ইতিহাস আৰু তাৰ বিবৰ্তনৰ ধাৰা ঐতিহাসিক প্ৰেক্ষাপটত বিশ্লেষণ কৰিছে আৰু বস্তুসন্মত দৃষ্টিভংগীৰে গ্ৰন্থখনৰ পাতত মূল্যায়ন কৰিছে। 'লুইত, বৰাক আৰু ইছলাম' গ্ৰন্থখনৰ পাতত হিন্দু-মুছলমান সমন্বয়ৰ ধাৰাটো সচেতনভাৱে তুলি ধৰাৰ দৰে চৌধুৰীদেৱে 'সৰ্বভাৰতীয় ভক্তি আন্দোলন আৰু শংকৰদেৱৰ মূল্যায়ন' শীৰ্ষক গ্ৰন্থখনতো ভাৰতীয় সমাজ জীৱনৰ বৰ্ণবাদী ব্যৱস্থাৰ মূল দৰ্শন আৰু তাৰ শিপাডাল চিনাক্ত কৰিছে। চৌধুৰীৰ এই গ্ৰন্থখনৰ মূল উপজীব্য দুটা দিশত প্ৰতিভাত হৈ উঠিছে- তাৰে এটা হ'ল বৰ্ণবাদৰ ছত্ৰছায়াত বৈষ্ণৱ ভক্তিধৰ্মৰ জন্ম আৰু আনটো হ'ল উচ্চ বৰ্ণবাদৰ প্ৰতিবাদত বৈশ্য-শূদ্ৰৰ জাগৰণ আৰু বৌদ্ধধৰ্ম গ্ৰহণ। চৌধুৰীয়ে গ্ৰন্থখনৰ পাতত এই দুটা দিশ তুলি ধৰিবলৈ যাওঁতে ৰাষ্ট্ৰীয় নিপীড়ন আৰু প্ৰতিৰোধৰ ধাৰাটোৰো বিশ্লেষণ কৰিছে। আমাৰ জীৱনৰ স্মৰণীয় ঘটনা এয়ে যে ৭৬ বছৰীয়া সাহিত্যিকগৰাকীৰ এই অমূল্য গ্ৰন্থখনিৰ উন্মোচনৰ ভাৰ আমাৰ দৰে তৰুণৰ ওপৰত প্ৰদান কৰিছিল প্ৰকাশক কমল দাসে। ২০০২ চনৰ উত্তৰ-পূব গ্ৰন্থমেলাৰ 'প্ৰতিদিন-সাদিন' গোষ্ঠীৰ আড্ডাত গ্ৰন্থখন উন্মোচন কৰোঁতে আমি কৈছিলো যে মেদিনী চৌধুৰী সুস্থ হৈ উঠিলে 'সৰ্বভাৰতীয় ভক্তি আন্দোলন আৰু শংকৰদেৱৰ মূল্যায়ন' শীৰ্ষক গ্ৰন্থখনতকৈও মূল্যবান গ্ৰন্থ সৃষ্টি কৰিব পাৰিব। অসমৰ মুছলমান সমাজৰ ইতিহাস আৰু ঐতিহ্যৰ ওপৰত তেনে এখন গ্ৰন্থ চৌধুৰীয়ে ৰচনা কৰাৰ কাম আৰম্ভ কৰাৰ কথাও আমি জানো। আমাৰ পৰা কিছু তথ্য-সমলো তেখেতে সংগ্ৰহ কৰিছিল। মহৎ কামটি আৰম্ভ কৰিলেও কালে তেখেতক জীয়াই থাকিবলৈ নিদিলে।

বৃত্তিগতভাৱে এগৰাকী আমোলা হ'লেও ছাত্ৰাৱস্থাৰ পৰাই চৌধুৰীদেৱ আছিল সমাজৰ শোষিত-নিপীড়তসকলৰ প্ৰতি সহানুভূতিশীল। ৰামছা গাঁৱৰ মধ্যবিত্ত পৰিয়ালৰ এই সন্তানটিয়ে ছাত্ৰাৱস্থাতে, অৰ্থাৎ ১৯৪২-৪৩ চনতে বাৰ্মাৰ পৰা ভাগি অহা দুৰ্গতসকলৰ সাহায্য অভিযানত ভাগ লৈছিল। ১৯৬০ চনৰ ভাষা আন্দোলন, ১৯৭২ চনৰ মাধ্যম আন্দোলন আৰু ১৯৭৯ চনৰ পৰা আৰম্ভ হোৱা বিদেশী বিতাড়ন আন্দোলনৰ সময়তো চৰকাৰী আমোলা হৈ গোষ্ঠীগত বিভেদ আৰু সংঘাত নিবাৰণৰ হকে তেখেতে কাম কৰিছিল। ১৯৯৫-৯৭ চনৰ কালছোৱাত 'সূত্ৰধাৰ' আলোচনীখন সম্পাদনা কৰি চৌধুৰীদেৱে নতুন লেখক সৃষ্টি আৰু অসমৰ সমাজ জীৱনৰ বিভিন্ন দিশৰ আলোকপাত কৰাত উল্লেখনীয় ভূমিকা পালন কৰিছিল। জীৱনৰ এটা বিশেষ সময়ত সমাজবাদী আন্দোলনত জড়িত হ'লেও শেষ বয়সত শাসকীয় ৰাজনীতিৰ বিশেষ নেতা কিছুমানৰ সৈতে চৌধুৰীৰ সহৃদয়তা গঢ়ি উঠিছিল। ইয়ে তেখেতৰ সামাজিক জীৱনৰ মূল্যায়নত কিছু হেঙাৰ সৃষ্টি কৰিলেও এজন দায়বদ্ধ লেখক আৰু ব্যক্তি হিচাপে চৌধুৰীদেৱ সদায় মহান হৈয়ে থাকিব।

*'সাদিন', চতুৰ্দশ বছৰ, সংখ্যা ৮, শুকুৰবাৰ, ২১ ফেব্ৰুৱাৰী, ২০০৩, ইছমাইল হোছেইনে লিখিলে "মেদিনী চৌধুৰী ঃ অৱমূল্যায়ন হ'ল" অতি দুখেৰে খেদ প্ৰকাশ কৰিলে তেওঁৰ মনক। উপযুক্ত মূল্যায়ন চৌধুৰীক নিদিয়াৰ হকে ·*

# আমাৰ গুৰু ঃ মেদিনী চৌধুৰী

**হাফিজ আহমেদ**

আমাৰ পৰম শ্ৰদ্ধাৰ মেদিনী চৌধুৰীদেৱৰ লগত আমাৰ চিনাকি হোৱাৰ সৌভাগ্য ঘটে প্ৰায় এক দশক আগত ককাইদেউ মহম্মদ ছাদ্দুলাৰ জৰিয়তে। সেই সময়ত 'সূত্ৰধাৰ' আলোচনীৰ সম্পাদক আছিল তেখেত। চৰ-চাপৰিৰ জীৱন আৰু সমস্যা সম্বন্ধে আলোচনীখনত লিখিবলৈ তেখেতে চৰ-চাপৰিৰ লেখকৰ সন্ধানত এদিন ছাদুল্লাৰ সৈতে এই অভাজনৰ ভাড়াঘৰত উপস্থিত হৈছিলহি। সেয়াই আৰম্ভণি। তাৰ পিছত প্ৰায় এক দশকজুৰি বিভিন্ন ঠাইত, বিভিন্ন ৰূপত লগ পাইছোঁ - তেখেতক।

মেদিনী চৌধুৰীদেৱৰ সংস্পৰ্শলৈ আহি আমি অনুভৱ কৰিছিলোঁ- তেখেতৰ জ্ঞানৰ গভীৰতা। বিভিন্ন বিষয়ৰ ওপৰত থকা তেখেতৰ অগাধ জ্ঞানে আমাক আপ্লুত কৰিছিল। অসমৰ বিভিন্ন অঞ্চলৰ ক'ত ঘটনা, ক'ত ব্যক্তিৰ কথা কৈছিল তেখেতে।

মেদিনী চৌধুৰীদেৱ আছিল মাটিৰ মানুহ। কেতিয়াও কাৰো লগত খং-ৰাগ কৰাটো তেখেতক নেদেখিলোঁ। অইন অনেক লেখকৰ দৰে তেখেতৰ গাত অহমিকাবোধ নাছিল। অইনৰ কথা ক'ব নাযাওঁ- আমাৰ নিজৰে ব্যক্তিজীৱনৰ অনেক সমস্যাৰ কথা আপোনমনে শুনি তাৰ সমাধানৰ বাট উলিয়াই দিছিল।

চৌধুৰীদেৱ আছিল এক জীৱন্ত প্ৰতিবাদ। বিবেক-বিবেচনাক বন্ধকত দি, ভটিয়নী সোঁতত চিন্তাৰ তৰী মেলি দি নিজৰ স্বাৰ্থপূৰণৰ বাবে তেখেতে কেতিয়াও চেষ্টা কৰা নাছিল। বৰঞ্চ অন্যায়-অত্যাচাৰ দেখিলেই তেখেতে প্ৰতিবাদ কৰিছিল নিজৰ লেখাৰে, নিজৰ কৰ্মৰদ্বাৰা।

অসম আন্দোলনৰ সময়ত অসমৰ এচাম লোকে অসমীয়া সমাজৰ অবিচ্ছেদ্য অংগ, অসমীয়া ঐতিহ্যৰ ধাৰক-বাহক অসমৰ মুছলমানসকলক শত্ৰু জ্ঞান কৰিব লোৱাত তেখেতে অসমৰ মুছলমান তথা ইছলাম সম্বন্ধে সঠিক বাৰ্তা প্ৰকাশ কৰিবলৈ ৰচনা কৰিছিল 'লুইত, বৰাক আৰু ইছলাম'।

ব্যক্তিজীৱনত সম্পূৰ্ণৰূপে যুক্তিবাদী চৌধুৰীদেৱে নিজৰ কোষ্ঠীখনকে মূল্যহীন, অন্ধবিশ্বাস বুলি ফালি পেলাইছিল। সঠিক অৰ্থতে তেখেত আছিল এজন ধৰ্মনিৰপেক্ষ ব্যক্তি। জাত-পাত, ধৰ্ম-ভাষা আদিৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠা সকলো প্ৰকাৰৰ বিভাজনৰ তেখেত দুৰ্ঘোৰ বিৰোধী আছিল।

নিঃস্বাৰ্থপৰায়ণ চৌধুৰীদেৱে নিজৰ কথা খুব কমেই ভাবিলে। চৰকাৰী বিষয়া হিচাপে দীৰ্ঘদিন চাকৰি কৰিও তেখেতে তেখেতৰ নিজৰ থকা ঘৰটোকে সম্পূৰ্ণৰূপে সাজি উলিয়াব নোৱাৰিলে। উপকাৰৰ প্ৰতিদান বিচৰাবিধৰ লোক নাছিল তেখেত। অনেক প্ৰভাৱশালী মন্ত্ৰী, বিষয়াৰ সৈতে মধুৰ সম্বন্ধ থকাৰ পিছতো একাংশ লেখক-সাহিত্যিকৰ দৰে চৌধুৰীদেৱে সেই সম্বন্ধক নিজৰ ব্যক্তিস্বাৰ্থ পূৰণৰ বাবে ব্যৱহাৰ নকৰি সকলোৰে পৰম শ্ৰদ্ধাৰ পাত্ৰ হৈয়ে থাকিল। চৌধুৰীদেৱে আমাৰ দৰে নগণ্যজনকো কিদৰে গল্প,

প্ৰবন্ধ, লিখিব লাগে, সেয়া হাতত ধৰি শিকাই দিছিল বুলিয়েই ক'ব লাগিব। লগ পালেই সুধিছিল- নতুন কিবা লিখিছোঁ নেকি। অৱহেলিত চৰ-চাপৰিৰ সমাজখনৰ প্ৰতি তেখেতৰ আছিল গভীৰ অনুকম্পা। সেয়েই হয়তো সেইখন সমাজৰ সমস্যাৱলী সঠিকৰূপত আমাৰ দৰে সেই সমাজৰ উদীয়মান সকলৰ দ্বাৰা সকলোৰে সমুখত উত্থাপিত হোৱাটো বিচাৰিছিল তেখেতে।

উপন্যাস, গল্প, চিন্তা উদ্ৰেককাৰী লেখা তথা ইতিহাসৰ বস্তুনিষ্ঠ অধ্যয়নেৰে অসমীয়া সমাজজীৱন তথা সাহিত্যক অনন্য মাত্ৰা প্ৰদান কৰিছিল। কিন্তু তেওঁৰ মৃত্যুত অসমীয়া সাহিত্যাকাশৰ পৰা অন্তৰ্হিত হ'ল এটি উজ্জ্বল নক্ষত্ৰ। তেওঁৰ সাহিত্য-কৃতিৰ অন্যতম সৃষ্টি- অনন্য প্ৰান্তৰ, তাত নদী নাছিল, ফেৰেংগাদাও, বিপন্ন সময় আদি উল্লেখযোগ্য।

অসমৰ সংবাদ আৰু সাহিত্য জগতলৈ অতুলনীয় বৰঙণি আগবঢ়াবলৈ সক্ষম হোৱা চৌধুৰীদেৱে সৰ্বমুঠ বাইশখন গ্ৰন্থ ৰচনা কৰি অসমৰ সাহিত্যৰ বৰঘৰত নিগাজি স্থান হৈছিল। প্ৰশাসনিক বিষয়া হৈও তেওঁ সাহিত্যৰ ক্ষেত্ৰত বিশিষ্ট আসন গ্ৰহণ কৰিবলৈ সক্ষম হৈছিল। সাহিত্যিক হিচাপে চৌধুৰীদেৱে আত্মপ্ৰকাশ কৰিছিল গল্পকাৰ হিচাপে।

আমাৰ সাহিত্য জগতৰ গুৰুস্বৰূপ মেদিনী চৌধুৰীদেৱক অকালতে হেৰুৱাই আমি মৰ্মাহত হৈছোঁ। তেখেতৰ বিদেহী আত্মাই চিৰশান্তি লাভ কৰক- এয়াই ভগৱন্তৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ।

*'দৈনিক জনমভূমিতেই হাফিজ আহমেদে, লিখিলে — চৌধুৰীদেৱ আছিল এক জীৱন্ত প্ৰতিবাদ। আৰু তেওঁ কলমেৰে চিহ্নিত কৰিছে 'আমাৰ গুৰু : মেদিনী চৌধুৰী"*

# মেদিনী চৌধুৰীৰ কৃতী

**হাফিজ আহমেদ**

প্ৰচণ্ড আত্মবিশ্বাসী, সংযত শিল্পৰ খনিকৰ মেদিনী চৌধুৰী অসমীয়া সাহিত্য জগতত এক সুপৰিচিত নাম। সৰ্বমুঠ একুৰি দুখন গ্ৰন্থ ৰচনা কৰি চৌধুৰীয়ে ইতিমধ্যে অসমীয়া সাহিত্যৰ বৰঘৰত বৰপীৰা পাৰি ল'বলৈ সক্ষম হৈছে। উপন্যাস, কবিতা, চুটিগল্প, প্ৰবন্ধ, সাহিত্য আদি সকলো দিশলৈকেই তেওঁ আগবঢ়াইছে বিশিষ্ট অৱদান। ইংৰাজী তথা বাংলা ভাষাতো তেওঁ লিখিছে। এসময়ত 'দেশ' নামৰ বাংলা পত্ৰিকাতো প্ৰকাশিত হৈছিল মেদিনী চৌধুৰীৰ প্ৰবন্ধ। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি, প্ৰখ্যাত বঙালী লেখক সুনীল গংগোপাধ্যায়ে 'দেশ'ত প্ৰকাশিত চৌধুৰীৰ প্ৰবন্ধাৱলীৰ ভূয়সী প্ৰশংসা কৰিছিল সেই আলোচনীৰ পাততেই।

চৌধুৰীৰ জন্ম হৈছিল ১৯২৯ চনত, কামৰূপ জিলাৰ গোৰেশ্বৰৰ ওচৰৰ ৰামছা গাঁৱত। স্নাতক উপাধি লাভ কৰাৰ পিছত তেওঁ প্ৰথমতে 'অসমীয়া' আৰু পিছলৈ গৈ 'দৈনিক শান্তিদূত' কাকতত উপ-সম্পাদকৰূপে কাম কৰিছিল। অসম অসামৰিক সেৱাৰ বিষয়া হিচাপে যোগদান কৰাৰ আগেয়ে মাজতে কিছুদিন তেওঁ শিক্ষকতাও কৰিছিল। দীৰ্ঘদিন চৰকাৰী চাকৰিয়াল হিচাপে সেৱা আগবঢ়াই অসম চৰকাৰৰ ৰেচম বিভাগৰ সঞ্চালক হিচাপে এওঁ অৱসৰ গ্ৰহণ কৰে। অৱসৰৰ পিছতো পূৰ্ণোদমে চলি থাকে তেওঁৰ সাহিত্য চৰ্চা।' গ্ৰন্থ প্ৰণয়ন কৰা, বিভিন্ন কাকত, আলোচনীত বিভিন্ন বিষয়ৰ ওপৰত প্ৰবন্ধ আদি ৰচনা কৰাৰ উপৰি পষেকীয়া 'সূত্ৰধাৰ' আলোচনীৰ সম্পাদকৰ দায়িত্বও তেওঁ পালন কৰে প্ৰায় দুবছৰ কাল ধৰি।

১৯৫৪ চনত টংলাৰ ওচৰৰ ভেৰগাঁৱৰ স্বৰ্গীয় ভগীৰাম ডেকাৰ দুহিতা প্ৰণিতা ডেকাৰ লগত বিবাহপাশত আবদ্ধ হয়। এগৰাকী পুত্ৰ সন্তান অঞ্জন চৌধুৰী (বেংক বিষয়া) আৰু তিনজনী কন্যা সন্তান ক্ৰমান্বয়ে মঞ্জুমালা ব্ৰহ্ম (ই এ চি, কোকৰাঝাৰ), পাৰমিতা বসুমতাৰী আৰু বিনিন্দিতা সোণোৱাল- এই চাৰিগৰাকী সুশিক্ষিত, সুসন্তানৰ পিতৃ মেদিনী চৌধুৰী। পুত্ৰ-কন্যা সকলোৰে বিয়া পাতি দিয়াৰ পিছত জী-বোৱাৰী, পুত্ৰ জোঁৱাই, নাতি-নাতিনীসহ বৰ্তমান মেদিনী চৌধুৰীৰ এখন বিশাল সুখৰ সংসাৰ।

গল্পকাৰ হিচাপে চৌধুৰীয়ে সাহিত্য জগতত প্ৰৱেশ কৰিছিল। তেওঁৰ প্ৰথম গল্প 'সীমাৰেখা' প্ৰকাশিত হৈছিল 'অসমীয়া' কাকতত। পিছলৈ গৈ এইজনা লেখকে উপন্যাস ৰচনাত মনোনিবেশ কৰে। তেওঁৰ প্ৰথমখন উপন্যাস 'অনন্য প্ৰান্তৰ' (১৯৭২) প্ৰকাশৰ লগে লগেই তেওঁ ঔপন্যাসিক হিচাপে প্ৰতিষ্ঠা লাভ কৰে। সমালোচন ড° গোবিন্দ প্ৰসাদ শৰ্মাৰ মতে, "ইতিহাস আৰু কিম্বদন্তীৰ সমাহাৰেৰে ৰচি উলিওৱা এই চমকপ্ৰদ উপন্যাসখন গভীৰ অসমীয়া দেশপ্ৰেমৰ মনোৰম প্ৰকাশ।" তেওঁৰ দ্বিতীয়খন উপন্যাস 'বেঙুকা বেহাৰ' প্ৰকাশিত হয় ১৯৭৬ চনত। 'বঙুকা বেহাৰ' অসমীয়া সাহিত্যৰ দ্বিতীয়খন জীৱনীমূলক উপন্যাস আৰু মাধৱদেৱৰ জীৱনভিত্তিক প্ৰথম উপন্যাস। উপন্যাসখন প্ৰকাশৰ লগে

লগেই সমালোচকসকলৰ দৃষ্টি আকৰ্ষণ কৰে। কিতাপখনৰ ভাষাৰ পবিত্ৰতা আৰু প্ৰকাশ তথা বিষয়বস্তুৰ ভাৰসাম্য ৰক্ষা পোৱা নাই বুলি দুই-এক সমালোচকে অৱশ্যে অভিযোগ কৰে। সেইদৰে মাধৱদেৱৰ দৰে স্থিতধী পুৰুষ এজনক চিত্ৰিত কৰোতে লেখকে প্ৰয়োজনীয় সতৰ্কতা অৱলম্বন নকৰাৰ অভিযোগো উত্থাপিত হৈছিল। দুই-এজনে আকৌ উপন্যাসখনত ৰাজনীতিৰ গোন্ধো পাইছিল। এইক্ষেত্ৰত সাহিত্যিক নগেন শইকীয়াই 'প্ৰকাশ' আলোচনীৰ তৃতীয় বছৰ, প্ৰথম সংখ্যাত 'বগুকা বেহাৰ' সম্বন্ধে আগবঢ়োৱা সমালোচনালৈ আঙুলিয়াব পাৰি। 'বগুকা বেহাৰ' সম্বন্ধে এনে বিৰূপ সমালোচনাৰ যথোপযুক্ত উত্তৰ দিয়ে তীৰ্থ ফুকনে 'প্ৰকাশ' আলোচনীৰে নৱেম্বৰ, ১৯৭৭ সংখ্যাত। 'বগুকা বেহাৰ'ৰ বিষয়বস্তুৰ মৌলিকতা, তথা মাধৱদেৱৰ সময়ৰ জটিল আৰু অমূল্য সামাজিক ধাৰণাবোৰ কলাসন্মতভাৱে ঔপন্যাসিকে ফুটাই তুলিবলৈ সক্ষম হোৱা বুলি কৈ মন্তব্য কৰিছিল, "বগুকা বেহাৰ' পঢ়ি মোৰ লুনাকাৰস্কীৰ দৰেই ক'বৰ মন যায়- Glorious is the writer who can express a complex and valuable social idea with such powerful artistic simplicity that reaches the hearts of millions Glorious is also the writer who can reach the hearts of millions with a comparatively simple, elementary content..." ইয়াৰ পিছত প্ৰকাশিত হয় চৌধুৰী ডাঙৰীয়াৰ উপন্যাস 'তাত নদী নাছিল'। হোমেন বৰগোহাঞিৰ মতে, উপন্যাসখন 'কামৰূপৰ হাবিতলীয়া জনজাতীয় গাঁৱত ওপজা এটা ল'ৰাৰ শৈশৱৰ পৰা কৈশোৰলৈ আৰু কৈশোৰৰ পৰা যৌৱনলৈ উত্তীৰ্ণ হোৱাৰ বিচিত্ৰ, যন্ত্ৰণাময় ইতিহাস। গাঁৱৰ পাঠশালাৰ পৰা গুৱাহাটীৰ কটন কলেজলৈ পথ পৰিক্ৰমাৰ কাহিনী। যৌন চেতনাৰ উন্মেষ আৰু প্ৰেমৰ ৰূপৰেখা। খুব সম্ভৱ, সেই ল'ৰাটো মেদিনী নিজেই।... মেদিনী চৌধুৰীয়ে তেওঁৰ নিজৰ বা তেওঁৰ কাহিনীৰ নায়কৰ কথা ক'বলৈ গৈ ক'বলগীয়া হৈছে দখৰ, মণ্ডলু, কেৰপাই,... কচু, ৰামচিয়া আদি বিচিত্ৰ নৰ-নাৰীৰ কথা, গাঁৱৰ গছ-গছনি, নৈ, বিল, চৰাই-চিৰিকটিৰ কথা...' (গ্ৰন্থ সমালোচনা, প্ৰকাশ, ১৯৭৮)। উপন্যাসখনৰ অজস্ৰ ঠাইত মেদিনী চৌধুৰীয়ে সহজ-সৰল হৃদয় পৰশা ভাষাৰে প্ৰকৃতিৰ সুন্দৰ, কবিত্বময় বৰ্ণনা দিছে। টমাচ হাৰ্ডিৰ উপন্যাসৰ নিচিনাকৈ এইখন উপন্যাসতো প্ৰকৃতি কেৱল পটভূমিয়েই হৈ থকা নাই, এটা প্ৰধান চৰিত্ৰলৈও ৰূপান্তৰিত হৈছে। 'তাত নদী নাছিল' উপন্যাসখনিত তাৰাশংকৰ বন্দোপাধ্যায়ৰ 'হাসুলী বাকেৰ উপকথা' বা মাণিক বন্দোপাধ্যায়ৰ 'পদ্মা নদীৰ মাঝি'ৰ সমকক্ষ বুলি ক'ব নোৱাৰিলেও এইবোৰৰ সমজাতীয় উপন্যাস বুলি ক'ব পাৰি।

১৯৮২ চনত প্ৰকাশিত হয় সৈনিক শিল্পী বিষ্ণু ৰাভাৰ জীৱনভিত্তিক উপন্যাস 'ফেৰেংগাদাও'। উপন্যাসখনিক অতি আকৰ্ষণীয় জীৱন অভিজ্ঞতাৰ এক সাৰ্থক কাহিনীৰূপ বুলি ক'ব পাৰি। 'ফেৰেংগাদাও' সম্বন্ধে চৌধুৰীয়ে নিজেই কৈছে, 'ফেৰেংগাদাও' লিখিছিলো পাঁচ বছৰমান অনুসন্ধানৰ পিছত। লিটন ষ্ট্ৰেচি আৰু আঁদ্ৰে ম'ৰাৰ কেতবোৰ কথা পঢ়াৰ পিছত। ঐতিহাসিক শুদ্ধতা আৰু জীৱন বৈচিত্ৰ্যৰ সমন্বয় ৰখাৰ যত্ন কৰিছিলো তাত। তাৰ নায়ক গৰাকীয়ে সৰু মাছৰ কাঁইট বাছি খোৱাৰ পৰা সাধাৰণ অজ্ঞ মানুহবোৰক জমিদাৰৰ শোষণৰ কথা বুজোৱালৈকে, অসমৰ সশস্ত্ৰ আন্দোলনৰ ইতিহাসৰ পৰা চীনা আক্ৰমণৰ

সময়ত নায়ক লাঞ্ছিত হোৱাৰ কাহিনীলৈকে, কল্পিত বা অকল্পিত সমস্ত কথাৰ মাজত নায়কৰ যি উত্তৰণ ঘটিছিল, সি নায়কৰ সবলতা-দুৰ্বলতাৰে সহযোগী সুযোগ লাভ কৰিছিল। বোকাত পোত গৈ থকা হীৰা এডোখৰ যেন ধুই-মচি, ঘঁহি-মাজি প্ৰকৃত ৰূপত দাঙি ধৰা হৈছিল তাত।" (নিবন্ধিত অনুভৱ ঃ ১৯৯৭), 'ফেৰেংগাদাও'ত প্ৰকৃততেই বিষ্ণু ৰাভা নামৰ মানৱৰূপী হীৰাডোখৰৰ জীৱনৰ হুবহু প্ৰতিচ্ছবি প্ৰতিফলিত হৈছে।

চৌধুৰী ডাঙৰীয়াৰ অইন কেইখনমান অন্যতম উপন্যাস হ'ল- "যাদুঘৰৰ কীৰ্তিমুখ", "সপোন সপোন লাগে", "ফাগুনত আজাৰৰ ফুল" আৰু "বিপন্ন সময়"। 'বিপন্ন সময়' উপন্যাসখনৰ বাবে ১৯৯৯ চনত এওঁ সাহিত্য অকাডেমি বঁটা লাভ কৰে। 'বিপন্ন সময়' সম্বন্ধে সাহিত্য অকাডেমিৰ ফালৰ পৰা কোৱা হৈছে, "Bipanna Samay' is a historical novel depicting the pioneers who with sheer mental strength and conviction brought the long isolated Assamese people from the dark uncertainties following British occupation in the 19th century to the mainstream of Indian nationhood.... . This novel is adjudged a significant addition to the Indian novel in Assamese."

'অনন্য প্ৰান্তৰ' আৰু 'য়াংজু নদীৰ পাৰ' চৌধুৰীৰ দুখন সুখপাঠ্য ভ্ৰমণ কাহিনী। 'অনন্য প্ৰান্তৰ'ত অসমৰ বিভিন্ন অঞ্চলৰ ঐতিহাসিক কাহিনী ক'বৰ প্ৰয়াস কৰা হৈছে। 'য়াংজু নদীৰ পাৰ' চীন দেশ ভ্ৰমণ কৰি সেইখন দেশৰ নানা দিশত আলোকপাত কৰি লিখা এক বিচিত্ৰ গ্ৰন্থ।

এইগৰাকী প্ৰচাৰবিমুখ লেখকৰ অনেক প্ৰবন্ধ বিভিন্ন কাকত-আলোচনীত সিঁচৰিত হৈ আছে। সংকলিত প্ৰবন্ধ সংকলন 'নিবন্ধিত অনুভৱ' (১৯৯৭) তেওঁৰ বিচিত্ৰ অনুভৱৰ দলিল। 'লুইত, বৰাক আৰু ইছলাম' (১৯৮২) চৌধুৰীয়ে অসম আন্দোলনৰ সময়ত ৰচনা কৰি উলিয়ায়। পৰিস্থিতিৰ ধামখুমীয়াত পৰি সেই সময়ত অসমৰ এচাম লোকে অসমৰ ঐতিহ্য-পৰম্পৰাৰ ধাৰক-বাহক ইছলামধৰ্মী লোকসকলক শতৰু বুলি জ্ঞান কৰিবলৈ লোৱাত অসমৰ যাউতিযুগীয়া ঐক্য-সংহতিৰ পৰিবেশ সমূলঞ্চে নষ্ট হোৱাৰ উপক্ৰম হৈছিল। এনে ক্ষতিকাৰক প্ৰভাৱ বিনষ্ট কৰিবলৈ অসমৰ মুছলমানসকল তথা ইছলাম সম্বন্ধে সঠিক বাৰ্তা প্ৰকাশ কৰিবলৈকেই লেখকে এই কিতাপখন প্ৰণয়ন কৰি উলিয়াইছিল। সেইদৰে ইংৰাজী ভাষাত লিখিত- 'The Bodo Dimasas of Assam' নামৰ গ্ৰন্থত তেওঁ বড়ো-ডিমাচাসকলৰ ঐতিহাসিক প্ৰেক্ষাপট, সমাজ-জীৱন, ঘৰুৱা ৰীতি-নীতি, উৎসৱ-পাৰ্বণ আদি সকলোবোৰ কথা সহজ-সৰল ভাষাৰে বৰ্ণনা কৰিছে।

'মণিৰাম পাটৰ কেনি গ'ল।' নামৰ গল্প সংকলনটিত সন্নিৱিষ্ট তথা তেওঁৰ অসংকলিত গল্পবোৰলৈ মন কৰিলে দেখা যায়- তেওঁৰ গল্পত সমাজৰ দলিত, পীড়িত শ্ৰেণীৰ প্ৰতি এক গভীৰ অনুকম্পা প্ৰকাশিত হৈছে। গল্পকাৰ চৌধুৰীৰ বহুবোৰ গল্পতে সেয়ে কৰুণ ৰসৰ অনুভূতি এটাই পাঠকক বিমুগ্ধ নকৰাকৈ নাথাকে।

চৌধুৰী ডাঙৰীয়াৰ সংস্পৰ্শলৈ অহা সকলো লোকেই তেওঁৰ গভীৰ অধ্যয়ন পিপাসু মনৰ পৰিচয় পাইছে। আনহাতে, সমাজৰ দৰিদ্ৰ, মেহনতী লোকৰ প্ৰতি তেওঁৰ আছে অপৰিসীম মমতা। 'সহজ-সৰল জীৱন-যাপন কৰা' কিন্তু 'উচ্চ আকাংক্ষা' পোষণ কৰা জাত-পাত, ধৰ্ম-বৰ্ণ আদিৰ ওপৰত কৰা সকলো ধৰণৰ বিভাজন বিৰোধী।

ব্যক্তি জীৱনত তেওঁ সম্পূৰ্ণ যুক্তিবাদী। নিজৰ কোষ্ঠীখনকে তেওঁ ফালি পেলাইছিল মূল্যহীন, অন্ধবিশ্বাস বুলি। চৌধুৰীৰ ব্যক্তি জীৱন আৰু সাহিত্য-কৰ্মতো এইদৰে প্ৰতিফলিত হৈছে এক প্ৰতিবাদী সত্তা।

মেদিনী চৌধুৰী এজন ভাল তবলাবাদকো। অলপতে এক ঘৰুৱা মেলত বিষ্ণু ৰাভাৰ পত্নী মোহিনী ৰাভাই তেওঁ গীত পৰিবেশন কৰা কেইবাখনো সভাত চৌধুৰী ডাঙৰীয়াই তবলা সংগত কৰাৰ কথা আমাক জনাইছিল।

অসম আৰু অসমীয়াৰ সততে মংগল কামনা কৰা, বিবেক-বিবেচনাক বন্ধকীত থৈ কেতিয়াও ভটিয়নী সোঁতত চিন্তাৰ তৰীখন মেলি নিদিয়া, অন্যায়-অনীতিৰ লগত কেতিয়াও আপোচ নকৰা ব্যক্তি তথা সাহিত্যিকৰূপে আমাৰ অতিকৈই আপোন মেদিনী চৌধুৰী।

*'দৈনিক অসম', ২৩ মাঘ, বৃহস্পতিবাৰ, ১৯২৪ শক, ফেব্ৰুৱাৰী, ২০০৩ত হাফিজ আহমেদে আকৌ লিখিছে "মেদিনী চৌধুৰীৰ কৃতী"।*

# মেদিনীমোহন চৌধুৰী এটি অনুভৱ

**শৈলেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য**

অসমীয়া সাহিত্য আৰু সাংবাদিকতাৰ জগতৰ পৰা আৰু এজন প্ৰতিভাধৰ ব্যক্তি অন্তৰ্হিত হ'ল। তেওঁ হ'ল মেদিনীমোহন চৌধুৰী। ইতিমধ্যে যোৱা কিছুদিনৰ ভিতৰতে অসমীয়া সাহিত্যৰ ভালেকেইজন বৰেণ্যে ব্যক্তিক আমি হেৰুৱালো। তেওঁলোক নিজস্ব গুণেৰে মহীয়ান আছিল। এনে ক্ষতি অপূৰণীয়। মেদিনী চৌধুৰীৰ বিয়োগে এনে এক সন্তাপেই আনি দিছে। 'অনন্য প্ৰান্তৰ'ৰ দৰে ব্যতিক্ৰমধৰ্মী উপন্যাস আৰু 'লুইত বৰাক, ইছলাম'ৰ দৰে সম্প্ৰীতিৰ সূত্ৰ ধাৰা গ্ৰন্থৰ লেখক মেদিনী চৌধুৰীৰ বিয়োগ অসমবাসীৰ বাবে দুখৰ খবৰ। এপিনে প্ৰশাসনৰ বাঘজৰী ধৰি আনপিনে কলমেৰে পঢ়ুৱৈৰ মন জয় কৰোঁতা সাহিত্যিকস্বৰূপে তেওঁৰ খ্যাতি অনন্য। কিন্তু দুখ লাগে এই ক্ষেত্ৰত আমাৰ অসমীয়া মানুহৰ সাৰ-সিকতিবিহীন ৰূপটো দেখি। দুই-এজন প্ৰথিতযশা সাহিত্যিক, গুণমুগ্ধ আৰু সম্পৰ্কীয় লোক কেইজনমানৰ বাহিৰে অন্ত্যেষ্টিক্ৰিয়াৰ সময়ত গুৱাহাটীৰ দৰে ঠাইতো মানুহ গোটখোৱা নাছিল। এনে ঘটনা অন্য কেইবাজনো যশস্বী সাহিত্যিক, শিল্পীৰ ক্ষেত্ৰতো দেখা গৈছিল। যি ক্ষেত্ৰত এনে লোকসকলৰ গ্ৰহণযোগ্য সৃষ্টি জীৱিত অৱস্থাতেই প্ৰকাশক আৰু হিতাকাংক্ষীৰ তৎপৰতাত চমকপ্ৰদভাৱে পোহৰলৈ আহিব লাগে, বহুল প্ৰচাৰৰ ব্যৱস্থা হ'ব লাগে আৰু সাহিত্যিক অথবা শিল্পীগৰাকীক প্ৰাপ্যখিনি দিব লাগে, সেই ক্ষেত্ৰত এনে সফল লোকৰ ভালেখিনিয়েই অৱহেলিত হৈ আছে। এনে অৱস্থাত একোজন বিশিষ্ট শিল্পী-সাহিত্যিকৰ সৃষ্টি-সম্ভাৰক আমাৰ সমাজত তেওঁৰ মৰণৰ পাচত মানুহে পাহৰি যোৱাটো অসম্ভৱ নহয়।

বৰ্তমান অসমীয়া সমাজখনৰো অসংখ্য পৰিয়ালৰ ল'ৰা-ছোৱালীয়ে ইংৰাজী মাধ্যমৰ স্কুলত পঢ়ে। আজিৰ পাঠ্যপুথিত ভূগোল আৰু বুৰঞ্জী বিষয় নগণ্য ৰূপতহে ৰখা হৈছে। তেনেস্থলত আজিৰ প্ৰজন্মই শংকৰদেৱ, লক্ষ্মীনাথ, জ্যোতিপ্ৰসাদ আদিৰ দৰে মনীষীৰ সৃষ্টি-সম্ভাৰৰ প্ৰতি আগ্ৰহান্বিত হোৱাও টান। ফলত প্ৰয়াত অসমীয়া শিল্পী-সাহিত্যিকসকলৰ ভৱিষ্যতো ধুঁৱলী-কুঁৱলী পৰিবেশত আচ্ছন্ন। অপসংস্কৃতিৰ দৌৰাত্ম্য, ইংৰাজী মাধ্যমৰ পঢ়া-শুনা আৰু পশ্চিমীয়া সংস্কৃতিৰ অন্ধ অনুকৰণৰ দিনত আজিৰ প্ৰজন্মই অসমীয়াৰ সাহিত্য, ইতিহাস অধ্যয়ন কৰাটো দূৰৰ কথা যেন হৈ পৰিছে। এনে পৰিপ্ৰেক্ষিতত দেখা গৈছে যে আমাৰ সাহিত্য-শিল্পৰ মূল্যায়ন কৰোঁতাৰো ভৱিষ্যতে হয়তো অভাৱ ঘটিব। এনে এক সমস্যাৰ পৰিপ্ৰেক্ষিতত অসমীয়া পৰিয়ালবোৰতো এক সজাগতাৰ প্ৰয়োজন। তদুপৰি অগ্ৰণী প্ৰকাশন প্ৰতিষ্ঠানবোৰেও সাহিত্য-শিল্পৰ প্ৰসাৰতাৰ আৱশ্যকীয় দিশটোলৈ চকু দি এক ইতিবাচক দৃষ্টিভংগীৰে কাম কৰিব লাগিব। আজি নন্দ তালুকদাৰৰ দৰে মানুহ ওলাবনে? সাহিত্য জাতিৰ দাপোণ। পথ প্ৰদৰ্শকো। আজিৰ বৈষায়িক প্ৰতিযোগিতাৰ দিনত সাহিত-সংস্কৃতিৰ চৰ্চা কৰা লোকো আমাৰ সমাজত মুষ্টিমেয়। এনে এক বাতাৱৰণৰ মাজত আমি কামনা কৰো যাতে এক ন-সজাগতাৰে সৃষ্টি কৰাৰ বাবে আমাৰ অসমীয়া

জাতি সচেষ্ট হয়। এইক্ষেত্ৰত পিচে কেতিয়াবা আমাৰ অৰ্থনৈতিক সমস্যায়ো মানুহক বিপাঙত পেলায়। পিচে অৰ্থৱানসকলে যদি তৎপৰতাৰে নখ জোকাৰে, নৈ ব'বই। অসমত প্ৰতিভাৰ অভাৱ নাই; লাগে স্ফুৰণৰ বাবে এক সুস্থ বাতাৱৰণ।

*অসমীয়া প্ৰতিদিন, মঙ্গলবাৰ, ২৫ ফেব্ৰুৱাৰী ২০০৩, ১২ ফাগুন, ১৯২৪ শক।*

# মেদিনী নাৰ্জি চৌধুৰী

**অনুপ বৰুৱা**

বহুকেইখন সুখপাঠ্য উপন্যাস, গল্প, ভ্ৰমণ কাহিনী আৰু মূল্যৱান প্ৰবন্ধৰ লেখক তথা অসমৰ সাহিত্য জগতৰ এগৰাকী বিশিষ্ট সাহিত্যিক মেদিনী চৌধুৰী আৰু আমাৰ মাজত নাই। সাহিত্য অকাডেমি বিজয়ী এই বিশিষ্ট সাহিত্যিকগৰাকী আমাৰ বোধেৰে এগৰাকী নিৰ্ভীক তথা স্পষ্টবাদী বক্তাও আছিল। প্ৰয়াত সাহিত্যিকগৰাকীৰ মৃত্যুত অন্তৰত গভীৰ দুখ অনুভৱ কৰাৰ লগে লগে তেখেতৰ জীৱনকালৰ পাহৰিব নোৱাৰা এটি বিশেষ কথাও আমাৰ মনত পৰিছে আৰু বহুতৰে হয়তো মনত পৰিব পাৰে।

কেইবছৰমান আগৰ কথা। বছৰটো তথা চনটোৰ কথা ভালদৰে মনত নাই। হঠাতে দেখা পাইছিলো মেদিনী চৌধুৰী নামটোৰ পৰিৱৰ্তে প্ৰকাশ পোৱা মেদিনী নাৰ্জি চৌধুৰী নামটো। দেখি আমি আচৰিত হৈছিলো। বোধহয় ই কোনো বিশেষ ক্ষোভৰ প্ৰতিক্ৰিয়া প্ৰকাশৰ কাৰণ আছিল। কিন্তু বিশিষ্ট লেখক, ডাঃ ধ্ৰুৱজ্যোতি বৰাই বিশেষ ক্ষোভ প্ৰকাশ কৰা এনেধৰণৰ প্ৰতিক্ৰিয়া প্ৰকাশ নকৰিবৰ বাবে অনুৰোধ কৰি বাতৰি কাকতৰ পৃষ্ঠাত কিছু কথা লিখিছিল। পুনৰ দেখিছিলো মেদিনী চৌধুৰী নামটো। কিহৰ বাবে আৰু কাৰ ওচৰত ক্ষোভ প্ৰকাশ কৰি তেখেতে তেখেতৰ নামটোৰ মাজতে 'নাৰ্জি' উপাধিটো লগাই দিছিল বুলি পোৱা নাছিলো। ডাঃ বৰাৰ কথাখিনি পুনৰ পঢ়িবলৈ পালে নিশ্চয় কিছু কথা বুজি পাম। বোধহয় অসমত বহু বছৰ আগৰে পৰা দেখা দিয়া জাতিগত বৈষম্যই ইয়াৰ প্ৰধান কাৰণ আছিল। যি নহওক, ডাঃ বৰাৰ অনুৰোধ তেখেতে এবাৰতেই ৰক্ষা কৰিছিল। ডাঃ ধ্ৰুৱজ্যোত বৰাই কোনখন কাকতত কি বুলি লিখিছিল আমাৰ একো মনত নাই। কিন্তু ঘটনাটো মনত থাকিল। তথাপি ক'ব খোজো যে বৰা ডাঙৰীয়াই লিখা কাকতখন বোধহয় 'সাদিন' অথবা 'বুধবাৰ' আছিল।

# মেদিনী চৌধুৰীৰ সান্নিধ্যৰ স্মৃতি

**খনীন নাথ**

মেদিনী চৌধুৰী ছাৰৰ দেহাৱসানৰ বাতৰি পাই মৰ্মাহত হৈছোঁ আৰু মনটো উৰা মাৰি গৈছে তেওঁৰ সৈতে ক্ষণিক সান্নিধ্য পোৱা মুহূৰ্তবোৰলৈ। ১৯৮৩ চনৰ এপ্ৰিল মাহৰ কোনোবা এটা দিনৰ কথা। মহীশূৰৰ Central Sericultural Research and Training Institute-ৰ পৰা আমি অসমৰ দহজন ছাত্ৰই Post Graduate Diploma in Sericulture (PGDS) পাঠ্যক্ৰম সুকলমে সমাপ্ত কৰি ছমাহমান ঘৰতে বহি থকাৰ পিছত চাকৰিৰ খবৰ ল'বলৈ গোট খাইছিলো তেতিয়া ভঙাগড়ত থকা ৰেচম বিভাগৰ সঞ্চালকৰ কাৰ্যালয়ত। কাৰ্যালয়ত উপস্থিত হৈ গম পালো যে বিভাগত নতুনকৈ সঞ্চালক হিচাপে যোগদান কৰিছে অসমৰ এজন প্ৰখ্যাত আৰু ব্যতিক্ৰমধৰ্মী লেখক, সাহিত্যিক মেদিনী চৌধুৰীয়ে। বুকুখন ধপ্‌ধপাই উঠিল। গাটো ৰাইজাই কৰিবলৈ ধৰিলে। ভয়ত নহয়, তেওঁৰ দৰে সাহিত্যিক এজনক লগ পোৱাৰ আনন্দতহে। ইতিমধ্যে তেওঁৰ 'অনন্য প্ৰান্তৰ', 'বগুকা বেহাৰ', 'ফেৰেংগাদাও' আদি পঢ়ি শেষ কৰিছোঁ। তেওঁৰ ব্যতিক্ৰমী লেখাই তেতিয়াই মনত গভীৰ সাঁচ বহুৱাইছিল। সেই 'অনন্য প্ৰান্তৰ'ৰ লেখকজনক, 'ফেৰেংগাদাও'ৰ স্ৰষ্টাজনক লগ পোৱাৰ, তেওঁৰ মুখামুখি হোৱাৰ এক তীব্ৰ আকাংক্ষাই মোক উদ্বাউল কৰি তুলিলে। শেষত সকলো উৎকণ্ঠাৰ অন্ত পেলাই ছাৰে আমাক তেওঁৰ কোঠালৈ মাতিলে। প্ৰথমতে আমাক বহিবলৈ দিলে আৰু আমাৰ পৰিচয় ল'লে। তাৰ পিছত তেওঁ এনেকুৱা সুন্দৰ, বন্ধুত্বপূৰ্ণ ব্যৱহাৰেৰে আৰু সহৃদয়তাৰে আমাৰ লগত কথা পাতিলে যে আমাৰ ভাব হ'ল যেন আমি এজন সঞ্চালকৰ লগত নহয়, এজন অন্তৰঙ্গ বন্ধুৰ লগতহে কথা পাতি আছোঁ। শেষত ছমাহৰ ভিতৰত বিভাগীয় নিয়োগ-পত্ৰ প্ৰেৰণৰ প্ৰতিশ্ৰুতি আদায় কৰি আমি তেওঁৰ পৰা বিদায় লৈ আহিলোঁ। সঁচাকৈয়ে ছমাহৰ ভিতৰতে আমি চাকৰিৰ নিয়োগ-পত্ৰ পাইছিলো আৰু কামত যোগদান কৰিছিলো।

তেওঁ কথাই-কামে এক আছিল। তেওঁৰ কথা আৰু কামৰ মাজত কোনো পাৰ্থক্য আমি কেতিয়াও দেখা নাছিলো। ৰেচম বিভাগৰ সঞ্চালকৰূপে তেওঁ গাৱে-ভূঞে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰি ফুৰিছিল। গাঁৱৰ পলুপালক আৰু বিভাগীয় কৰ্মচাৰীসকলক লগ ধৰি তেওঁলোকৰ অভাৱ-অভিযোগ, সুবিধা-অসুবিধাৰ বুজ লৈছিল আৰু সেইবোৰ পাৰ্যমানে দূৰ কৰাৰ চেষ্টা কৰিছিল। নিৰহংকাৰী, বন্ধুত্বসুলভ ব্যক্তিত্বৰ অধিকাৰী ছাৰে শীৰ্ষ বিষয়াৰ পৰা তলখাপৰ বনুৱাজনলৈকে সকলোৰে লগত একেই সু-সম্পৰ্ক বজাই ৰাখিছিল। ফলত সকলোৱে তেওঁলোকৰ মনৰ ক্ষোভ, দুখ-বেজাৰ, অসুবিধা অকপটে আৰু নিসংকোচে ছাৰৰ আগত ব্যক্ত কৰিবলৈ সুবিধা পাইছিল।

১৯৮৩ চনৰ অক্টোবৰ মাহত মই প্ৰথম চৰকাৰী চাকৰিত যোগদান কৰাৰ প্ৰায় তিনি মাহমানৰ পিছৰ কথা। ধূপধৰাৰ পৰা প্ৰায় পাঁচ কিলোমিটাৰমান দক্ষিণে ঘন অৰণ্যৰ মাজত ভকতপাৰা মুগা ফাৰ্মত (যিখনৰ মই পৰিচালক আছিলো) এদিন হঠাৎ ছাৰ গৈ

ওলাল। ছাৰৰ লগত বিভাগৰে দুজনমান শীৰ্ষ বিষয়া। ছাৰক তেনেঁকৈ হঠাতে দেখি মোৰ তালুৰে জিউ যোৱা অৱস্থা। ছাৰক ক'ত বহুৱাওঁ, কি খুৱাওঁ? ঘন জংঘলত দুখনমান চকী-মেজেৰে এটা জৰাজীৰ্ণ কাৰ্যালয়। তাৰ চাৰিওফালে চোমনি। তথাপি আথে-বেথে চকী এখন ছাৰলৈ আগবঢ়াই দিলো। ছাৰ কিন্তু নবহিল। মোৰ কান্ধত হাত থৈ ছাৰে ক'লে- ব'লা, ফাৰ্মখন অলপ চাই আহোঁ। ফাৰ্মখন চাই থাকোতে চোমনিৰ তলত কাম কৰি থকা বনুৱাকেইজনক দেখি তেওঁ সিহঁতৰ ফালে আগবাঢ়ি গ'ল। সিহঁতৰ লগত আন্তৰিকতাৰে কথা পাতিলে। সুখ-দুখৰ খবৰ ল'লে। টকা-পইচা ঠিকমতে পাইছে নে নাই সুধিলে। দেখিলো, সিহঁতৰ লগত কথা পাতি তেওঁ যেন সন্তুষ্ট হৈছে। সেই সময়ত ফাৰ্মখনৰ উৎপাদনো বৰ ভাল আছিল। সাতে সোতৰই মিলি ফাৰ্মখন পৰিদৰ্শন কৰি ছাৰ সন্তুষ্ট হোৱা যেনেই লাগিল। শেষত যাবলৈ ওলাই তেওঁ মোক সুধিলে- 'তুমি ক'ৰপৰা বজাৰ কৰা?'

ঃ 'ধূপধৰাৰ পৰা'- মই ক'লো?'

ঃ 'ইমান দূৰ বাট কিহত অহা-যোৱা কৰা?'

ঃ 'খোজকাঢ়ি, ছাৰ।'

ঃ 'কিয় তোমাৰ চাইকেল নাই নেকি?' মই নাই বুলি উত্তৰ দিয়াত তেওঁ ক'লে- 'তুমি চাইকেল এখনৰ বাবে এটা প্ৰপোজেল দিয়া। মই টকাৰ চেংচন দিম। তোমাক চাইকেল এখনৰ বৰ দৰকাৰ। বুজিছানে ডেকা ল'ৰা?' তাৰ পিছত পিঠিত মৃদু চাপৰ এটা মাৰি 'মই মাজে-সময়ে আহি থাকিম' বুলি কৈ তেওঁ গাড়ীত উঠিল। মই কৃতজ্ঞতাত মূৰ দুপিয়াই ছাৰক ধন্যবাদ জনালোঁ। কথা দিয়া মতেই তেওঁ এখন চাইকেল কিনিবলৈ ১২০০ টকাৰ অনুমোদন দিছিল আৰু মই এখন নতুন চাইকেল কিনি নতুন উদ্যমেৰে কামত আত্মনিয়োগ কৰিছিলোঁ। আহ! কি মধুৰ সুন্দৰ দিন আছিল সেইবোৰ। ইয়াৰ পিছতো কেইবাবাৰো গুৱাহাটীৰ পৰা গোৱালপাৰালৈ অহা-যোৱা কৰোতে তেওঁ ফাৰ্মখনত সোমাই মোৰ খা-খবৰ লৈ গৈছিল। অফিচৰ কামত গুৱাহাটীলৈ গ'লেই তেওঁক দেখা কৰি মাতষাৰ দি আহিছিলো তেওঁ দিয়া বহুতো মূল্যবান উপদেশ আৰু মৰম। সেই মধুৰ সান্নিধ্যৰ স্মৃতি মোৰ মনত এতিয়াও সজীৱ হৈ আছে আৰু চিৰদিন থাকিব।

সঞ্চালক মেদিনী চৌধুৰী সাহিত্যিক মেদিনী চৌধুৰীৰ সৈতে একাকাৰ হৈ ঘূৰি ফুৰিছিল মানুহৰ হৃদয়ে হৃদয়ে। ৰেচম বিভাগৰ সঞ্চালক হিচাপে তেওঁ ১৯৮৫ চনত ভাৰতীয় প্ৰতিনিধিৰ আঠজনীয়া দল এটাৰ লগত এজন অন্যতম প্ৰতিনিধি হিচাপে চীনদেশ ভ্ৰমণ কৰাৰ সুযোগ পাইছিল। সেই সময়ত পাটশিল্পত চীনে বিশ্বৰ সকলো দেশৰ ভিতৰত শ্ৰেষ্ঠ স্থান অধিকাৰ কৰিছিল আৰু তাকেই অধ্যয়ন কৰাই আছিল ভাৰতীয় দলটোৰ প্ৰধান উদ্দেশ্য। সেই চীন ভ্ৰমণৰ অভিজ্ঞতাৰে লিখা 'য়াংজু নদীৰ পাৰ' (প্ৰথম প্ৰকাশ- ফেব্ৰুৱাৰী, ১৯৮৭ চন) অসমীয়া ভ্ৰমণ সাহিত্যত এক অভিনৱ সংযোজন। চীন ভ্ৰমণ সমাপ্ত কৰি আহিয়েই তেওঁ ৰেচম বিভাগৰ বিষয়া-কৰ্মচাৰীসকলৰ এখন সভা পাতি তাত তেওঁৰ ব্যক্তিগত অভিজ্ঞতাবোৰ ব্যক্ত কৰিছিল আৰু অসমত পাটশিল্পৰ উন্নয়নৰ বাবে যৎপৰোনাস্তি চেষ্টা কৰিছিল। অসম চৰকাৰৰ বিভিন্ন বিভাগত সঞ্চালক

হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল যদিও তেওঁৰ আটাইতকৈ প্ৰিয় বিভাগ আছিল ৰেচম বিভাগ। তেওঁ এই বিভাগটোক অন্তঃকৰণেৰে ভাল পাইছিল। সেইকথা বিভিন্ন প্ৰসঙ্গত তেওঁ নিজেই ব্যক্ত কৰিছিল। ইয়াৰ এটা মূল কাৰণ আছিল এয়ে যে ৰেচম শিল্পটোৰ কাম-কাজবোৰ মূলতঃ কেন্দ্ৰীভূত আছিল। চহৰ-নগৰৰ পৰা আঁতৰৰ ভিতৰুৱা, দুৰ্গম অঞ্চলতহে আৰু সেই আওহতীয়া ঠাইবোৰ ঘূৰি-পকি, শত-সহস্ৰ দৰিদ্ৰজনৰ লগত মনৰ কথা পাতি তেওঁ এক বিৰল অভিজ্ঞতা লাভ কৰিছিল। ইয়াৰ প্ৰভাৱ তেওঁৰ সাহিত্যকৰ্মতো পৰিছিল বুলি তেওঁ নিজেই স্বীকাৰ কৰিছিল। প্ৰখ্যাত সাহিত্যিক, সাংবাদিক হোমেন বৰগোহাঞিৰ কেইবাটাও লেখাত, ছাৰৰ লগত অসমৰ বিভিন্ন ঠাইত একেলগে ঘূৰি ফুৰি হোৱা অভিজ্ঞতাৰ সৰস বৰ্ণনা প্ৰকাই পাইছে। ১৯৮৬ চনত এই ৰেচম বিভাগৰ সঞ্চালক হিচাপেই তেওঁ অৱসৰ গ্ৰহণ কৰে। কিন্তু অৱসৰৰ পিছতো বিভাগীয় বিষয়া-কৰ্মচাৰীসকলৰ লগত তেওঁ অনবৰতে সম্পৰ্ক ৰাখিছিল আৰু দিহা-পৰামৰ্শ আগবঢ়াইছিল।

তেওঁৰ অবৰ্তমানত ৰেচম বিভাগে হেৰুৱালে এজন সু-পথ প্ৰদৰ্শকক।

*'আমাৰ অসম' ২০ ফেব্ৰুৱাৰী, বৃহস্পতিবাৰ, ২০০৩, ফনীন নাথৰ স্মৃতি পটত "মেদিনী চৌধুৰীৰ সান্নিধ্যৰ স্মৃতি" সোঁৱৰিলে -*

# তাঁৰৈৰ স্মৃতিত

**নিবেদিতা বৰা**

সেয়া আছিল ১৯৭১ চনৰ শেষৰ ফালৰ কোনোবা এটা মাহ। মই তেতিয়া ষষ্ঠ শ্ৰেণীৰ ছাত্ৰী। বৃত্তি পৰীক্ষা সমাগত। গতিকে প্ৰায়ে স্কুললৈ নোযোৱাকৈ ঘৰতে পঢ়া-শুনা কৰোঁ। কাৰণ, নতুনকৈ আৰম্ভ হ'বলগীয়া পাঠ নাই।

এদিন এখন উজ্জ্বল মুখেৰে স্কুলত শিক্ষকতা কৰা মায়ে স্কুলৰ পৰা আহিয়েই এখন নীলা ৰঙৰ চিঠি মোৰ হাতত দিলেহি পঢ়ি চাবলৈ। সেয়া হেনো আমাৰ আমৈৰ চিঠি, অৰ্থাৎ মাৰ সখীয়েকৰ চিঠি। আমৈয়ে এটা বিশেষ খবৰেৰে চিঠিখন লিখিছে। খবৰটো হ'ল— আমাৰ তাঁৱৈ মেদিনীমোহন চৌধুৰী মাৰ্ঘেৰিটাৰ পৰা শ্বিলঙলৈ বদলি হৈছে- পৰিবহণ বিভাগৰ অৱৰ সচিব হিচাপে। গতিকে মাঁলৈ আন এটা দায়িত্ব- সোনকালে তাঁৱৈহঁতৰ চাৰিটা ল'ৰা-ছোৱালীৰে সৈতে ছজনীয়া পৰিয়ালটোৰ বাবে ভাড়াঘৰ এটাৰ বন্দৱস্ত কৰা।

সেই নীলা চিঠিখন আৰু মাৰ উজ্জ্বল মুখখন মোৰ এতিয়াও বৰ ভালদৰে মনত আছে। ইয়াৰ আগলৈকে আমি তাঁৱৈ-আমৈৰ কথা শুনিহে আছিলো মাৰ মুখেৰে। কিন্তু খুব সোনকালে তেখেতসকলৰ লগত দেখাও হ'ব, এইকথা ভাবিয়েই ভাল লাগিছিল।

ইতিমধ্যে আমি গম পালো যে তাঁৱৈয়ে সচিবালয়ত যোগদান কৰিছেহি। কিন্তু তেওঁৰ পৰিয়াল অনা নাই। শ্বিলঙৰ স্কুলত ল'ৰা-ছোৱালীৰ নামভৰ্তিৰ ব্যৱস্থা হ'লেহে আমৈহঁত আহিব।

১৯৭২ চনৰ আৰম্ভণিৰ ফালৰ কোনোবা এটা দিন। এদিন দেউতাৰ লগত অফিচৰ পৰা কোনোবা দুজন মানুহ আহিল- তেখেতসকলক মই আগতে দেখা মনত নপৰে। মায়ে ক'লে- এজন হেনো তাঁৱৈ। মই তাঁৱৈক নমস্কাৰ জনালো। তাঁৱৈহে হাঁহি এটা মাৰি ক'লে- 'তেখেতকো নমস্কাৰ কৰা'। মই আনজন মানুহকো নমস্কাৰ কৰিলো লগতে বুজিও পালো যে দুজন বয়োজ্যেষ্ঠ মানুহৰ লগত পৰিচয় হ'লে, দুয়োজনকে বেলেগে নমস্কাৰ কৰাটো সুৰুচি আৰু শিষ্টাচাৰৰ পৰিচায়ক। সেয়াই আছিল তাঁৱৈৰ লগত মোৰ প্ৰথম দেখাদেখি। তাৰ পিছত সুদীৰ্ঘ ত্ৰিশ বছৰ বিভিন্ন কাৰণত তাঁৱৈৰ সান্নিধ্যলৈ আহিছো আৰু প্ৰত্যেকবাৰেই তেখেতৰ পৰা কিবা এটা শিকিছো।

তাঁৱৈৰ পৰিচয় এজন সাহিত্যিক আৰু প্ৰশাসনীয় বিষয়া হিচাপে। তেওঁৰ বিভিন্ন লেখা মই পঢ়িছো যদিও সামান্য জ্ঞানেৰে তেওঁৰ সাহিত্যৰাজি বিচাৰ কৰাৰ সাহস মোৰ নাই। কিন্তু তেওঁৰ সান্নিধ্যই মোৰ চিন্তাশক্তিক নতুন ৰূপ দিয়াৰ উপৰি কিদৰে উচ্চ চিন্তা কৰিব পাৰি তাকো শিকাইছিল।

১৯৭২ চনৰ ফেব্ৰুৱাৰী-মাৰ্চ মাহ হ'ব বোধকৰো- মোৰ সঠিকভাৱে মনত নাই। শ্বিলঙৰ অ'কলেণ্ডৰআমাৰ ঘৰৰ ওচৰতে মায়ে এটা ভাড়াঘৰ বন্দবস্ত কৰিলে- তাঁৱৈহঁতৰ বাবে। আমাৰ ঘৰৰ পৰা তৱৈহঁতৰ ঘৰলৈ মাত্ৰ তিনি মিনিটমানৰহে বাট। চিৰিকেইটা

বগাব পাৰিলেই হ'ল। প্ৰথমতে অলপ সংকোচ ভাব হ'লেও তেওঁলোকৰ ছোৱালী তিনিজনী আৰু আমিৰ মৰমে সেই ভাব নোহোৱা কৰিলে। সেই ঘৰখনত মই ভালপোৱা এবিধ বস্তুৱে ঠাহ খাই আছিল। সেয়া হ'ল কিতাপ। শাৰী শাৰীকৈ সজাই থোৱা অসংখ্য কিতাপৰ আলমাৰিৰ মাজতেই তাৰৈৰ বিছনাখন। আমিৰ পৰা জানিব পাৰিছিলো যে সেয়া বিছনা নহয়, এটা বাকচহে। বাকচটো হেনো কিতাপেৰে ভৰি আছে। দিনটোত আমি তিনিবাৰমান তাৰৈহঁতৰ ঘৰলৈ যাওঁ। বন্ধৰ দিনত যাবলৈ অলপ সংকোচবোধ কৰো, কাৰণ সেই বিছনাৰূপী বাকচটোত কেতিয়াবা শুই, কেতিয়াবা চকীত বহি তাৰৈয়ে পঢ়ি থাকে- একেবাৰে পৰীক্ষাত পঢ়াৰ দৰে, মনোযোগেৰে। লগতে থাকে জাপে জাপে খবৰ কাগজ। সেই সময়ত মই সপ্তম শ্ৰেণীৰ ছাত্ৰী। তলত তিনিটা ভাই-ভনী। আমি গ'লে পঢ়ি থকা অৱস্থাতো তাৰৈয়ে অকণো বিৰক্তি পোৱা যেন নেদেখুৱায়, বৰং কেতিয়াবা হাঁহি উঠা কথা কৈ, কেতিয়াবা বিশ্বকোষ মেলি লৈ দুই-এটা কথা সুধি আমাক কিছু নতুন কথাৰ সন্তেদহে দিছিল। এজন মানুহে এনেকৈও যে পঢ়িব পাৰে সেয়াই প্ৰথম দেখিছিলো।

মাজে মাজে তেখেত আমাৰ ঘৰলৈও আহিছিল। সময়ৰ কোনো ঠিক নাই। কেতিয়াবা ৰাতিপুৱা ন-মান বজাতে ওলাবহি- এৰী চাদৰখন গাত লৈয়েই, বগা ঢকঢকীয়া পাইজামা পৰিধান কৰিয়েই। আমি পঢ়ি থাকিলে কিনো পঢ়িছো খবৰো কৰে।

অ'কলেগুত থকা সময়তে তেখেতে মোক ইংৰাজী বিশ্বকোষ কেনেকৈ পঢ়িব লাগে তাকো শিকাইছিল। ইয়াৰ আগলৈকে বিশ্বকোষ বা Encyclopediaনো কেনেধৰণৰ কিতাপ হ'ব পাৰে মোৰ কোনো ধাৰণাই নাছিল বা এনেধৰণৰ কিতাপৰ নামো শুনা নাছিলো। সেই ৰংচঙীয়া ছবিৰে তাৰৈৰ লগত পঢ়িবলৈ শিকা বিশ্বকোষকেইখনলৈ মোৰ আজিও মনত পৰে।

১৯৭২ চনৰ আৰম্ভণিতে ভাৰত চৰকাৰৰ ডাক-তাঁৰ বিভাগে পোন্ধৰ বছৰ বয়সৰ তলৰ ল'ৰা-ছোৱালীৰ বাবে এখন চিঠি লিখা প্ৰতিযোগিতা পাতিলে। চিঠিৰ বিষয় আছিল- 'বন্ধুলৈ এখন চিঠি'। ময়ো এই প্ৰতিযোগিতাত যোগদান কৰিম বুলি এখন চিঠি লিখি তাৰৈক দেখুৱালো। তাৰৈয়ে পঢ়ি চাই গোট গোট আখৰেৰে মন্তব্য লিখিলে- 'বেছ ভাল হৈছে'। মনে মনে মোৰ খঙো উঠিল। তাৰৈয়েতো আৰু অলপ কিবা যোগ দিব পাৰিলেহেঁতেন! তাৰৈলৈ ক্ষোভেৰে চিঠিখন প্ৰতিযোগিতাৰ বাবে পঠিয়াই দিলো। তিনি মাহমানৰ পিছত খবৰ আহিল যে এই চিঠিখন ভাৰতৰ চাৰি হাজাৰ পাঁচশমান প্ৰতিযোগীৰ মাজত প্ৰথম হৈছে আৰু আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতাৰ বাবে ভাৰতক প্ৰতিনিধিত্ব কৰিবলৈ ব্যৱস্থা কৰা হৈছে। এই বাতৰি 'পি টি আই'ৰ বাতৰি হিচাপে অসম তথা ভাৰতৰ বিভিন্ন বাতৰি কাকতত প্ৰকাশ পালে। তেতিয়াৰ আকাশবাণী দিল্লী আৰু ৰেডিঅ' বাংলাদেশেও এই বাতৰি প্ৰচাৰ কৰিছিল। আমাৰ ঘৰখন বেছ উছৱমুখৰ হৈ উঠিছিল। তাৰ পিছত দিল্লীৰ পৰা খবৰ আহিল যে ডাক-তাঁৰ বিভাগে ১৯৭২ চনৰ ৯ অক্টোবৰ দিনটো শ্বিলং ক্লাবত পুৰস্কাৰ বিতৰণৰ দিন হিচাপে নিৰ্ধাৰণ কৰিছে। লগতে চিঠিখনৰ এটা ইংৰাজী প্ৰতিলিপিও বিচৰা হ'ল। তেতিয়া আমাৰ দেউতা কৃষ্ণকান্ত বৰা আৰু তাৰৈয়ে লগলাগি চিঠিখন ইংৰাজীলৈ অনুবাদ কৰে। চাকৰিৰ ব্যস্ততাৰ মাজতো কমেও তিনিদিনমান আমাৰ

ঘৰলৈ আহি দেউতাক সহায় কৰি দিছিলহি। সম্ভৱ এই ইংৰাজী প্ৰতিলিপিখনেই ভাৰতক প্ৰতিনিধিত্ব কৰি আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতাৰ বাবে জেনেভালৈ পঠোৱা হৈছিল।

সেই আনন্দৰ জোৱাৰ মাৰ যাওঁতে-নৌ যাওঁতেই এদিন আবেলি তাঁৱে আমাৰ ঘৰলৈ আহি ড্ৰইংৰুমত বহি দেউতাৰ লগত কথা পাতি আছিল। বাহিৰৰ বাৰাণ্ডাত মই অকলে খেলি আছো। এনেতে তাঁবেৰ কিছুমান কথাই মোৰ কোমল মনৰ চিন্তাবোৰ জোকাৰি গ'ল। তেখেতে দেউতাক কৈছিল- 'চাওক বৰা, আপোনাৰ ছোৱালীজনীয়ে যে সৰ্বভাৰতীয় স্তৰত এটা পুৰস্কাৰ পালে তাৰপৰাই প্ৰমাণ হ'ল যে তাইৰ লগৰ আনবোৰতকৈ তাইৰ প্ৰতিভা অলপ হ'লেও বেছি। গতিকে পঢ়াশুনাত আনতকৈ তাই অলপ হ'লেও বেছি সুবিধা পাব লাগিছিল। মানে ধৰক, ইয়াতকৈ ভাল এখন স্কুলত, য'ত ভাল competition পাব, য'ত প্ৰতিভা বিকাশ হোৱাৰ কিছু বেছি সুবিধা আছে, তেনে স্কুলত। কিন্তু নহয়, তেনেবোৰ স্কুলত ধনী মানুহৰ ল'ৰা-ছোৱালীহে পঢ়িব পাৰিব- টকাৰ জোৰত, প্ৰতিভা কম হ'লেও হ'ব। লগতে, অভিভাৱক হিচাপে আপুনিও এইকথা চিন্তা নকৰে। অৰ্থাৎ সকলোবোৰ ভাল 'এচামৰ বাবে সংৰক্ষিত'। তেনেকৈয়ে একো একোটা ব্যৱস্থাপনা চলি আহিছে। কথাবোৰ ভাবি চাবচোন। এই ব্যৱস্থাপনা মানে system সদায়েই চলি থাকিলে ভাল হ'বনে? দেউতাই কথাবোৰ কিমান ভাবিলে মই নাজানো। মোৰ কিন্তু সেই কথাবোৰ খুব ভাল লাগিল। যুক্তিবোৰ খুব ভাল লাগিল।

১৯৭৩ চন, ৰাজধানী স্থানান্তৰিত হোৱাৰ বাবে আমি শ্বিলং এৰিবলগীয়া হ'লো। তেতিয়া দেউতা অসম সচিবালয়ৰ কৰ্মচাৰী। মাক গুৱাহাটীৰ তাৰিণী চৌধুৰী স্কুললৈ বদলি কৰা হ'ল। তাঁৱে বদলি হ'ল যোৰহাটলৈ, শিৱসাগৰ জিলাৰ অতিৰিক্ত উপায়ুক্ত হিচাপে। স্কুল ছুটীৰ পিছত আমি তিনিওজনী ভনী উভতিছো মাৰ লগত। হঠাতে উলুবাৰীত এখন গাড়ী আমাৰ ওচৰতে ৰ'লহি। দেখিলো, তাঁৱে আৰু আমৈ। তাঁবেয়ে আমাক গাড়ীত উঠিবলৈ ক'লে আৰু চালকক ৰাজগড়ৰ আমাৰ ঘৰলৈ গাড়ী চলাবলৈ নিৰ্দেশ দিলে। আচলতে চৰকাৰী কামতহে তাঁৱে গুৱাহাটীলৈ আহিছিল, কিন্তু আমাৰ মৰমতে 'ৰাজগড়ৰ নতুন ঘৰটো এপাক চাই যাওঁ' বুলিয়েই আমাৰ ঘৰলৈ আহিল এনেকুৱাই আছিল তাঁবেৰ আন্তৰিকতা। ১৯৭৫ চন। মই দশম শ্ৰেণীত পঢ়ো। এইবাৰ তাঁৱে গুৱাহাটীলৈ বদলি হ'ল। খানাপাৰৰ এটা ভাড়াঘৰত থাকে। সেই সময়ত অসমীয়া বিষয়ত আমাৰ অতিৰিক্ত পাঠ্যপুথি আছিল- 'চোৰ ধৰা, পিম্পৰা গুচোৱা'। ভালেমান শব্দ বুজি পোৱা নাই। এদিন বুনৰ (তাঁবেৰ মাজু জীয়ৰী) লগত ৰাতি থকাকৈ খানাপাৰালৈ গ'লোগৈ। গধূলি পঢ়া নহ'ল, সেইদিনা অফিচৰ পৰা ঘূৰি আহোঁতে পলম হোৱাৰ বাবে। পিছদিনা ৰাতিপুৱাই তাঁবেয়ে কিতাপ-পত্ৰ উলিয়াবলৈ ক'লে। মই নজনা কথাবোৰ সুধি ল'লো। স্কুললৈ যাবৰ পৰত মোৰ হাতত কাঁবেয়ে দুটকীয়া নোট এখন দিলে- মোৰ যে ইমান ভাল লাগিছিল। কাৰণ তেতিয়ালৈকে মা-দেউতাৰ বাহিৰে আন কোনো বংশ-পৰিয়ালৰ পৰা তেনেদৰে টকা পোৱা মনত নপৰে। তাঁবেহঁত কিছুদিন তাৰিণী চৌধুৰী স্কুলৰ পিছফালে থকা চৰকাৰী আবাসতো আছিল। তাৰ পিছতহে চানমাৰি কলনিৰ চৰকাৰী আবাসলৈ যায়গৈ। আমি মাজে মাজে তেখেতসকলৰ ঘৰলৈ গৈছিলো। কেতিয়াবা তেখেতৰ কথা ক'বলৈ সময়েই

নাথাকে। খুব ব্যস্ত হৈ লিখি থাকে। আমিও বুজি পোৱা হ'লো। গতিকে বেয়া নাপাওঁ। কেতিয়াবা ঘৰত আলহী-অতিথি বেছি হ'লে চাদৰ ওপৰত বহি একান্তমনে লিখি থাকেগৈ। কিন্তু কথা পাতিলে নতুনকৈ দুই-এটা কথা যে জানিব পাৰিম সি ধ্ৰুৱপ। এদিন তেখেতে মোক এখন মেপ দেখুৱাইছিল। মেপখনত সেই সময়ৰ অসমৰ কোনবোৰ পাহাৰত বিষ্ণু ৰাভাই আত্মগোপন কৰিছিল তাক দেখুওৱা হৈছিল। কোনটো পাহাৰত থকা কালত খোৱাবস্তুৰ অভাৱত বান্দৰ পুৰি খাবলগীয়া হৈছিল তাকো দেখুৱাইছিল। আন এদিন দেখিছিলো- এখন তালিকা। ইয়াত পৃথিৱীৰ বিভিন্ন ঠাইৰ জনজাতি মানুহৰ খাদ্যাভ্যাস আৰু সেই খাদ্যৰ পৰা উপলব্ধ হোৱা ভিটামিনৰ বিষয়ে লিখা আছিল। অসমৰ প্ৰায়বোৰ বড়ো গাভৰুৰে ধুনীয়া চুলিটাৰিৰ কাৰণো এই খাদ্যাভ্যাসেই। মাজে মাজে আকৌ খুহুতীয়া কথাও কৈছিল। সেইবোৰ কথা মনত পেলাই যিকোনো সময়তে অকলশৰীয়াকৈ হ'লেও হাঁহিব পাৰি। প্ৰশাসনীয় বিষয়াৰ পৰা আঁতৰি তাঁৰে আছিল ৰগৰ কৰিব পৰা বিৰল গুণৰ অধিকাৰী।

কোনটো বিষয়তনো তাঁৰৈৰ জ্ঞান নাছিল? সকলো বিষয়ৰে শেহতীয়া খবৰবোৰ তেখেতৰ পৰা জানিব পৰা হৈছিল। আনকি চিকিৎসা বিজ্ঞানৰো। জ্ঞানৰ লিপ্সাই তেখেতক ঘৰ সজাৰ পৰা আঁতৰাই ৰাখিলে। বৰ্তমানৰ দুৰ্নীতিৰ দিনত তাঁৰৈৰ দৰে প্ৰশাসনীয় সেৱাৰ বিষয়া এজনে জীৱনকালত এটা ঘৰ সাজিব নোৱাৰিলে- সঁচা কথা, লগতে আচৰিত হ'বলগীয়াও। কিন্তু অসমীয়া সাহিত্যত তেখেতৰ অৱদানে নিশ্চয় এখন নতুন ঘৰৰ সূচনা কৰি থৈ গ'ল।

উচ্চ পদবীত থাকিলে মানুহ সাহসেৰে থাকে- ক্ষমতা থকাৰ বাবে। ১৯৮৬ চনত অৱসৰ গ্ৰহণৰ পিছতো তাঁৰৈৰ এই সাহসৰ কোনো পৰিৱৰ্তন হোৱা নাছিল। আগৰ দৰেই আমি গ'লেই তাঁৰৈৰ পৰা মনৰ খোৰাক যোগাব পৰা কথা আৰু আমৈয়ে যতনাই দিয়া চাহ-জলপানেৰে আপ্যায়িত হৈছিলো। ২০০০ চনৰ ছেপ্টেম্বৰ মাহত তেখেতৰ মাজু জোঁৱাই দুৰ্গা বসুমতাৰী স্বৰ্গগামী হয়। এই ঘটনাই যেন তেখেতৰ সত্তাক জোকাৰি গ'ল। সেই সময়ত তেখেত নিজেও অসুস্থ। তেখেতে কৈছিল- 'মই কেইবছৰমান বেছিকৈ জীয়াই থাকিব পৰা হ'লে ভাল আছিল। অন্ততঃ বুনৰ ছোৱালীজনীৰ বিয়ালৈকে।' পিছে ভগবানে মঞ্জুৰ নকৰিলে সেই আশা। অৱশ্যে আমি সৰ্বসাধাৰণে বিশ্বাস কৰা, সকলো আশা পূৰণ কৰিব পৰা ভগবানজনক তাঁৰৈয়ে বিশ্বাস নকৰিছিল।

*আমাৰ অসম, ১২ এপ্ৰিল, শনিবাৰ, ২০০৩, নিবেদিতা বৰাই লিখিলে 'তাঁৰৈৰ স্মৃতিত'।*

## 'বণ্ডুকা বেহাৰ', 'ফেৰেংগাদাও'ৰ স্ৰষ্টালৈ শ্ৰদ্ধাঞ্জলি

# মানৱতাবাদী মেদিনী চৌধুৰী

**জিষ্ণু মেধি**

'সাহিত্যক হোৱাটো মই আকস্মিক ঘটনা বুলি নাভাবোঁ। ইয়াৰ বাবে মোৰ এক সচেতন প্ৰচেষ্টা আছিল। মই যথেষ্ট পঢ়া-শুনা কৰিছিলো।' - যথেষ্ট আত্মবিশ্বাসেৰে এনেদৰে কোৱা মেদিনী চৌধুৰীয়ে তেওঁৰ এই প্ৰবল আত্মবিশ্বাসৰ সত্যতা ইতিমধ্যে প্ৰমাণ কৰিছে মহাপুৰুষ মাধৱদেৰ জীৱন আধাৰিত 'বণ্ডুকা বেহাৰ' (১৯৭৬), বিষ্ণু ৰাভাৰ জীৱনক লৈ লিখা 'ফেৰেংগাদাও' (১৯৮২), নাট্যাচাৰ্য ব্ৰজ শৰ্মাৰ জীৱনৰ আধাৰত ৰচনা কৰা 'খোলাকটিৰ তাল'ৰ দৰে গ্ৰন্থৰ দ্বাৰা। এবাৰ এক সাক্ষাৎকাৰত ঔপন্যাসিক, গল্পকাৰ শ্ৰদ্ধেয় মেদিনী চৌধুৰীয়ে কৈছিল- 'সামাজিক-সাংস্কৃতিক জীৱনৰ স্বীকৃতি-অস্বীকৃতিৰ চিন্তা মনলৈ নাহে। মোৰ সাহিত্য সৃষ্টিৰ এটা মিছন আছে। অসমৰ শোষিত-বঞ্চিত-নিৰ্যাতিত-নিপীড়িন জনগণৰ আশা-আকাংক্ষা, দুখ-দুৰ্দশাৰ সমস্যাবোৰক তুলি ধৰাই মোৰ সাহিত্য সৃষ্টিৰ মূল উদ্দেশ্য। তাকে কৰিবলৈ যাওঁতে মোক কোনে স্বীকৃতি দিলে, কোনে মোক অৱহেলা কৰিলে তালৈ মোৰ কোনো ভ্ৰূক্ষেপ নাই।'

এইজন মেদিনী চৌধুৰীক অকল ঔপন্যাসিক, গল্পকাৰ বুলিয়েই অভিহিত কৰিব পাৰি জানো? কোনো কোনো জাত্যভিমানী সাহিত্য-সমালোচকে উপেক্ষা কৰিলেও এজন পণ্ডিত-চিন্তাবিদ হিচাপে এক সুপৰিচিত আছে বিশিষ্ট কথাশিল্পীজনৰ। তেওঁৰ চিন্তনে, তেওঁৰ সৃজনশীলতাই, তেওঁৰ ঋদ্ধিয়ে অসমীয়া উপন্যাসজগতখনক কেইবাটাও মৌলিক দিশৰ উন্মোচন কৰিছে। তেওঁৰ ভিতৰত সোমাই থকা অনন্য মেধা আৰু সৃজনীশক্তিৰ বলতেই মহাপুৰুষ দুজনাৰ জীৱনৰ আধাৰত চৈয়দ আব্দুল মালিক আৰু লক্ষ্মীনন্দন বৰাই উপন্যাস ৰচনা কৰাৰ পূৰ্বেই ৰচনা কৰি উলিয়াইছিল মহাপুৰুষ মাধৱদেৱৰ জীৱন আধাৰিত 'বণ্ডুকা বেহাৰ।'

সাহিত্যিক জীৱনৰ প্ৰথমখন উপন্যাসতে এক নতুন আংগিকৰ জন্ম দিছিল মেদিনী চৌধুৰীয়ে। ১৯৭২ চনত প্ৰকাশ পোৱা প্ৰথম উপন্যাস 'অনন্য প্ৰান্তৰ'ত ব্যৱহাৰ কৰিছিল ভ্ৰমণ বৰ্ণনাৰ দৰে কথনশৈলী। অসমৰে ভূগোল-ইতিহাস-ঐতিহাসিক স্থানৰ বৰ্ণনাৰে 'অনন্য প্ৰান্তৰ' তেওঁৰ অভিনৱ সৃষ্টি। ইতিহাসৰ ওপৰত থকা গভীৰ অধ্যয়নৰ পৰিচয় দিছে 'লুইত বৰাক আৰু ইছলাম'ত। এই গ্ৰন্থখনেই প্ৰমাণ কৰিছে অসমত হিন্দু আৰু ইছলাম ধৰ্ম-সাংস্কৃতিক সম্পৰ্কত প্ৰভূত জ্ঞান থকা অসমীয়া ব্যক্তি সম্ভৱতঃ দ্বিতীয়জন নাই। তথাকথিত ধৰ্মপ্ৰাণ নোহোৱা সত্বেও চৌধুৰী আছিল হিন্দুৰ বেদ-উপনিষদ-পুৰাণৰ সুপণ্ডিত। একেদৰে ইছলাম ধৰ্ম সম্পৰ্কীয় জ্ঞানৰ ভঁৰালো টনকিয়াল আছিল তেওঁৰ। মাধৱদেৱৰ জীৱন আধাৰিত 'বণ্ডুকা বেহাৰ'ত শাস্ত্ৰজ্ঞ গোবিন্দ আৰু মাধৱৰ মাজত যি তাত্ত্বিক আলোচনা প্ৰকাশ পাইছে, তাতেই জানিব পাৰি মেদিনী চৌধুৰীৰ অপৰিসীম তত্বজ্ঞানৰ কথা।

ব্যক্তিগত জীৱনত মানৱতাবাদত বিশ্বাসী চৌধুৰীৰ সাহিত্য-কৰ্মতো প্ৰতিফলিত হৈছে মানৱতাবাদ। এটা প্ৰসংগ উল্লেখ কৰিলে বিশিষ্ট কথাশিল্পীজনে আজীৱন মানৱতাবাদত বিশ্বাস ৰাখি অহাটো স্পষ্ট হ'ব। এক অতি সাত্ত্বিক জীৱন-চৰ্যাৰ মাজেৰে দিন পাৰ কৰা মহাপুৰুষ মাধৱদেৱৰ জীৱনৰ আধাৰত উপন্যাস ৰচনা কৰা লেখক চৌধুৰীয়ে কিদৰে বিষ্ণুপ্ৰসাদ ৰাভাৰ দৰে এক বিপ্লৱী জীৱন-বিলাসী তথা ৰোমাণ্টিক ব্যক্তিৰ জীৱনক লৈ উপন্যাস ৰচনা কৰিছিল বুলি এবাৰ এক প্ৰশ্ন উত্থাপিত হৈছিল। উক্ত কাৰ্য ঔপন্যাসিকজনৰ এক স্ববিৰোধী সিদ্ধান্ত আছিল নেকি বুলিয়েই অনুৰাগী পাঠকে তেনে প্ৰশ্নৰ অৱতাৰণা কৰিছিল। কিন্তু সেই জটিল প্ৰশ্নটোৰে এক সহজ উত্তৰ দিছে চৌধুৰীয়ে। তেওঁ কৈছিল- মাধৱদেৱ আৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱনত কৰ্মক্ষেত্ৰৰ বিস্তৰ প্ৰভেদ আছিল যদিও এটা বিষয়ত দুয়োৰে মিল আছিল যথেষ্ট। সেয়া দুয়োৰে হৃদয়। হৃদয়ৰ উচ্চতাৰে সমৃদ্ধ আছিল মাধৱদেৱ আৰু বিষ্ণুপ্ৰসাদ ৰাভা। এই সমৃদ্ধিয়ে যিকোনো মানৱতাবাদী লেখককেই আকৃষ্ট কৰিব পাৰে।

এইজন মানৱতাবাদী মেদিনী চৌধুৰীয়ে বিচৰণ কৰা পৃথিৱীখনৰ অনুভৱ-অভিজ্ঞতা বৰ্ণাঢ্য হোৱা বাবেই তেওঁৰ ব্যক্তিত্বই লাভ কৰিছিল এক বিৰল বিশিষ্টতা। প্ৰচাৰবিমুখ, সদালাপী মেদিনী চৌধুৰীৰ কায়িক অনুপস্থিতিয়ে ৰামধেনু যুগৰ অন্যতম প্ৰতিনিধি এজনৰ অভাৱ অনুভূত কৰাব অসমৰ সুধীসমাজৰ মাজত। কেতিয়াও বঁটা-সন্মান, স্বীকৃতি আদিলৈ গুৰুত্ব নিদিয়া মেদিনী চৌধুৰীয়ে প্ৰকৃততে, এক আক্ষেপ বুকুত লৈয়েই হয়তো আঁতৰি গ'ল আমাৰ মাজৰ পৰা। এই লেখাৰ আৰম্ভণিতে উদ্ধৃত কৰা চৌধুৰীৰ কথাখিনিয়েই আমাক জনাই গৈছে তেওঁৰ অনুচ্চাৰিত আক্ষেপ-অভিমানৰ কথা।

*১৪ ফেব্ৰুৱাৰী শুকুৰবাৰ ২০০৩ চনৰ 'আমাৰ অসম'ত লিখিছিল 'বগুকা বেহাৰ', 'ফেৰেংগাদাও'ৰ স্ৰষ্টালৈ শ্ৰদ্ধাঞ্জলি। মানৱতাবাদী মেদিনী চৌধুৰী। বগুকা বেহাৰ আৰু ফেৰেংগাদাওৰ পাঠকসকলে এক স্ববিৰোধী সিদ্ধান্ত বুলিয়ে ধৰি লৈছিল। কিন্তু জিষ্ণু মেধিৰ লিখনি আৰু চৌধুৰীদেৱে উত্তৰত কোৱা কথা - "মাধৱদেৱ আৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱনত কৰ্মক্ষেত্ৰৰ বিস্তৰ প্ৰভেদ আছিল যদিও এটা বিষয়ত মিল আছিল যথেষ্ট। সেয়া দুয়োৰো হৃদয়। হৃদয়ৰ উচ্চতাৰে সমৃদ্ধ আছিল মাধৱদেৱ আৰু বিষ্ণুপ্ৰসাদ ৰাভা।"*
*জিষ্ণু মেধিৰ কলমেৰে -*

# অসমীয়া সাহিত্যত মেদিনী চৌধুৰীৰ সুবাস

**জগত বৰা**

আমি সৰু থাকোঁতেই মেদিনী চৌধুৰীৰ নাম শুনিছিলো। তেওঁক আমি 'মাটিৰ হাকিম' বুলিয়েই জানিছিলো। যেতিয়া আমি 'বাহিৰা কিতাপ' পঢ়িব পৰা হ'লো, তেতিয়া তেওঁৰ অনবদ্য ৰচনাসমূহ পঢ়ি ৰসাপ্লুত হোৱাৰ লগতে তেওঁ যে এজন অসমৰ খ্যাতিমান শক্তিশালী লেখক, সেই কথাৰ উমান পালো। তেওঁৰ 'তাত নদী নাছিল', 'ফেৰেংগাদাও', 'অনন্য প্ৰান্তৰ', 'বগুকা বেহাৰ' আদি উপন্যাস পঢ়ি জানিব পাৰিলো তেওঁৰ ৰচনা-ৰীতিৰ অভিনৱত্ব। 'তাত নদী নাছিল' উপন্যাসত তেওঁ শৰণীয়া কছাৰী লোকেৰে ভৰা গোৰেশ্বৰ অঞ্চলৰ পটভূমিত ৰচিত এখন আত্মজৈৱনিক নতুন স্বাদৰ উপন্যাস। তাত তেওঁ আনকি গোৰেশ্বৰ অঞ্চলৰ থলুৱা মাত-কথাকো স্থান দি উপন্যাসৰ কথকতাত এক নতুনত্ব আনিছিল। প্ৰয়াত মেদিনী চৌধুৰী যেতিয়া সাহিত্য অকাডেমি বঁটা লাভ কৰা নাছিল, তেতিয়া আমি তেওঁক জনজাতি বুলিয়েই উপেক্ষা কৰাৰ অভিযোগ আনি দুই-এখন কাকতত চিঠি লিখিছিলো। কিন্তু পৰৱৰ্তী কালত অকাডেমিৰ বঁটা পোৱাত তেওঁৰ অনুৰাগীসকল আনন্দিত হৈছিল। এইখিনিতে এষাৰ ব্যক্তিগত অভিজ্ঞতাৰ কথা মনলৈ আহে। যিদিনা তেওঁলৈ অকাডেমিৰ বঁটা ঘোষিত হৈছিল, সেইদিনা আমি গুৱাহাটীৰ পৰা নিজ ঘৰলৈ গৈছিলো। আমাৰ ঘৰৰ অলপ দূৰতে তেওঁৰ বায়েকৰ ঘৰ। বায়েকগৰাকী বহুদিন আগতে বৈধব্য জীৱন কটাব লগা হৈছে। ল'ৰা-ছোৱালীকেইটাও বুজন হৈ উঠা নাছিল। গতিকে তেওঁৰ আৰ্থিক অৱস্থা অতিশয় শোচনীয়। আমাৰ ঘৰলৈ গ'লে বায়েকৰ ঘৰ আগতে পায়। ঘৰলৈ গৈ থাকোঁতে দেখিলো তেওঁৰ বায়েকে পদূলিমুখতে ধান নে আন কিবা চৰুত উখুৱাবলৈ ধৰিছে। বায়েকক মই ক'লো- বাই, তহঁতৰ মেদিনী ছাৰে দেখোন চৰকাৰৰ পৰা পুৰস্কাৰ পাইছে, গম পাইছ নে নাই? বায়ে মিচিকিয়া হাঁহি মাৰি ক'লে- পুৰস্কাৰ পাইছে ভাল হৈছে; পিছে সি দেখোন আমাৰ খা-খবৰেই নলয়! আমি দুখীয়া নহয়, সেয়ে। বাইৰ এই আক্ষেপ মিহলি উত্তৰ শুনি মোৰ মনটো বেয়া লাগিল। ভাবিলো- তেওঁৰ (চৌধুৰী) বিৰুদ্ধে গোৰেশ্বৰ অঞ্চলৰ মানুহৰ থকা ক্ষোভ বা আক্ষেপবোৰ সঁচা নেকি। যি কি নহওঁক, মেদিনী চৌধুৰীৰ মেধা, অভাৱনীয় স্মৃতিশক্তি আৰু অননুকৰণীয় বাগ্মিতাৰ পৰিচয় তেওঁৰ সংস্পৰ্শলৈ অহা প্ৰত্যেকেই জানে। এইজনা মহীৰূহৰ মৃত্যুত গোৰেশ্বৰবাসীৰ লগতে সমগ্ৰ অসমৰ গুণগ্ৰাহীসকল ম্ৰিয়মাণ হৈ পৰিছে। তেওঁৰ মৃত্যুৰ দিনত আমিও আমাৰ গভীৰ শোক আৰু শ্ৰদ্ধা নিবেদন কৰিলো। তেওঁৰ সাহিত্য-সুবাস চিৰদিন অম্লান-অক্ষয় হৈ থাকক!

*১৪ ফেব্ৰুৱাৰী শুকুৰবাৰ ২০০৩ চনৰ 'আমাৰ অসম' কাকতত মনৰ আক্ষেপ মেদিনীৰ মৃত্যুৰ পিচতো আছে বুলি জগত বৰা গোৰেশ্বৰ, বংমহল লিখাত আভাস এটা প্ৰকাশ পাইছে। তেওঁ উল্লেখ্য কাহিনীত মেদিনীৰ বায়েক প্ৰকাশিয়ে ভুল কৰিছে যেন পাওঁ। মেদিনীহঁতৰ নিজা বায়েক নাই। ৰামছা গাঁৱৰ নিশ্চয় বহু চিনাকি আছে, লিখাৰ আগতে*

সুধি ল'লে ভাল আছিল। ইফালে সাহিত্যিক যেতিয়া কিতাপ প্ৰত্ৰ নিশ্চয় পঢ়ে। আমাৰ মাৰ স্মৃতি চাৰণ পটিব। মাৰ স্মৃতি চাৰণৰ ওপৰত লিখা-লিখিও চলিছিল। কিতাপখনৰ নাম আছিল 'এৰি থৈ অহা দিনবোৰ' দ্বিতীয় খণ্ড, মলয়া খাউণ্ড আৰু মামণি ৰযছম গোস্বামীৰ দ্বাৰা সঙ্কলিত। আমাৰ গাঁৱত এখন নে দুখন কাৰোবাৰ তাত মই নি দিছো। "অসমীয়া সাহিত্যত মেদিনী চৌধুৰীৰ সুবাস" ঠিকেই দিলে কিন্তু সাহিত্যৰ সুবাস নাপালো বৰং অবক্ত খুদিত হ'লো

# ককাৰ সান্নিধ্যত কেইটামান দিন

**দুলুমণি কলিতা**

সিদিনা কি বাৰ আছিল মই পাহৰিলোঁ। ২০০২ চনৰ আগষ্ট মাহৰ কোনোবা এটা দুপৰীয়া। মই সেই সময়ত ৰাজধানী নাৰ্ছৰীত অৱস্থিত 'দৈনিক জনমভূমি' কাকতৰ কাৰ্যালয়ত প্ৰশিক্ষাৰ্থী হিচাপে যোগ দিছিলোঁ। সিদিনা হঠাতে আমাৰ সম্পাদক হেমন্ত বৰ্মন ছাৰে মোক এটা কাম দিলে। চানমাৰি আৰক্ষী চকীৰ কাষতে থকা প্ৰথিতযশা সাহিত্যিক তথা সাংবাদিক মেদিনী চৌধুৰীৰ ঘৰলৈ গৈ এটা লেখা আনিব লাগে। লেখা মানে, শাৰীৰিক অসুস্থতাৰ বাবে তেখেতে লিখিব নোৱাৰে। সেয়ে তেখেতে কৈ যাব আৰু মই লিখিম। কথাষাৰ শুনি আনন্দিত আৰু ৰোমাঞ্চিত হৈছিলোঁ। কিয়নো তেতিয়ালৈকে কেৱল মেদিনী চৌধুৰীৰ নামটোহে শুনি আছিলোঁ। সিদিনা তেখেতক দেখাৰ লগতে কথা পাতিবও পাৰিম। কিন্তু এষাৰ কথাই মোক ভবাই তুলিছিল- মানুহজন বা কেনেকুৱা হয়?

সি যিকি নহওক, সঠিক সময়তেই মই চানমাৰি কলনিৰ সেই নিৰ্দিষ্ট ঘৰটোত উপস্থিত হৈছিলো। মোৰ পৰিচয় পায়েই তেওঁ কৈ উঠিল- 'হেমন্তইনো এইজনী কি অকণমাণি ছোৱালী মোৰ ওচৰলৈ পঠিয়াইছে?' কথাষাৰত মোৰ হাঁহি উঠি গ'ল। আৰু সেয়াই আৰম্ভণি। তাৰ পিছত তেওঁৰ সেই খুহুতীয়া কথা আৰু ৰসাল ব্যক্তিত্বৰ বিভিন্ন দিশবোৰৰ সান্নিধ্য লাভ কৰাৰ সুযোগ লাভ কৰিছিলোঁ। বহুকেইদিন লক্ষ্য কৰিছিলোঁ যে টিভিৰ পৰ্দাত চলি থকা নাটকখন চাই থাকোতেও নাটকৰ চৰিত্ৰসমূহৰ দুখ দেখি তেওঁৰো দুচকু চপচপীয়া হৈ উঠে। ইমানেই ফুলকোমল এখন হৃদয়ৰ গৰাকী আছিল তেওঁ। সৰু ল'ৰা-ছোৱালীৰ দৰে ভাল পাইছিল 'এলপেনলিবী' চকলেট। এবাৰ মই তেওঁলৈ সেই চকলেট লৈ গৈছিলোঁ। সেই সময়ত তেখেতৰ গেষ্ট্ৰিকৰ অসুখৰ কথা মই গম পোৱা নাছিলোঁ। কিন্তু মোৰ হাতৰপৰা আটাইবোৰ চকলেট লৈ তেওঁ মনে মনে সেইবোৰ জেপত ভৰাই থৈ এটা এটাকৈ মুখত দিছিল। আৰু এনেকৈয়ে মোৰ অজানিতেই আমাৰ সম্বোধন 'ছাৰ'ৰ পৰা 'ককা'লৈ পৰিবৰ্তিত হৈছিল। ককাই কৈ গৈছিল। মই লিখি গৈছিলোঁ। চীনা আক্ৰমণৰ সময়ছোৱাত তেজপুৰ চহৰত হোৱা অভিজ্ঞতাৰ বৰ্ণনাসম্বলিত তেওঁৰ সেই ৰচনাৰ নাম দিছিল 'সপোন সপোন লাগে'। কেতিয়াবা ড্ৰইং ৰুমৰ চকীত অথবা কেতিয়াবা ডাইনিং টেবুলত ৰ'দ পুৱাই তেওঁ সোমাই পৰিছিল নষ্টালজিয়াৰ পাতে পাতে। ইমান যে ঠাইৰ বুৰঞ্জীৰ জ্ঞান আছিল তেওঁৰ। এদিনাখনৰ কথা। হঠাতে 'নৱকান্ত বৰুৱাৰ কবিতাৱলী'খন মোৰ হাতত দি তেওঁ নিৰ্বাচন কৰি দিয়া কবিতাবোৰ পঢ়িবলৈ দিলে। এটা পঢ়ি শেষ হ'লে মোৰ হাতত পৰেহি এটা 'এলপেনলিবী'। শেষত মূৰ দাঙি দেখো- ককাই কান্দিছে। তেওঁ সঁচাকৈয়ে সোমাই পৰিছে প্ৰত্যেকটো শব্দৰ বুকুৰ মাজত। বহুবাৰ অহা-যোৱা কৰিলোঁ চানমাৰিৰ সেই ঘৰখনলৈ। প্ৰথমতে গৈছিলো কামৰ তাগিদাত। পিছলৈ এনেয়ে যোৱা হ'লো- ককা-আইতাৰ সৈতে কথা পাতিবলৈ। সিদিনা গম পালো- ককা আৰু নাই। আন বহুজনৰ দৰে ময়ো গৈছিলো চানমাৰিৰ সেই ঘৰখনলৈ। মোক লগ পাই

আইতাই ক'লে- 'মই কেতিয়াবা নিজৰ ঘৰ এটাৰ কথা ক'লে মানুহজনে সদায়ে কৈছিল, ঘৰনো কেলেই, য'ত থাকা সেয়াই ঘৰ।' সঁচাই হৃদয়ৱানজনৰ বাবে সমগ্ৰ পৃথিৱীয়েই ঘৰ। তেওঁ বিলাই ফুৰে কেৱল মৰম আৰু বহুত মৰম। আইতাৰ পৰা বিদায় লৈ ওলটাৰ পৰত মোৰ মনত পৰিছিল কবি হীৰেন্দ্ৰনাথ দত্তৰ সেই কবিতাশাৰী- 'শিৰোমণি পুৰুষে ক্ষুদ্ৰ স্বাৰ্থৰ মেৰপাশ বিদাৰি মৰা দিনলৈকে আনৰ কাৰণে অমৃত বিচাৰি ফুৰে...'

*'দৈনিক জনমভূমি', ২৫ ফেব্ৰুৱাৰী, ২০০৩, বাতৰি কাকতৰ পাততেই লিখিছিল দুলুমণি কলিতাই "ককাৰ সান্নিধ্যত কেইটামান দিন"*

# Medini Choudhury : a tribute

**Amit Kumar Nag**

Medini Choudhury, a prominent Assamese litterateur and a powerful writer in English, belonged to a leading Bodo Kachari family of Ramcha village under Goreswar PS of Kamrup district. He had his education in Kamrup and later graduate from the Cotton College, Guwahati.

He was born in January 1927 and started evincing keen interest in the national freedom struggle. In 1946 he met Mahatma Gandhi during his stay at the Sarania Ashram, Guwahati.

As the entry of tribal people was prohibited in the Mahapurushia satra at Barpeta, Medini Choudhury took active part in mobilising public opinion in support of the entry of tribal followers of the satra into the Barpat or the big satra.

In 1949 he came into close contact with the great revolutionary and dedicated cultural personality Bishnu Rabha. He was associated with the Assamese daily newspaper *Dainik Shantidoot* during 1950-55 when it made its debut from Pandu in Guwahati.

He was recruited in the Assam Civil Service in late 1950s and early 1960s and served in different capacities from EAC, ADC, director of PT & WBC, Director of Information and Cultural Relations, etc., Director of Tribal Research Institute, Assam, Director of Sericulture and Weaving besides serving as a Deputy Secretary, Home, Assam.

Besides beig a regular columnist of newspapers, he contributed articles to a number of leading Assamese newspapers.

His Assamese short stories made his name very popular among readers. Some of his twenty or more novels made his name household word. In 1999 he was honoured with the Sahitya Akademi award for his remarkable literary contribution *Bipanna Samay*. His pen never took rest and even shortly before his passing away he completed a book on Sankaradev's Bhaktivad on an all India background. His book on terrorism or the valuable treatise on Islam and the Brahmaputra nad the Barak have left a lasting impression. Even the student movement of China came under his scrutiny while his Englush books, *The Tribes of Assam Plains* or the *Making of a leader* have been received with enthusiasm.

He edited two Assamese journals, *Sutradhar* and *Samakal* and blazed a new trail in Assamese journalism.

His father, late Hit Ram Choudhury and mother, late Sarala Choudhury inspired him to greatness and dedication while his wife Pramila Choudhury and three daughters and one son were also of immense inspiration. In his death, Assam and the entire country have become poorer. The void created on February 13, 2003 in his sudden passing away has caused an irreparable loss.

# নীৰৱ সাধক মেদিনী চৌধুৰী

**প্ৰণতি চৌধুৰী**

অসমীয়া সাহিত্য জগতৰ অন্যতম বিশিষ্ট ঔপন্যাসিক, গল্পকাৰ, কবি, সমালোচক আৰু সাংবাদিকৰূপে খ্যাত বৰেণ্য লেখক মেদিনী চৌধুৰী আজি আমাৰ মাজত নাথাকিব পাৰে কিন্তু সেইগৰাকী কীৰ্তিমন্ত লেখকৰ লেখা ৰাশিয়ে অসমীয়া ভাষা-সাহিত্য তথা অসমীয়া সাংস্কৃতিক জীৱনধাৰাৰে মিলি এক অন্যতম ধাৰাৰ ৰূপৰ প্ৰবাহিত হৈ ৰ'ব। এইগৰাকী কীৰ্তিমন্ত লেখকে তেওঁৰ লেখাৰ মাজেৰে অসমীয়া সাহিত্যত এক নতুন চমকনি তুলিছিল। তেওঁৰ লেখাৰ বিচিত্ৰতাই আনি দিছিল অসমীয়া সাহিত্যলৈ এক নতুন মান। মেদিনী চৌধুৰীৰ সৃষ্টিৰ দিশবোৰ আছিল বিচিত্ৰতাৰে পূৰ্ণ আৰু সেয়েই সেই বিচিত্ৰতাৰেই অসমীয়া সাহিত্য জগতত এখন বেলেক আসন দখল কৰিবলৈ সক্ষম হৈছিল। মানুহে বহুত আশা কৰে হয় কিন্তু আশা পূৰ্ণ হয় জানো? মেদিনী চৌধুৰীৰো আশা আশাতেই থাকি গ'ল - অকালতে অসমীয়া সাহিত্য জগতখনৰ মাজৰ পৰা হেৰাই গ'ল। হেৰাই গ'ল আমাৰ মাজৰ পৰাও চিৰদিনৰ বাবে।

এই গৰাকী আমাৰ চিৰনমস্য ব্যক্তিৰ জন্ম হৈছিল কামৰূপ জিলাৰ গোৰেশ্বৰৰ ৰামছা গাঁৱত - ১৯২৭ চনত। দেউতাক আছিল শ্ৰীযুত হিতৰাম চৌধুৰী আৰু মাক আছিল শ্ৰীযুতা সৰলাবালা চৌধুৰী। জীৱনৰ আদিপাঠ তথা প্ৰাথমিক শিক্ষা গ্ৰহণ কৰিছিল গোৰেশ্বৰতেই। পৰৱৰ্তী শিক্ষা গ্ৰহণ কৰিছিল নলবাৰীৰ গৰ্ডন হাইস্কুলত উচ্চ মাধ্যমিক শিক্ষা আৰু গুৱাহাটীৰ কটন কলেজৰ পৰা স্নাতক ডিগ্ৰী লৈছিল।

১৯৫৬ চনত মেদিনী চৌধুৰীয়ে অসম চৰকাৰৰ অসম প্ৰশাসনীয় সেৱাৰ চৰকাৰী বিষয়াৰূপে কাৰ্যভাৰ গ্ৰহণ কৰি ১৯৮৬ চনত ৰেচম বিভাগৰ সঞ্চালকৰূপে কাৰ্যনিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰে। ১৯৫৬ চনৰ পৰা ১৯৮৬ চনলৈকে চৰকাৰী চাকৰি জীৱনৰ এই সুদীৰ্ঘ পৰিক্ৰমাত অসমৰ বিভিন্ন ঠাইত মেজিষ্ট্ৰেটৰূপে কাৰ্যনিৰ্বাহ কৰাৰ উপৰি শ্ৰীচৌধুৰীয়ে অসম ভৈয়াম জনজাতি আৰু অন্যান্য পিচপৰা শ্ৰেণীৰ কল্যাণ সঞ্চালকালয়, জনজাতি গৱেষণা প্ৰতিষ্ঠান, তথ্য আৰু জনসংযোগ বিভাগৰ দৰে গুৰুত্বপূৰ্ণ বিভাগ আদিৰো সঞ্চালকৰ গুৰুদায়িত্ব বহন কৰিছিল। শ্বিলংৰ পৰা দিশপুৰলৈ অসমৰ ৰাজধানী নামি অহাৰ সময়ত তেখেতে গৃহবিভাগৰ উপ-সচিবৰ পদত কাৰ্যনিৰ্বাহ কৰিছিল। অসম চৰকাৰৰ এগৰাকী প্ৰশাসনীয় বিষয়াৰূপে মেদিনী চৌধুৰীৰ সুনাম আছিল। চৰকাৰী কৰ্তব্যক কোনোদিন অৱহেলা কৰা দেখা নাছিলো। চৰকাৰে যেতিয়াই যি ঠাইলৈকে বদলি কৰিছিল সেই ঠাইলৈকে গৈ কামত যোগদান কৰিছিল। মেদিনী নামটোৰ দৰেই তেওঁ সকলো ঠাইৰেই মানুহৰ লগত আপোন হৈ সকলোৰে লগত মিলি গৈছিল। তেওঁ মানুহৰ মনৰ লগত যোগসূত্ৰ স্থাপন কৰিবলৈ বেছিপৰ নালাগিছিল। মেদিনী চৌধুৰী এনে মনৰ মানুহ আছিল - যি যেন পৃথিৱীখনৰ মানুহকেই আপোনা কৰি ল'ব। মেদিনী চৌধুৰী যদি অতি ভিতৰুৱা অঞ্চল বা দুৰ্গম ঠাইলৈ চৰকাৰী চাকৰিৰ তাগিদাত গৈছে

সেই ভিতৰুৱা পিচপৰা অঞ্চলটোৰ মানুহখিনিৰ বুজ লৈছে, সমস্যাৰ বুজ লৈ সেইবোৰ সমস্যা সমাধান কৰাৰ বাবে তৎকালেই যত্নপৰ হৈছে। সেয়েই, মানুহৰ মনৰ মানুহ হৈ পৰা মেদিনী চৌধুৰীক চৰকাৰে নতুন ঠাইলৈ বদলি কৰিলে বিদায় সম্বৰ্ধনা জনাই শোকত ম্রিয়মান হৈছিল সেই অঞ্চল, সদৰৰ লোক, বিষয়াকৰ্মী।

চৰকাৰী বিষয়াৰূপে শ্ৰীচৌধুৰী আছিল অতি ব্যস্ত বিষয়া। কিন্তু সেই ব্যস্ততাৰ মাজতে তেখেতে ইমানবোৰ গ্ৰন্থ কেতিয়া ৰচনা কৰিব পাৰিলে বহুতৰ বাবেই চিন্তনীয় বিষয়। মেদিনী চৌধুৰীয়ে সেই ব্যস্ততাৰ মাজত যেতিয়াই সময় পায় লিখিছিল। সাহিত্য সৃষ্টিৰ গাণ্ডীৱখন সকলো সময়তে অৰ্জুনৰ দৰে কঢ়িয়াই লৈ ফুৰিছিল আৰু চিকাৰ পালেই দুহাতত তুলি লৈছিল সুযোগ সন্ধানীৰূপত। চৰকাৰী ভ্ৰমণসূচী লৈ বিভিন্ন ঠাইলৈ যেতিয়াই যায় - তেতিয়াই আহৰণ কৰিছিল তেখেতে লেখাৰ সমল। এবাৰ ৰেচম বিভাগৰ সঞ্চালক হৈ থাকোতে চীন দেশ ভ্ৰমণলৈ গৈছিল। এই চীনদেশলৈ যোৱাৰ আগতে জাপানৰ আলহী আহি গুৱাহাটীৰ খানাপাৰৰ ৰেচম পামখন চোৱাই নহয় - অসমৰ বিভিন্ন অঞ্চলৰ মুগা পামবোৰ পৰিদৰ্শন কৰিছিল। চীনলৈ যোৱাৰ সেই বিদেশ ভ্ৰমণ কালত বিভাগৰ ভালেকেইগৰাকী বিষয়াও তেওঁৰ লগত আছিল। সেই চীন ভ্ৰমণৰ পিচত বহুত ফটোগ্ৰাফ পঠিয়াইছিল - য'ত আছিল চীন দেশৰ ৰেচম বিভাগীয় বিষয়াবৰ্গৰ লগতে অন্যান্য ছবি। সেই ফটোবোৰত ধুনীয়া প'জত তোলা বহুতো ছবি আছিল কিন্তু তাৰ মূল মানুহজনৰ ছবি নাছিল। ছবি আছিল দুই চাৰিখনমান ফটোগ্ৰাফত। আচলতে তেওঁ ছবি উঠি ভাল নোপোৱা নহয় - তাৰবাবে সময় নাছিল। তেওঁৰ মূল কাম আছিল বিভাগীয় কাম-কাজ আয়ত্ব কৰাৰ লগতে থাওকতে চীন সম্পৰ্কে কিছুকথা বুজি লৈ তাক আয়ত্ব কৰা। তেখেতৰ কাৰণে ডাঙৰ কথাটো আছিল লেখাৰ সম্পৰ্কে সমল গোটোৱা। চীনৰ পৰা আহিয়েই তেওঁ লিখি উলিয়ালে - 'য়াংজু নদীৰ পাৰ' আৰু 'চীনৰ ছাত্ৰ আন্দোলন' - এই দুয়োখন গ্ৰন্থ।

আমি দেখিছো বহুতো লেখকে এটা সময়ত নিয়মিতভাৱে লেখা-মেলা কৰে। আমাৰ এখেত আছিল সম্পূৰ্ণ বিপৰীত। লেখাৰ কোনো নিৰ্ধাৰিত সময় নাছিল। আমি ভাবি পোৱা নাছিলো, 'ফেৰেংগাদাও', 'তাত নদী নাছিল' আদিৰ বৃহৎ কলেবৰৰ কিতাপবোৰ কেতিয়া কেনেকৈ লিখি শেষ কৰিছিল। কেতিয়াবা মাজৰাতিলৈকে লিখিছিল আৰু কেতিয়াবা ৰাতিপুৱাই উঠি লিখিছিল। লিখোতে তেওঁ বৰ একান্তমনে লিখিছিল। ল'ৰা-ছোৱালীয়ে বা ঘৰৰ অন্যান্য মানুহে হুলস্থূল কৰি থকা সময়তো তাৰ মাজতে এঠাইত বহি লিখিব পৰা গুণটো তেওঁৰ আছিল। তেখেত এগৰাকী অসমৰ আগশাৰীৰ লেখক আছিল কিন্তু আচৰিত কথা তেখেতৰ এখন লিখা-মেলা কৰা নিৰ্দিষ্ট টেবুল নাছিল। ১৯৭৫ চনত জৰুৰীকালীন অৱস্থাৰ সময়ত তেখেত গৃহ বিভাগৰ উপ-সচিব পদলৈ গুৱাহাটীলৈ বদলি হৈ আহে। তেতিয়াৰ পৰা আমি গুৱাহাটীতে আছো। কেইবছৰমান চৰকাৰী বাসভৱনত থকাৰ পিচত ১৯৭৯ চনৰ পৰা চানমাৰিৰ হাউছিং ব'ৰ্ডৰ ভাড়াঘৰত থাকিবলৈ লওঁ। মানুহৰ ঘৰলৈ আলহী-অতিথি আহেই। এই আলহী আহিলে তেওঁলোকে যাতে কোনো অসুবিধা নাপায় তালৈ শততে দৃষ্টি ৰাখিছিল আৰু

নিজৰ ডাঙৰ কিতাপৰ বাকচ দুটা হৈ পৰিছিল শ্ৰীচৌধুৰীৰ বিছনা। শ্ৰীচৌধুৰীক সকলোৱে একমুখে ক'ব এগৰাকী নিষ্ঠাৱান আৰু আদৰ্শবাদী বিষয়া সেয়েহি আন বহুত ঘৰৰ দৰে নিজৰ সাধাৰণ ঘৰ এটা গুৱাহাটীত সাজি ল'ব নোৱাৰিলে।

চৰকাৰী কামৰ দায়িত্ব, ব্যস্ততা, আলহী-অতিথিৰে ভৰি থকা ঘৰ, তাৰ মাজতে তেওঁ কৰি গৈছিল লেখকৰূপে লেখা-মেলাৰ কাম। ১৯৫৪ চনৰ পৰা প্ৰায় ঊনপঞ্চাশটা বছৰ তেখেতৰ পত্নীৰূপে জীৱন কটালো - এই সুদীৰ্ঘ কালছোৱাত সংসাৰৰ দায়িত্ব তেওঁ নিজেই পালন কৰি লৈছিল। ঘৰখনৰ প্ৰত্যেকজন ব্যক্তিৰ সুখ-সুবিধাৰ প্ৰতি তেখেতে লক্ষ্য ৰাখিছিল। ঘৰৰ বনকৰা ল'ৰা-ছোৱালীৰ ঘৰৰ আপদ-বিপদতো এখেতে সহায়ৰ হাত আগবঢ়াইছিল।

সাহিত্য অকাডেমি, ত্ৰিপুৰা চৰকাৰৰ অদ্বৈতমল্ল বঁটা, অসম প্ৰকাশন পৰিষদ বঁটাকে ধৰি নিজৰ সাহিত্য কৰ্মৰে খ্যাতি অৰ্জন কৰি যোৱা প্ৰয়াত মেদিনী চৌধুৰীয়ে ১৯৪৮ চনৰ পৰাই লেখা-মেলা আৰম্ভ কৰিছিল। তেখেতৰ সাহিত্যৰ বিশাল পথাৰখনত খোজ দিছিল এটা কবিতাৰে। ৰামধেনু, পচোৱা, নতুন অসমীয়া (বাতৰি কাকত) মণিদীপ আদি কাকত-আলোচনীৰ জৰিয়তে তেওঁ সাহিত্যিকৰূপে আত্মপ্ৰকাশ কৰিছিল। প্ৰখ্যাত আলোচনী ৰামধেনুৰ গল্প প্ৰতিযোগিতাত তেওঁ পুৰস্কৃত হৈছিল।

অনন্য প্ৰান্তৰ, তাত নদী নাছিল, ফেৰেংগাদাও, বগুকা বেহাৰ, বিপন্ন সময়, যুগ যুগ গুৱাহাটী, খোলাকটিৰ তাল, য়াংজু নদীৰ পাৰকে ধৰি বাইশখনমান সৰু-বৰ উপন্যাস, তিনিখন ভ্ৰমণ কাহিনী, এশটামান গল্পকে ধৰি ইংৰাজীটো তিনিখনমান গ্ৰন্থ ৰচনা কৰিছিল। মেদিনী চৌধুৰীৰ জীৱনৰ শেষ গ্ৰন্থ — "সৰ্বভাৰতীয় ভক্তি আন্দোলন আৰু শংকৰদেৱৰ মূল্যায়ন" তেওঁৰ মৃত্যুৰ আগে আগে প্ৰকাশ হৈ ওলায়। ইয়াৰ বাহিৰেও এখেতে আলোচনী আৰু বিভিন্ন বাতৰি কাকতত কেইবাশও প্ৰবন্ধপাতি ৰচনা কৰি গৈছে। ১৯৫০ চনৰ পৰা ১৯৫৫ চনলৈ পাঁচটামান বছৰ তেওঁ সাংবাদিকতা কৰিছিল নতুন অসমীয়া, দৈনিক শান্তিদূত আদি কাকতত। ১৯৮৬ চনত চৰকাৰী চাকৰিৰ পৰা অৱসৰ লৈ সমকাল, সূত্ৰধাৰ আদি দুখনমান আলোচনীৰ সম্পাদনাৰ গুৰু দায়িত্বও বহন কৰে। ইয়াৰ উপৰি অসম অধ্যয়ন কেন্দ্ৰৰ সভাপতিৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। 'তাত নদী নাছিল' এই উপন্যাসখনৰ বাবে অসম প্ৰকাশন পৰিষদ বঁটা, 'বিপন্ন সময়' উপন্যাসখনৰ বাবে সাহিত্য অকাডেমি বঁটা লাভ কৰা মেদিনী চৌধুৰীৰ সাহিত্য সৃষ্টি আছিল বিচিত্ৰতাৰে পূৰ্ণ। এহাতে যেনেকৈ ছাত্ৰ আন্দোলনৰ ওপৰত উপন্যাস ৰচনা কৰিছে আনহাতে মাধৱদেৱৰ দৰে গুৰুজনাৰ ওপৰতো সাহিত্য সৃষ্টি কৰিছে। অকল সেয়াই নহয় - অসমৰ ঐতিহ্য, ইতিহাসক কেন্দ্ৰ কৰিও তেখেতে ৰচনা কৰি গৈছে - 'অনন্য প্ৰান্তৰ'ৰ দৰে উপন্যাস। জাতীয় ঐক্য-সমন্বয়ৰ মহান প্ৰতিভূ কলাগুৰু বিষ্ণু ৰাভাৰ ওপৰত 'ফেৰেংগাদাও' ৰচনা কৰাই নহয় - গুৱাহাটীৰ ঐতিহ্যৰ ওপৰতো শত যুগৰ ৰচনাৰে মহিয়ান কৰি থৈ এইগৰাকী লেখকে অসমীয়া সাহিত্যৰ আকাশ শূন্য কৰি অকালতে সৌ সিদিনা আমাক এৰি গুচি গ'ল চিৰদিনৰ বাবে।

# মেদিনী চৌধুৰী

## সমাজ জীৱনৰ সংযত শিল্পৰ চিত্ৰকৰ

**অতুল দত্ত**

অসমৰ সাহিত্য জগতত দীৰ্ঘ সময় ধৰি বলিষ্ঠ ভূমিকা গ্ৰহণ কৰি অহা, বিশিষ্ট সাহিত্যিক মেদিনীমোহন চৌধুৰীৰ যোৱা ১৩ ফেব্ৰুৱাৰীত পৰলোকপ্ৰাপ্তি ঘটে। ৭৬ বছৰ বয়সত মৃত্যুবৰণ কৰা চৌধুৰীয়ে নানাৰঙী সৃষ্টিৰে অসমীয়া জাতীয়জীৱন সৃষ্টি কৰাৰ উপৰি নিজেও আছিল এক বৰ্ণময় জীৱনৰ অধিকাৰী। ১৯২৯ চনত মেদিনী চৌধুৰীয়ে কামৰূপ জিলাৰ গোৰেশ্বৰৰ ওচৰৰ ৰামছা নামৰ গাঁৱত জন্ম লাভ কৰিছিল। স্নাতকোত্তৰ প্ৰাৰম্ভিক পৰ্যায় আৰু আইনৰ প্ৰাথমিক স্তৰলৈকে শিক্ষা সম্পন্ন কৰি শিক্ষা জীৱনৰ সামৰণি মাৰিছিল। স্নাতক উপাধি লাভ কৰিয়েই চৌধুৰীয়ে প্ৰথমতে 'অসমীয়া' আৰু পিচত 'দৈনিক শান্তিদূত' কাকতত উপ-সম্পাদকৰূপে সাংবাদিকতা কৰিছিল। অসম অসামৰিক সেৱাৰ বিষয়া হিচাপে যোগদান কৰাৰ আগেয়ে মাজতে অলপদিন শিক্ষকতাও কৰিছিল। বিয়াল্লিছৰ গণ আন্দোলনৰ এগৰাকী সক্ৰিয় কৰ্মী মেদিনী চৌধুৰীয়ে ১৯৪৬ চনত শৰণীয়া আশ্ৰমত মহাত্মা গান্ধীৰ সাক্ষাৎ লাভ কৰি সমাজ সংস্কাৰমূলক কৰ্মতো অংশগ্ৰহণ কৰিছিল। সাংবাদিক হিচাপেই কৰ্মজীৱন আৰম্ভ কৰা চৌধুৰীয়ে ১৯৫৬ চনত অসম অসামৰিক সেৱাৰ চাকৰিত যোগদান কৰে আৰু সুদীৰ্ঘ তিনি দশককাল দক্ষতাৰে কাৰ্যনিৰ্বাহ কৰি চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে। অৱসৰৰ পিচত চৌধুৰীয়ে 'সূত্ৰধাৰ' আলোচনীৰ দুবছৰ সম্পাদনাৰ দায়িত্ব গ্ৰহণ কৰে। ১৯৫৬ চনত টংলাৰ ওচৰৰ ভেৰগাঁৱৰ প্ৰণতি ডেকাৰ লগত বিবাহপাশত আবদ্ধ হয়।

কবিতাৰে সাহিত্য জীৱনত আত্মপ্ৰকাশ কৰা মেদিনী চৌধুৰীয়ে গল্পকাৰ হিচাপে প্ৰথমে প্ৰতিষ্ঠা লাভ কৰিছিল। পিচত উপন্যাস, কবিতা, চুটিগল্প, প্ৰবন্ধ, সাহিত্য আদি সকলো দিশলৈকে অতুলনীয় অৱদান আগবঢ়াবলৈ সক্ষম নহয়। ইংৰাজী তথা বাংলা ভাষাতো চৌধুৰীয়ে সাহিত্য ৰচনা কৰিছিল। মেদিনী চৌধুৰীৰ 'দেশ' নামৰ বাংলা পত্ৰিকাতো প্ৰবন্ধ প্ৰকাশ হৈছিল।

চৌধুৰীৰ প্ৰথম গল্প 'সীমাৰেখা' প্ৰকাশ হৈছিল 'অসমীয়া' কাকতত। ৰামধেনু আলোচনীৰ প্ৰতিষ্ঠিত গল্পকাৰ মেদিনী চৌধুৰীয়ে কমসংখ্যক গল্প লিখিলেও অসমীয়া চুটিগল্পৰ একোটা ধাৰাক শক্তিশালী কৰি তুলিছে। মেদিনী চৌধুৰীয়ে সামাজিক দায়বদ্ধতাৰে সমকালীন ৰাজনৈতিক বাতাৱৰণৰ ওপৰত আলোকপাত কৰাৰ উপৰি সমকাল চেতনাৰে সমালোচনাত্মক দৃষ্টিভংগীৰে গল্প ৰচনা কৰে। চৌধুৰীৰ গল্পত সমাজৰ নিপীড়িত জনৰ দুৰ্দশা আৰু মৰ্মবেদনা অধিক ঘনীভূত হৈ উঠে। মেদিনী চৌধুৰীয়ে 'কলম' গল্পত ৰাজনৈতিক ক্ষমতাশালী ব্যক্তি আৰু বাতৰিকাকতৰ মালিকসকলৰ বুজাপৰা আৰু এই বুজাপৰাৰ

ফলত সমাজৰ তুচ্ছজনৰ দুৰ্দশা অতি সফলতাৰে ফুটাই তুলিছে। সুবিধাবাদী বাতৰি কাকতৰ মালিকসকলে দৈৱচন্দ্ৰ তালুকদাৰৰ দৰে এজন খ্যাতনামা পুৰুষৰ মৃত্যুৰ বাতৰি প্ৰচাৰ কৰাতকৈ এজন প্ৰতিপত্তিশালী ব্যৱসায়ীৰ মৃত্যুতহে গুৰুত্ব দিয়ে। বাতৰি কাকতৰ মালিক পক্ষৰ এনে স্বাৰ্থান্বেষী আৰু সাংবাদিকতাবিৰোধী মনোবৃত্তিৰ ব্যংগ অতি উপাদেয় ৰূপত প্ৰকাশ কৰা হৈছে। তাৎপৰ্যপূৰ্ণভাৱে গল্পটোৰ নামকৰণো কৰা হৈছে। গল্পটোৰ আৰম্ভণিতে কলমটোৰ প্ৰসংগ আছে আৰু সামৰণিত অতি অৰ্থৱহভাৱে কলমটোৰ প্ৰসংগ উত্থাপন কৰা হৈছে। ধাৰণাৰ ঐক্য আৰু পৰিণতিমুখী উৎকণ্ঠা সৃষ্টি কৰিব পৰা গুণৰ বাবেও 'কলম' এটা সাৰ্থক গল্প। চৌধুৰীৰ গল্পত চহৰমুখী সভ্যতাৰ প্ৰভাৱত গাঁৱৰ-যুৱ-সমাজৰ ক্ষয়মান চৰিত্ৰৰ প্ৰতি দৃষ্টি অতি প্ৰখৰ। চহৰমুখী সভ্যতা আৰু ইদ্ৰিছ, মই আৰু বাবুলাল গল্পত এই বৈশিষ্ট্য অধিক স্পষ্ট। ইদ্ৰিছ, মই আৰু বাবুলাল গল্পৰ পৰিধি যথেষ্ট বহল আৰু সেইবাবে ইদ্ৰিছ, মই আৰু বাবুলাল গল্পত ৰাজনৈতিক নেতাৰ লগতে তথাকথিত ছাত্ৰনেতাকো কঠোৰভাৱে ব্যংগ কৰা হৈছে। গল্পটো চিত্ৰিত হোৱা গ্ৰাম্য ছবিখন অতি জীৱন্ত। অৱশ্যে বৰ্ণনা বাহুল্যৰ বাবে গল্পটোৱে পাঠকক বিৰক্ত নকৰাকৈও থকা নাই। বৰ্ণনা ক্ষিপ্ৰ গতিৰ নোহোৱা বাবে গল্পটো ৰসোত্তীৰ্ণ বুলি ক'ব নোৱাৰি। তথাপি গল্পটোত বক্তব্যৰ দিশত সাৰ্থক।

চৌধুৰীৰ গল্পত সমাজৰ দলিত-পীড়িত শ্ৰেণীৰ প্ৰতি এক গভীৰ অনুকম্পা অনুভূত হয়। সেয়ে বহুবোৰ গল্পতে কৰুণ ৰসৰ অনুভূতি এটাই পাঠকক বিমুগ্ধ নকৰাকৈ নাথাকে। কিন্তু তাৰ বিপৰীতে বহুবোৰ গল্পতে কলা-কৌশলৰ নৈপুণ্যৰ অভাৱৰ বাবে গল্পবোৰে পাঠকক আমনিও নিদিয়াকৈ থকা নাই। চৌধুৰীৰ গল্পৰ বৈশিষ্ট্যৰ সম্পৰ্কত ত্ৰৈলোক্যনাথ গোস্বামীয়ে লিখিছে- মেদিনী চৌধুৰীৰ গল্পৰ মাজেদি ঠায়ে ঠায়ে কৰুণতা মূৰ্ত কৰাৰ চেষ্টা আছে। নিপীড়িত, অনাদৃত, অজ্ঞ শ্ৰেণীৰ প্ৰতি তেওঁ সহানুভূতিশীল। কিন্তু কলা-কৌশলৰ চাৰুতাৰ প্ৰতি বিশেষ মনোযোগ নিদিয়াৰ কাৰণে কৰুণতা বা সহানুভূতিৰ গাঢ়তা অনুভূত নহয়। কিন্তু ত্ৰৈলোক্য নাথ গোস্বামীৰ এইষাৰ মন্তব্য মেদিনী চৌধুৰীৰ সকলোবোৰ গল্পৰ ক্ষেত্ৰতে প্ৰযোজ্য নহয়। কাৰণ ভালেমান গল্পতে মেদিনী চৌধুৰীয়ে গল্পৰ কাৰিকৰী কৌশলৰ প্ৰয়োগ সাৰ্থকভাৱে কৰিছে আৰু এইক্ষেত্ৰত চৌধুৰীৰ কলম নামৰ গল্পটোৰ কথাই ক'ব লাগিব।

গল্পকাৰ মেদিনী চৌধুৰীয়ে পাচলৈ উপন্যাস ৰচনাত আত্মনিয়োগ কৰে আৰু প্ৰথমখন উপন্যাস 'অনন্য প্ৰান্তৰ' ১৯৭২ চনত প্ৰকাশৰ লগে লগেই ঔপন্যাসিক হিচাপে প্ৰতিষ্ঠা লাভ কৰে। সমালোচক গোবিন্দ প্ৰসাদ শৰ্মাই 'অনন্য প্ৰান্তৰ' উপন্যাসখনৰ বিষয়ে কৈছে যে- ইতিহাস আৰু কিম্বদন্তীৰ সমাহাৰেৰে ৰচি উলিওৱা এই চমকপ্ৰদ উপন্যাসখন গভীৰ অসমীয়া দেশপ্ৰেমৰ মনোৰম 'প্ৰকাশ'। ১৯৭৬ চনত প্ৰকাশ হোৱা দ্বিতীয়খন উপন্যাস 'বগুকা বেহাৰ' অসমীয়া সাহিত্যৰ দ্বিতীয়খন জীৱনীমূলক উপন্যাস। 'তাত নদী নাছিল' মেদিনী চৌধুৰীৰ তৃতীয়খন উপন্যাস। হোমেন বৰগোহাঞিয়ে 'তাত নদী নাছিল' উপন্যাসখনৰ বিষয়ে কৈছে- যে উপন্যাসখন কামৰূপৰ হাবিতলীয়া জনজাতীয় গাঁৱত ওপজা এটা ল'ৰাৰ শৈশৱৰ পৰা কৈশোৰলৈ আৰু কৈশোৰৰ পৰা যৌৱনলৈ উত্তীৰ্ণ

হোৱাৰ বিচিত্ৰ যন্ত্ৰণাময় ইতিহাস। গাঁৱৰ পাঠশালাৰ পৰা গুৱাহাটীৰ কটন কলেজলৈ পথ পৰিক্ৰমাৰ কাহিনী। ১৯৮২ চনত প্ৰকাশ পোৱা সৈনিকশিল্পী বিষ্ণু ৰাভাৰ জীৱনভিত্তিক উপন্যাস 'ফেৰেংগাদাও'। 'ফেৰেংগাদাও' এক অতি আকৰ্ষণীয় জীৱন অভিজ্ঞতাৰ সাৰ্থক কাহিনীৰূপ বুলি ক'ব পাৰি। 'ফেৰেংগাদাও' সম্বন্ধে মেদিনী চৌধুৰীয়ে নিজেই লিখিছে- 'ফেৰেংগাদাও লিখিছিলো পাঁচ বছৰমানৰ অনুসন্ধানৰ পিচত। লিটন ষ্ট্ৰেচি আৰু আঁদ্ৰে ম'ৰাৰ কেতবোৰ কথা পঢ়াৰ পাচত। ঐতিহাসিক শুদ্ধতা আৰু জীৱন বৈচিত্ৰ্যৰ সমন্বয় ৰখাৰ যত্ন কৰিছিলো তাত। তাৰ নায়ক গৰাকীয়ে সৰু মাছৰো কাঁইট বাছি খোৱাৰ পৰা সাধাৰণ অজ্ঞ মানুহবোৰক জমিদাৰৰ শোষণৰ কথা বুজোৱালৈকে, অসমৰ সশস্ত্ৰ আন্দোলনৰ ইতিহাসৰ পৰা চীনা আক্ৰমণৰ সময়ত নায়ক লাঞ্ছিত হোৱাৰ কাহিনীলৈকে, কল্পিত বা অকল্পিত সমস্ত কথাৰ মাজত নায়কৰ যি উত্তৰণ ঘটিছিল, নায়ক সবলতা-দুৰ্বলতাৰে সংযোগী সুযোগ লাভ কৰিছিল। মেদিনী চৌধুৰীৰ অন্য উপন্যাসকেইখন হ'ল- যাদুঘৰৰ কীৰ্তিমুখ, সপোন সপোন লাগে, ফাগুনত আজাৰৰ ফুল আৰু বিপন্ন সময়। 'বিপন্ন সময়' উপন্যাসৰ বাবে মেদিনী চৌধুৰীয়ে ১৯৯৯ চনত সাহিত্য অকাডেমি বঁটা লাভ কৰে। সাহিত্য অকাডেমিৰ ফালৰ পৰা 'বিপন্ন সময়' সম্বন্ধে কোৱা হৈছে- 'Bipanna Samay' is a historical novel dipicting the pioneers who with sheer mental strength and coviction brought the long isolated Assamese people from the dark uncertainties following British occupation in the 19th century to the mainstream of Indian nationhood... This novel is adjudged a significant adition the Indian novel in Assamese.'

মেদিনী চৌধুৰী উপন্যাসে ঔপন্যাসিকক আধুনিকতাবাদী কথা-সাহিত্যকৰূপে অভিহিত কৰিব পাৰি। 'অনন্য প্ৰান্তৰ'ত কল্পনা আৰু বাস্তৱৰ সমাহাৰে আন্ধাৰ অতীতত পোহৰ নিক্ষেপ কৰা মেদিনী চৌধুৰীয়ে 'বগুকা বেহাৰ'তো আধুনিক তথ্য আৰু প্ৰজ্ঞাৰ পোহৰত মধ্যযুগীয়া অসমৰ জীৱন্ত ৰূপ দিয়াৰ সাৰ্থক চেষ্টা কৰিছে। 'বগুকা বেহাৰ'ত সংঘাত সংগ্ৰাম চিত্ৰিত হৈছে সঁচা, কিন্তু সি ধৰ্মীয় বা সাম্প্ৰদায়িক সংঘাতহে, সমাজতান্ত্ৰিক সংঘাত নহয়। সমাজতান্ত্ৰিক সংঘাত সৃষ্টি হৈছে 'অৰণ্য আদিম' আৰু 'ফেৰেংগাদাও'তহে।

১৯৮৭ চনত প্ৰকাশিত 'যাদুঘৰৰ কীৰ্তিমুখ' উপন্যাসখনত চৌধুৰীয়ে দূৰদৃষ্টি 'কল্পদৃষ্টি'ৰে সন্ত্ৰাসবাদী কাৰ্যকলাপ আৰু কু-প্ৰভাৱৰ ওপৰত ৰচনা কৰিছিল। সমাজতত্ত্বৰ এজন 'ছিৰিয়াছ' অধ্যয়নকাৰী ব্যক্তি হিচাপে জনজাতি নৃগোষ্ঠীৰ স্থিতি আৰু তাৰ উত্থান আন্দোলনৰ এজন বিশিষ্ট বিশেষজ্ঞ আছিল মেদিনী চৌধুৰীৰ দৃষ্টিভংগী- 'যুগ যুগ গুৱাহাটী', 'অনন্য প্ৰান্তৰ', 'বিপন্ন সময়', 'যাদুঘৰৰ কীৰ্তিমুখ' উপন্যাসত ফুটি ওলাইছে। 'খোলাকটি তাল' উপন্যাসখন নাট্যাচাৰ্য ব্ৰজনাথ শৰ্মাৰ জীৱনীভিত্তিক উপন্যাস।

'তাত নদী নাছিল' উপন্যাসখন আত্মজীৱনীমূলক বুলি উপন্যাসৰ ঘটনা পৰিস্থিতিৰ সৈতে লেখকৰ জীৱন ঘটনাৰ সাদৃশ্য কথাৰ অনুভৱ কৰিব পাৰি! যেনে উপন্যাসৰ গাঁও আৰু চৌধুৰীৰ নিজৰ গাঁও গোৰেশ্বৰ ৰামছা গাঁও, মৌজাদাৰৰ পৰিয়াল, শিক্ষিত বিদুষী মাতৃ ইত্যাদি। 'অনন্য প্ৰান্তৰ', 'যুগে যুগে গুৱাহাটী' আদি উপন্যাসত অসম, গুৱাহাটীৰ

ভূগোল-বুৰঞ্জীক আকৰ্ষণীয় ৰূপত ধৰিলেও ইয়াৰ মুখ্য কথক- লেখক নিজেই বুলি ধৰিব পাৰি। উপন্যাসখন পঢ়িলে ১৮ আৰু ১৯ শতিকাৰ অসমৰ সামাজিক 'ৰাজনৈতিক অৰ্থনৈতিক অৱস্থাৰ ইতিহাস চৌধুৰীৰ নখদৰ্পণত বুলি জানিব পাৰি। ১৯৯৯ চনত সাহিত্য অকাডেমি বঁটাপ্ৰাপ্ত 'বিপন্ন সময়'তো ইতিহাসবিদ ঔপন্যাসিকজনক পোৱা হয়। আধুনিক অসমৰ বাটকটীয়া আনন্দৰাম ঢেকিয়াল ফুকন, তেওঁৰ পিতৃ হলিৰাম ঢেকিয়াল ফুকন, ভতিজাক গুণাভিৰাম বৰুৱা আহোম শাসনৰ অব্যাহতি সময়ত অসমৰ সমাজ জীৱনত বিশেষ প্ৰভাৱ বিস্তাৰকাৰী মণিৰাম-বিয়লি, হৰকান্ত বৰুৱা, জগন্নাথ মাণিক বৰুৱাকে ধৰি স্বাধীনতা আন্দোলনৰ মুখ্য পৰিচালক তৰুণৰাম ফুকন, নবীন চন্দ্ৰ বৰদলৈ, অমিয় কুমাৰ দাসলৈকে এইসকল যুগধৰ ব্যক্তিৰ ১৯ শতিকাৰ ত্ৰিশ দশকৰ পৰা কুৰি শতিকাৰ ত্ৰিশ-চল্লিশ দশকলৈকে এই শতিকাত অসমৰ সমাজ-ৰাজনৈতিক সবিশেষ ছবিখন পোৱা যায়। ৰুগ্ন-ভগ্ন অসমখনক গতিশীল কৰা শতিকাজোৰা স্বপ্নৰ দ্বিধা-দ্বন্দ্ব, ঘাত-প্ৰতিঘাতেৰে জৰ্জৰিত সময় যাক উত্তৰণৰ আকাংক্ষা চৌধুৰীৰ উপন্যাসখনৰ সাৰমৰ্ম বুলিব পাৰি। 'যাদুঘৰৰ কীৰ্তিমুখ'ৰ নেপথ্যত আছে- ডুয়িংমুখৰ ওচৰত নিৰ্মাণ কৰা গৰমপানী জলবিদ্যুৎ প্ৰকল্পৰ সময়ত স্থানীয় কাৰ্বিসকলে নিজৰ বিকল্পহীন গৃহভূমি হেৰোৱাৰ মৰ্মন্তুদ কাহিনী। বনাঞ্চলৰ পৰা সাধাৰণ খাটি খোৱা ভূমিপুত্ৰসকলক চৌধুৰীয়ে মৌলিক বক্তব্য আগবঢ়াইছে।

জপনা, চোৰ, হঠাৎ এদিন, সাঙ্গী আদি হ'ল চৌধুৰীৰ উপন্যাসিকা। প্ৰবন্ধ ৰচনা হ'ল 'লুইত, বৰাক আৰু ইছলাম', Tribes of Assam plains, Bodo Dimasas of Assam, Making of a leader, নিবন্ধিত অনুভৱ, চীনৰ ছাত্ৰ আন্দোলন, 'সৰ্বভাৰতীয় ভক্তি আন্দোলনৰ প্ৰেক্ষাপটত শংকৰদেৱৰ মূল্যায়ন'। ভ্ৰমণ কাহিনী হ'ল 'য়াংজু নদীৰ পাৰ'। ইয়াৰ উপৰি মেদিনী চৌধুৰীয়ে কীৰ্তনঘোষা আৰু নামঘোষাও সম্পাদনা কৰিছে। 'য়াংজু নদীৰ পাৰ' চৌধুৰীদেৱে দীৰ্ঘকাল চীনদেশ ভ্ৰমণ কৰি সেইখন দেশৰ নানা দিশত আলোকপাত কৰি লিখা এখন বিচিত্ৰ গ্ৰন্থ। বিভিন্ন বাতৰিকাকত, আলোচনীতো চৌধুৰীৰ অনেক প্ৰবন্ধ সিঁচৰতি হৈ আছে। 'সন্ত্ৰাসবাদ' নামৰ গ্ৰন্থত লেখকে সন্ত্ৰাসবাদৰ সূত্ৰপাত, চাৰিত্ৰিক বিৱৰ্তন, ভৱিষ্যৎ সম্বন্ধে এক নিৰ্মোহ-নিৰপেক্ষ বিশ্লেষণ আগবঢ়াইছে। 'লুইত, বৰাক আৰু ইছলাম', নামৰ গ্ৰন্থত মেদিনী চৌধুৰীৰ ইছলাম ধৰ্ম তথা অসমৰ মুছলমানসকলৰ বিষয়ে থকা গভীৰ জ্ঞানৰ চানেকী দাঙি ধৰিছে। 'The Bodo Dimasas of Assam' নামৰ গ্ৰন্থত মেদিনী চৌধুৰীয়ে বড়ো-ডিমাছাসকলৰ ঐতিহাসিক প্ৰেক্ষাপট, সমাজজীৱন, ঘৰুৱা ৰীতি-নীতি, উৎসৱ-পাৰ্বণ আদি সকলোবোৰ কথাৰ সৰস বৰ্ণনা দিছে। 'সৰ্বভাৰতীয় ভক্তি আন্দোলনৰ প্ৰেক্ষাপটত 'শংকৰদেৱৰ মূল্যায়ন' নামৰ গধুৰ তত্ত্বমূলক গ্ৰন্থখনৰ ৰচনা মেদিনী চৌধুৰীৰ যুগমীয়া কীৰ্তি। অসমৰ মুছলমানসকলৰ ওপৰতো এখন বৃহৎ গ্ৰন্থ প্ৰণয়নৰ বাবে বহুখিনি আগবাঢ়ি থকাৰ কথা জনা গৈছে। চৌধুৰীৰ ব্যক্তিজীৱন আৰু সাহিত্যকৰ্ম উভয়তে প্ৰতিফলিত হৈছে এক প্ৰতিবাদী সত্তা আৰু আদৰ্শবাদী দিশ। চৌধুৰীৰ ৰচনাৱলীতো উক্ত প্ৰতিবাদী সত্তাৰ আভাস পোৱা যায়। চৌধুৰীয়ে ঔপনিবেশিক অপপ্ৰভাৱক প্ৰতিবাদ কৰি লিখা ধ্যান-ধাৰণা প্ৰকাশ হৈছে প্ৰথম উপন্যাসতে। এটা অন্তৰংগ

আলাপত চৌধুৰীয়ে প্ৰকাশ কৰিছে- অসমীয়া উপন্যাসত তথাকথিত কুলীন অভিজাত ডাঙৰীয়াৰ প্ৰাধান্য থকা প্ৰভাৱশালী পৰম্পৰা ভাঙি তাৰ প্ৰতিমুখে চৰিত্ৰ সৃষ্টি কৰি লিখিলে- ১৯৭৭ চনত ৪৭৮ পৃষ্ঠাৰ বৃহৎ উপন্যাস 'তাত নদী নাছিল'। দ্বিতীয় পুৰষত লিখা ইমান এখন বৃহৎ উপন্যাসত নায়িকা চৰিত্ৰবোৰ আৰু তাৰ উপাধিবোৰ প্ৰধানকৈ ব্ৰিটিছ ঔপনিবেশবাদৰ সুবিধাভোগী ডাঙৰীয়া শ্ৰেণীটোৰ তথাকথিত অভিজাত নাম আৰু উপাধিৰে হয়। সেইবোৰ হৈছে- বৰুৱা, চলিহা, চৌধুৰী, ৰায়চৌধুৰী আদি। এই ডাঙৰীয়া শ্ৰেণীটোক নায়ক-নায়িকা কৰা প্ৰৱণতাটো হৈছে ঔপনিবেশিক অপপ্ৰভাৱ। এই ঐপনিবেশিক অপসাৰণৰ প্ৰতিবাদী উদ্দেশ্যেই চৌধুৰীদেৱে 'তাত নদী নাছিল' উপন্যাসৰ চৰিত্ৰটোক কোনো তথাকথিত অভিজাত প্ৰলেপ নিদি কেৱল 'সি' কৰিছিল। আনকি বহুলপঠিত জনপ্ৰিয় উপন্যাস 'ফেৰেংগাদাও'তো বৰ্ণময় চৰিত্ৰ বিষ্ণু ৰাভাকো 'সি' সৰ্বনামেৰেহে লিখিছিল।

ব্যক্তিগত জীৱনত মেদিনী আছিল সম্পূৰ্ণ যুক্তিবাদী। জাতি, ধৰ্ম, বৰ্ণ, ভাষা আদিৰ সীমাৰে স্পৰ্শ কৰিব নোৱাৰা দূৰত্বত মেদিনী চৌধুৰীৰ অৱস্থান। কোনোধৰণৰ ভণ্ডামি, শঠতাক সমৰ্থন নকৰা চৌধুৰী আত্মমৰ্যাদা সম্বন্ধে অতিশয় সচেতন আছিল। এই দিশত তেওঁৰ বক্তব্য আছিল এনেধৰণৰ- 'প্ৰতিজন লেখকৰ, তেওঁ যিমানেই অখ্যাত নহওক কিয় নিম্নতম আত্মমৰ্যাদা থকা উচিত। নিজৰ লিখা প্ৰকাশৰ বাবে নতুবা বঁটা বাহনৰ বাবে অইনক তোষামোদ কৰা লেখক কেতিয়াও প্ৰকৃতাৰ্থত সফল লেখক হ'ব নোৱাৰে।' আনকি স্বীকৃতি, বঁটা-বাহনো মেদিনী চৌধুৰীয়ে অতি পলমকৈহে পাইছিল। মেদিনী চৌধুৰীক নিশ্চিতভাৱে সমাজ জীৱনৰ বিশ্বস্ত ৰূপকাৰ বুলিব পাৰি। তেওঁৰ পৰলোকগত আত্মালৈ আমি শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিছো।

# মেদিনীদাৰ প্ৰথম বছৰৰ মৃত্যু তিথিক স্মৰিছো ঃ দুটা কথাৰে

**খগেন চৌধুৰী**

প্ৰথম ঃ তেতিয়া বিয়াল্লিছৰ প্ৰাগমুহূৰ্ত। মেদিনীদাই মোক ক'লে- "বাবা" দোকানলৈ যাবি?" লগে লগেই মই উত্তৰ দিলো- "ব'ল"। দাদাই ক'লে- "এনেকৈয়েই যাবিনে? মাক ক'গৈ যা মোৰ লগত দোকানলৈ যাবি বুলি, ভাল কাপোৰ পিন্ধি লবি।" দোকানলৈ যাবলৈ হ'লে মই খুব ভাল পাওঁ, কাৰণ বহুত টকা লাৰিব পাওঁ। দেউতাৰ দোকান আছিল গেদেলাপাৰা (সৰুফুলচকী) গাঁৱত। আমাৰ ঘৰৰ পৰা দুই কিলোমিটাৰমান হ'ব। এই বাটখিনি আকৌ চাইকেলেৰে যাব পাম। চাইকেলত উঠি যাম। কি আনন্দ। সময় আছিল আঘোণ-পুহৰ মাহ। সোণাজান আৰু পাগ্লীজানত পানী কম।

মাক মই চিঞৰি চিঞৰি মাতি বিচাৰিলো। মই দাদাৰ লগত দোকানলৈ যাম বুলি ক'লো। মাই দাদাৰ লগত কিবা কথা হ'ল। মাই মোক ভৰি-হাত-মুখ ধোৱাই কানি-কাপোৰ পিন্ধাই উলিয়াই দিলে। দাদা-মই চাইকেলেৰে দোকানলৈ আহিলো। বাটত লগ পোৱা লগবিলাকক কৈ আহিছো, "মই দোকানলৈ আহিছো।"

দাদাই মোক দোকানৰ চোতালত চাইকেলৰ পৰা নমাই দিলে। দাদাই দেউতাৰ লগত কিবা কথা হ'ল। দাদাই তেতিয়া নলবাৰীৰ গৰ্ডন হাইস্কুলত পঢ়ি আছিল। দাদাই মোক দেউতাৰ লগত থাকিবলৈ দি বাহিৰলৈ ওলাই গ'ল। মোৰ তেতিয়া বয়স সাত-আঠৰ কম নহয়। দুষ্ট আছিলো, কিন্তু চালাক নাছিলো।

কিছুসময় পিচত দাদা আকৌ ঘূৰি আহি মোক ক'লে- "বাগানত যাওঁ ব'ল।" মই খুব ভাল পালো। বাগান মানে - তেতিয়াৰ দিনৰ এখন 'ফ্ৰুইট্ ফাৰ্ম'। তাত আমফল, তেঁতেলী, ডালিম, বগৰী, মাটিকঠাল ইত্যাদিৰ গছবোৰ আছিল। তলবোৰ অতি পৰিষ্কাৰ আছিল। মই আগতেওঁ ইয়ালৈ দুবাৰ আহিছো। বঙালী বগৰী খুব খাইছিলো।

মোক বাগানত চাইকেলৰ পৰা নমাই দিয়াৰ পিচত আৰু হয়তো মেদিনীদাই মোক নেদেখিলে। কাৰণ মই নামিয়েই বঙালী বগৰি গছৰ তললৈ দৌৰ মাৰিছো।

কিছু সময় পিচত দাদা আৰু বাগানৰ মেনেজাৰজন আহি মোৰ আগত ওলাল। মই বগৰী খাই আছো। দুয়ো মোক দেখি হাঁহিলে। মেদিনীদাই মোলৈ চাই ক'লে- "বাবা! অহা সোমবাৰৰ পৰা তই ইয়ালৈ আহি কৃষ্ণ খুড়াৰ তাত পঢ়িব লাগিব। কৃষ্ণ বাগানৰ মেনেজাৰৰ নাম আছিল। মই সুধিলো- মোক কোনে আনিব ইয়ালৈ?

- 'মেৰ্গাই আনিব।'

- 'কাৰ লগত যাম?'

- 'মেৰ্গাই আকৌ নিবহি।'

বাগানৰ পৰা ওলাই আহিলো।

দোকানলৈ 'ডিছ্‌পেঞ্চেৰি'ৰ আগেৰে আহিব লাগিছিল। ল'ৰা-ছোৱালীৰ চিঞৰ আৰু কন্দা-কটাও শুনিলো। তাৰিণী ককায়োকো ডিছ্‌পেঞ্চেৰিৰ দুৱাৰ মুখতে লগ পালো। তাৰিণীকাই মোক মাতিলে - "বাবা, আহিছ! আহ, মেদিনীকাই মোক হাতত ধৰি তাৰিণীকাৰ ওচৰলৈ লৈ গ'ল। মোৰ ওচৰতে গাঁৱৰ এজন ল'ৰাই খুব চিঞৰি চিঞৰি কান্দিছে। খুব বিষাই নেকি বুলি ভাবিছিলো। মোক তাৰিণীকাই, মই ভয় খাইছো নেকি সুধিছিল। মই ক'লো- 'নাই খোৱা।' মোৰ পাল পৰিল। মোৰ মুখখন ঘূৰাই ধৰিলে মেদিনীদাই। তেতিয়া ডাক্তৰে 'স্পিৰি'ত সানি ছিটাৰ ঔষধখিনি যেতিয়া হাতত লগাই দিছিল, ঠাণ্ডা লগাত অলপ ভয় ভয় লাগিছিল। মেদিনীদাই বাওঁহাতখনৰ বাহুটো ভালকৈ ধৰি থাকিল। ডাক্তৰক অলপ ৰ'ব বুলি মোৰ হাতখনত অলপ জোৰকৈ টিপি ধৰিলে আৰু ডাক্তৰেও লগে লগে পটকৈ তিনিটা ছিটা কেৰেট কেৰেটকৈ কাটি দিলে। চকুপানী অলপ পৰিল। মেদিনীদাই পটকৈ মোক ডাঙি লৈ বাহিৰলৈ উলিয়াই আনিলে।

- "অ' আই! বহুত বিষাইছে নেকি? বৰা, ময়ো লৈ আহিছো। ইয়াতে বহা। নে মোৰ লগত আহিবি নেকি?

মই মূৰ দুপিয়ালো। মোক লগত লৈ মেদিনীদাই ক'লে - আহ, তেনেহ'লে, ময়ো ছিটা লম।' দুয়ো সোমাই গ'লো ডিছ্‌পেঞ্চেৰিৰ ভিতৰলৈ। মেদিনীদায়ো ছিটা ল'লে। আৰু মোক ক'লে - ক'তা অলপহে বিষায়। দকাদিয়াই কামুৰিলে ইয়াতকৈ বেছি বিষায় নহয়? চকুপানী মোচা কমালখন চোলাৰ পকেটৰ পৰা মোক উলিয়াই দি মেদিনীদাই হাঁহি হাঁহি ক'লে - আৰু চকুপানী ওলালে মই কান্দুৰা বুলি জোকাম। পটকৈ চকুপানীখিনি মুচি মোলৈ চাই হাঁহি দে। হুঁ, ভাল ল'ৰা। ব'ল ব'ল, এতিয়া চাইকেলত উঠ।

আমি দুয়ো আমাৰ দোকান পালো। দেউতাই আমালৈ চায়েই আছিল। দুয়ো চাইকেলৰ পৰা নমাৰ পিচতেই দেউতাই মোক সুধিলে- "বাবা, কিবা-কিবি চকুত ধোঁৱা লাগিল নেকি?"

- 'জুই লাগিলে ধোঁৱা উৰিবই, চকুত লাগিবই। নহয় বাবা?' — মেদিনীদাই দেউতাক উত্তৰ দি মোক সুধিছিল। - 'বাবা সাহসী ল'ৰা। একো বিষ বা বেমাৰ একোৱেই হ'ব নোৱাৰে।"

মোক ভাল বুলি উচটাই দিলে বৰ ভাল পাইছিলো। আচলতে, ল'ৰা-ছোৱালীক ভাল বুলি উচটাই দিলে সঁচাকৈয়ে ভাল কামেই কৰে। মেদিনীদাৰ এই উচটনিত মই কান্দিবও পাহৰিলো। আনবোৰৰ কান্দোন মই তেতিয়াও ডিছ্‌পেঞ্চেৰিৰ পৰা শুনিছিলো। এইদৰেই মেদিনীদাই মোক শিকাইছিল।

দ্বিতীয় : সৌ সিদিনা। দুহেজাৰ এক চনত মোৰ বাইহাটা চাৰিআলিৰ ওচৰত গাড়ী এক্সিডেণ্ট হৈ হাস্পতালত থাকিবলগীয়া হ'ল। তেওঁ নিজেই অসুস্থ। খবৰ পালে কেনেবাকৈ। পিচদিনা আঠ বজাতেই হাস্পতালত হাজিৰ, বৌজনীক লগত লৈ। কিন্তু হাস্পতালত মোক লগ নাপালে। মোৰ হাৰ্ট আৰু ব্ৰেইন স্কেনিং কৰিবলৈ লৈ গ'ল। এঘণ্টামান ৰখি থাকিও মোক লগ নাপালে। শেষত, তেওঁ নিজেই ভাগৰি পৰিল আৰু ঘৰলৈ উভতি যাবলৈ বাধ্য হ'ল। মোৰ প্ৰতি তেওঁৰ কিমান মৰম-স্নেহ। ঘৰলৈ টেলিফোন

কৰি খবৰ লৈ থাকিল, খগেন চেকিংৰ পৰা ঘূৰিলে নে নাই। শেষত যেনিবা তিনিমান বজাত খবৰ পালে অহাৰ কথা। লগে লগেই হাস্পতালত টেলিফোন কৰিলে। খবৰ কৰিলে কি কি হৈছে। মই সকলোবোৰ সামান্যভাৱে আহত হোৱা বুলি হাঁহি হাঁহি তেওঁক ক'লো। আচলতে মই স্পষ্টভাৱে হাঁহি ক'ব পৰা নাছিলো। - "তোৰ হাঁহিটো স্পষ্ট নহ'ল যে, মুখত বেয়াকৈ লাগিছে নেকি?"

মই ক'লো - "একাষৰীয়া হৈ পৰিলোটো, অলপ গালখনৰ ছাল এৰিছে।"

- 'নেগ্‌লেট নকৰিবি। ভালকৈ চাবি, চিকিৎসা সকলো ঠিক কৰি লবি, নহ'লে বয়সত কষ্ট পাবি।"

- 'কৰিম। ডাক্তৰে সকলোবোৰ চাই আছে। ডাঃ মানৰে মোক বৰ ভাল পায়, বৰ ভাল মানুহজন। তুমি চিন্তা নকৰিবা। যোৱাকালি ইমান কষ্ট কৰি আহিছা মোক লগো নাপালা, তুমি আৰু কষ্ট কৰি নাহিবা, মই খবৰ দি থাকিম। মই ভালেই আছো ইত্যাদিৰে মানুহজনক বুজনি দিছিলো। তেতিয়াহে মানুহজনে অলপ সৈমান হৈ টেলিফোনটো ৰাখিলে।

পিচদিনা ছয় বজাতেই আকৌ টেলিফোন। কেনে পাইছা, কম্ববাত বিষ-টিষ আছে নেকি, ছাল যোবাবোৰ অলপ শুকুৱাইছে নে নাই ইত্যাদিৰ সোধ-পোছ। পাৰিলে যেন তেওঁ নিজেই আহি মোৰ সকলো কষ্ট দূৰ কৰি দি যাবহি। এই স্নেহাশিস মোৰ দাদা মেদিনী চৌধুৰীৰ। নিজৰ ইমান অসুস্থতাকো আওকাণ কৰি মোৰ চিকিৎসাৰ বাবে হেনো শ্ৰীগোস্বামীকো টেলিফোনযোগে চিকিৎসাৰ ব্যতিক্ৰম যাতে নহয়, অনুৰোধ কৰিছিল। এই মায়াৰে আবৰা মানুহজনক মোৰ ভাই-ককাই বা মানুহ হিচাপে মই জীৱিত অৱস্থাত পাহৰিব নোৱাৰিম।

প্ৰথম বছৰান্তত মোৰ সৎ গুণী দাদা মেদিনী চৌধুৰীলৈ মোৰ হেজাৰ শ্ৰদ্ধাঞ্জলি শতবাৰ আগবঢ়ালো, বিদেহী আত্মাই যেন সুন্দৰ চিৰশান্তিত বাস কৰে মোৰ সৎ গুৰু কামনাৰে ওঁম শান্তি! শান্তি! শান্তি!

# 'অপূৰণীয় ক্ষতি'

**ড° দেৱপ্ৰসাদ বৰুৱা, বিশিষ্ট চিন্তাবিদ**

মেদিনী চৌধুৰী যে এগৰাকী সু-সাহিত্যিক আছিল সেয়া অনস্বীকাৰ্য। অসমীয়া সমাজত 'ফেৰেংগাদাও'ৰ যোগেদি বিষ্ণুপ্ৰসাদ ৰাভাক পুনৰ প্ৰতিষ্ঠা কৰাত তেওঁ অভিনৱ অৰিহণা আগবঢ়াইছিল। চৌধুৰীৰ মৃত্যুত অসমৰ সাহিত্য জগতৰ অপূৰণীয় ক্ষতি হ'ল।

**সতীশ চন্দ্ৰ কাকতী, জ্যেষ্ঠ সাংবাদিক**

কথাটো শুনি বৰ দুখ পালো। এক সু-সাহিত্যিক আৰু এজন প্ৰকৃত ভদ্ৰলোক আছিল মেদিনী চৌধুৰী। অসমৰ সমস্যাসমূহৰ ওপৰত তত্ত্বগধুৰ প্ৰবন্ধ লিখি তেওঁ এক দায়িত্বশীল জীৱনৰ পৰিচয় দি গ'ল।

**মহিম বৰা, বিশিষ্ট সাহিত্যিক**

বয়সৰ ফালৰ পৰা তেওঁ মোৰ সামসাময়িক আছিল। ১৯৫২ত মই লিখা 'হঠাৎ মোখৰা হোৱা কলঙৰ পাৰ' নামৰ কবিতাটো তেওঁ 'ৰামধেনু'ত প্ৰকাশৰ দিহা কৰিছিল। তেতিয়াৰে পৰা চৌধুৰীৰ স'তে মোৰ এক সু-সম্পৰ্ক গঢ়ি উঠে। অৱশ্যে আমি খুব কম লগালগি হৈছিলো। মোৰ বন্ধু প্ৰয়াত যোগেশ দাসৰ মৃত্যুত যি আঘাত পাইছিলো, আজি চৌধুৰীৰ বিয়োগৰ বাতৰি পাই সেই আঘাত যেন পুনৰ জীৱন্ত হৈ উঠিল।

**ড° নিৰ্মল প্ৰভা বৰদলৈ, বিশিষ্ট সাহিত্যিক**

মেদিনীমোহন চৌধুৰী এজন দূৰদৰ্শী প্ৰতিভাৱান ব্যক্তি আছিল। তেওঁ কৰ্মৰাজিৰে ঐক্য-সংহতি স্থাপনৰ প্ৰয়াস কৰিছিল। তেওঁৰ জীৱনবোধো আছিল প্ৰখৰ। তেওঁৰ 'বিপন্ন সময়' উপন্যাসত কঠিন সময়ৰ স্বাক্ষৰ পোৱা যায়। জনজীৱনত সংহতি স্থাপনৰ বাবে তেওঁৰ জীৱনজোৰা সাধনা আজি আদবাটতে ৰৈ গ'ল।

**শীলভদ্ৰ, বিশিষ্ট সাহিত্যিক**

মেদিনী চৌধুৰী বৰ প্ৰচাৰবিমুখ আছিল। প্ৰাপ্য মৰ্যাদা তেওঁ কোনোদিনে নাপালে। অসমত গোষ্ঠীভুক্ত নহ'লে উপযুক্ত মৰ্যাদা পোৱা কঠিন। তেওঁৰ মৃত্যুত কিবা এটা শূন্যতা অনুভূত হৈছে।

**পদ্ম বৰকটকী, বিশিষ্ট সাহিত্যিক**

অসমীয়া সাহিত্যত গল্প, উপন্যাস আৰু সমালোচনাৰে বিশিষ্ট স্থান অধিকাৰ কৰা মেদিনী চৌধুৰীক মই 'আমাৰ প্ৰতিনিধি'ৰ দিনৰে পৰা চিনি পাওঁ। তেওঁৰ লিখাৰ নিভাঁজ ঠাঁচ আৰু বৈশিষ্ট্যই অসমীয়া সাহিত্যক চহকী কৰিলে। তেওঁৰ অভাৱ পূৰোৱাটো সহজ নহ'ব।

**জ্ঞানানন্দ শৰ্মা পাঠক, সাহিত্যিক, সমালোচক**

মেদিনী আৰু মই একেলগে কৰ্ম জীৱনৰ পাতনি মেলিছিলো। সাহিত্য চৰ্চাও একেলগে কৰা বুলিয়ে ক'ব লাগিব। মোৰ কবিতাত মেদিনীৰ বহু শব্দই সোমাই আছে। প্ৰায়ে মই শব্দ বিচাৰি নাপাই তাক আমনি কৰিছিলো। তাৰ মৃত্যুত মোৰ এফাল নোহোৱা

হোৱা যেন অনুভৱ হৈছে। 'জীৱনৰ নাও মোৰ এনি-তেনি গৈ গৈ সিপাৰৰ শদিয়াত লাগো লাগো হ'ল, তাত দেখিছো মালিক কাইটি, এখুদ ককাইদেউ, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য আৰু অৱশেষত মেদিনীক।' মেদিনীৰ অসমীয়া সাহিত্য জগতত এখন চিৰস্থায়ী আসন আছে। একে বাটেৰে গৈ তাক লগ পোৱাৰ আশা কৰিছো।

### ড° অণিমা গুহ, লেখিকা

এনেকুৱা এটা দিন আহিব বুলি আগতেই জানিছিলো। তেওঁৰ স্বাস্থ্যৰ বহুদিনৰ পৰা অৱনতি ঘটিছিল। এনে প্ৰতিভাৰ বিয়োগে অসমীয়া সাহিত্যৰ বিস্তৰ ক্ষতিসাধন কৰিলে। এজন এজনকৈ সকলো গুচি গ'ল!

# An era ends with Medini

A STAFF REPORTER

Guwahati, Feb, 13 : Medini Mohan Choudhury, one of Assam's acclaimed literary figures, lost his two-month-long battle with allument at his Chandmari residence here at 10.20 am today.

He was 75.

Conferred the Sahitya Akademi award in 1999 for his novel *Bipanna Samay,* a treatise on the emergence of a middle class in Assam between the 19th and the 20th centuries, Choudhury was ill for quite some time. He was admitted to a hospital here on December 12 for treatment of old-age ailments, including prostrate gland problems, for which he had been operated upon in 1998.

Choudhury was taken to Chennai for advanced treatment when his condition worsened, but brought back at the end of last month.

The litterateur was cremated this evening at the Nabagraha crematorium in the presence of a host of fellow writers, admirers and relatives. He leaves behind his wife, four sons and three daughters.

Born in 1927 at Ramcha village near Goreswar in Kamrup district, Choudhury authored 30 books, including two in English. His well-known books include *Ferengadao, Mahapurush Madhavdev, Jadugharar Kirtimukh, Taat Nadi Nasil, Luit, Barak Aru Islam and Yangjoo Nadir Paar*. He wrote many short stories and critical and analytical essays, too.

A retired Assam Civil Service officer, Choudhury caught the imagination of readers with the unique style of his first book *Ananya Prantor,* published in 1970. *Ferengadao,* based on the life and times of Kalaguru Bishnu Rabha, was published six years later and remains the best work on the cultural icon.

Apart from being an accomplished writer of novels, Choudhury was a journalist and respected critic and columnist of his time.

After graduating from Cotton College in 1949, and a brief stint at the Assam secretariat in Shillong thereafter, Choudhury ventured into the "adventurous world of journalism". He joined *Asomiya,* a weekly and later worked for the *Dainik Santidoot.* During this period, he contributed articles and short stories to several literary magazines.

Choudhury also edited the magazine *Samakaal* and was editor of *Sutradhar,* another magazine, for some time.

Mourning the losss of a great writer and thinker, a long-time associate of Choudhury said, "His was a great act, difficult to match. There are lessons to be learnt from his life."

# A TRIBUTE

## Medini Mohan Choudhury (1927-2003)

More than five decades ago, while walking home along the bank of the river Nona which flows between Nalbari and Rangiya in Lower Assam, a boy had awakened to the first stirrings of creativity. Resting in the shade of *bogori* trees on the white sands of the riverbank, thoughts and images were encapsulated into words that he had been too shy to express.

Three decades later, in 1970, that young boy, then 43 years old, swept the Assamese literary world off its feet with his first book, *Ananya Prantor.* It was hailed as an "exceptional, unique travelogue".

A string of literary successes followed with *Ferengadao,* a book on Kalaguru Bishnu Rabha, *Mahapurush Madhavdev,* an inspirational work on Sankaradev's illustrious disciple, *Jadugharar Kirtimukh, Taat Nadi Nasil, Nibandhita Anubhav, Luit, Barak aru Islam, Yangjoo Nadir Paar* and *Bipannay Samay* among others.

Today, Medini Mohan Choudhury, master-narrator, who began his literary career by "putting a few verses to paper as outpourings of the heart", is lost to the mortal world; only his narration stands witness to the flair of his powerful pen.

True to his conscience, to his observations and experiences, each novel, short story or essay that the Sahitya Akademi awardee wrote, compelled the reader to search for "the truth within and in his environs".

*Taat Nadi Nasil,* for examlple. The ambience of the novel - born of memories of his own ancestral village near Goreswar in Kamrup district, his serene childhood and the turmoil of youth - was the backdrop for his contemplation on his own gamut of experiences of tribalism and disintegration.

*Even Luit, Barak aru Islam,* which Choudhury wrote during the surcharged times of the Assam agitation on the contribution of the Assamese Muslims to the state, a time when the latter lived in anxiousness within the state polity and society, reflected the courage of his convictions, Choudhury's stories never took off on imaginative flights, always remaining grounded in reality - simple narrations about the many encounters in the journey of life.

Regardless of the accolades, Choudhury always strove to

achieve perfection, which he often felt "eluded him".

The journalist in the writer surfaced, but for a frief period. He had plunged into the adventurous world of journalism with a lot of enthusiasm, but financial compulsions forced him to join the Assam Civil Service in 1956. Besides, he also considered himself a failure as a journalist since many a time he was unable to remain "non-partisan on issues."

Emerging from the shadow of dard childhood memories of "taunts for quoting Sanskrit *shlokas* despite being a Bodo boy", Choudhury wrote Assamese literature, and shone, too, albeit never harbouring any rancour later for those embarrassing moments that had "hurt the soul".

Objective, humane and intensely passionate about improving the lot of the underprivileged, Choudhury always said that he "followed his own heart, not any particular ideology". A truly secular man, his persona remained till the end as natural as a flowing river and as fresh as dew drops.

**THE TELEGRAPH FRIDAY 14 FEBRUARY 2003**

# নিৰলে বিদায়ৰ ক্ষণ গণি মেলানি মাগিলে 'য়াংজু'ৰ প্ৰেমিকে

## 'ফেৰেংগাদাও'ৰ স্ৰষ্টা মেদিনী চৌধুৰীৰ মৃত্যু

'ফেৰেংগাদাও'ৰ স্ৰষ্টা মেদিনী চৌধুৰী আৰু নাই। দীৰ্ঘদিন ধৰি অসুস্থতাৰে সংগ্ৰাম কৰি কৰি যেন ভাগৰি পৰিল মেদিনী চৌধুৰী! অৱশেষত 'বিপন্ন সময়'ৰ ৰচয়িতাজনে আজি হাৰ মানিলে নিয়তিৰ ওচৰত। নৰিয়াপাটীৰ পৰাও নিৰৱচ্ছিন্ন সাহিত্য-সাধনাত যতি পৰিবলৈ নিদিয়া বিশিষ্ট সাহিত্যিকজনৰ আজি পুৱা ১০.২০ বজাত হৃদৰোগত আক্ৰান্ত হৈ মৃত্যু ঘটে। যোৱা নিশালৈকে সকলো ঠিকেই আছিল। দুৰাৰোগ্য কৰ্কট ৰোগত আক্ৰান্ত সাহিত্যিক, সাহিত্য অকাডেমি বঁটা বিজেতাজন শেহতীয়াভাৱে শয্যাগত হৈছিল যদিও কাকো একো নোকোৱাকৈ এনেদৰে তেওঁ আঁতৰি যাব বুলি কোনেও ভবা নাছিল। পৰিয়ালৰ লোকেও। আজি পুৱা হঠাতে তেওঁৰ বুকুত কফে হেঁচি ধৰে। উশাহ-নিশাহ লওঁতে অসম্ভৱ কষ্টৰ সম্মুখীন হোৱাত তেওঁক পুৱা ১০ মান বজাত ভঙাগড়ৰ 'নেমকেয়াৰ নাছিং হোম'লৈ নিয়া হয় যদিও চিকিৎসকে সাহিত্যিকজনক কৃত্ৰিম উপায়েৰে অক্সিজেন দিহে ৰাখিবলগীয়া হয়। চিকিৎসকৰ সকলো চেষ্টাই ব্যৰ্থ হ'ল আধাঘণ্টাৰো কম সময়ত। প্ৰকাশন পৰিষদ বঁটা প্ৰাপক সাহিত্যিকজনৰ মৃত্যু ঘটে বুলি চিকিৎসকে ঘোষণা কৰে ঠিক ১০.২০ বজাত। মেদিনী চৌধুৰীৰ দেহাৱসানৰ লগে লগে অসমীয়া সাহিত্য জগতত এক ভীষণ শূন্যতাৰ সৃষ্টি হ'ল। এজন সাহিত্যিককেই নহয়, মেদিনী চৌধুৰীৰ বিদায়ৰ লগে লগে ৰাজ্যই হেৰুৱালে এজন ৰাজনৈতিক বিশ্লেষককো আৰু সমাজ বিশেষজ্ঞকো। ১৯২৭ চনত কামৰূপ জিলাৰ গোৰেশ্বৰৰ সমীপৰ ৰামছা গাঁৱত কাৰ্যতঃ সোণৰ চামুচ মুখত লৈয়েই মেদিনী চৌধুৰীৰ জন্ম হৈছিল। মৌজাদাৰ পিতৃ হিতৰাম চৌধুৰী আৰু মাতৃ সৰলাবালা চৌধুৰীৰ চাৰিজন পুত্ৰ সন্তানৰ ভিতৰত অতিকৈ আদৰুৱা মেদিনী চৌধুৰীয়ে গাদলাপাৰাৰ মধ্য ইংৰাজী বিদ্যালয়ৰ পঞ্চম শ্ৰেণীত অধ্যয়ন কৰি থাকোতেই আকৃষ্ট হয় শৰৎ চন্দ্ৰ চট্টোপাধ্যায়, বংকিম চন্দ্ৰ আদিৰ দৰে বৰেণ্য সাহিত্যিকৰ লেখাৰ প্ৰতি। পিছত চৌধুৰীয়ে স্বীকাৰো কৰিছিল যে শৈশৱত এই মহান লেখকসকলৰ তত্ত্বগধুৰ কথাবোৰ বুজি নাপালেও তেওঁলোকৰ ৰচনাশৈলীয়ে তেওঁক বাৰুকৈয়ে মোহিত কৰিছিল। ১৯৪১ চনত পঞ্চম শ্ৰেণীৰ পৰীক্ষাত উত্তীৰ্ণ হৈ সেই বছৰৰে আগষ্টত তেওঁ নলবাৰীৰ গৰ্ডন হাইস্কুলত ষষ্ঠ শ্ৰেণীত নামভৰ্তি কৰে। কৈশোৰৰ পৰাই জাতীয়তাবাদী চিন্তাধাৰাৰ চৌধুৰীয়ে ৪২ৰ গণ আন্দোলনতো সক্ৰিয়ভাৱে অংশগ্ৰহণ কৰিছিল। দ্বিতীয় বিশ্বযুদ্ধৰ অগনিয়ে বহু সৃষ্টি, সভ্যতা, কৃষ্টি চাৰখাৰ কৰাৰ সময়তে চৌধুৰীয়ে স্বেচ্ছাসেৱকৰূপে জাপানী সেনাৰ অত্যাচাৰত গৃহহাৰা হোৱা বাৰ্মাৰ শৰণাৰ্থীসকলৰ সেৱা-শুশ্ৰূষাত হাতে-কামে লাগি গৈছিল। বিশ্বযুদ্ধৰ আতংকময়

পৰিস্থিতি শাম কটাত ১৯৪৫ চনত তেওঁ কটন মহাবিদ্যালয়ৰ কলা শাখাৰ ইণ্টাৰমিডিয়েট শ্ৰেণীত নাম লগায়। কটনত থকা কালছোৱাতে চৌধুৰীয়ে ছেগা-চোৰোকাকৈ আৰম্ভ কৰে সাহিত্যৰ সাধনা। ১৯৪৮ চনত জনজাতীয় নেতা ভীমবৰ দেউৰীৰ স্মৃতিত তেওঁ জীৱনৰ প্ৰথমটো কবিতা ৰচনা কৰে। ১৯৪৯ চনত কটনৰ পৰাই সুখ্যাতিৰে স্নাতক ডিগ্ৰী লাভ কৰি চৌধুৰীয়ে সাংবাদিকতাৰেই কৰ্ম-জীৱনৰ পাতনি মেলে। ১৯৪৯ চনতে 'ৰামধেনু'ত প্ৰকাশিত হয় চৌধুৰীৰ প্ৰথমটো চুটিগল্প 'সিহঁত কেৱল মোৰ'। সেই বছৰ চৌধুৰীয়ে শ্বিলঙত থকা অসম সচিবালয়ত চাকৰিত যোগদান কৰে। স্বাধীনচিতীয়া চৌধুৰীৰ বাবে কাৰ্যালয়ৰ চাৰি বেৰৰ মাজত আবদ্ধ হৈ থকাটো অসম্ভৱ আছিল। কিছুদিনৰ পিছতে তেওঁ চৰকাৰী চাকৰি বাদ দি পুনৰ সাংবাদিকতাৰ জীৱনলৈ উভতি আহে। ১৯৫৪ চনত টংলাৰ প্ৰণতি চৌধুৰীৰ সৈতে তেওঁ বিবাহপাশত আবদ্ধ হয়। ১৯৫৫ চনত অসম অসামৰিক সেৱাৰ পৰীক্ষাত অৱতীৰ্ণ হোৱা চৌধুৰীয়ে ১৯৫৬ চনৰ ৬ ফেব্ৰুৱাৰীৰ পৰা গোৱালপাৰাত অসামৰিক সেৱাৰ বিষয়াৰূপে নতুনকৈ চৰকাৰী চাকৰি জীৱনৰ পাতনি মেলে। ৰাজ্য চৰকাৰৰ বিভিন্ন বিভাগত সুখ্যাতিৰে কাৰ্যনিৰ্বাহ কৰি চৌধুৰীয়ে ৰেচম বিভাগৰ সঞ্চালক হিচাপে ১৯৮৬ চনত চৰকাৰী চাকৰিৰ পৰা অৱসৰ লয়।

চৰকাৰী বিষয়া হিচাপে ৰাজ্যৰ দিহিঙে-দিপাঙে ঘূৰি ফুৰিবলগীয়া হ'লেও চৌধুৰীয়ে একান্তমনে সাহিত্য-সাধনাত ব্ৰতী হৈ থাকে। চৌধুৰীৰ ভ্ৰমণকাৰী জীৱনৰ প্ৰভাৱ তেওঁৰ লেখাতো পৰে। ১৯৮০ চনত প্ৰকাশ পায় ভ্ৰমণ কাহিনীৰ আধাৰত লিখা তেওঁৰ প্ৰথমখন গ্ৰন্থ 'অনন্য প্ৰান্তৰ'। অনন্য প্ৰান্তৰৰ যোগেদিয়েই ৰাজ্যৰ সাহিত্য জগতত সৃষ্টি হ'ল এটি অনন্য সুন্দৰ যুগৰ। মৃত্যুৰ আগমুহূৰ্তলৈকে চৌধুৰীৰ ৩০ খনতকৈও অধিক গ্ৰন্থ প্ৰকাশ পায়। তেওঁৰ কলমৰ পৰা সৃষ্টি হয় আশীটাতকৈও অধিক চুটি গল্পৰ। দুৰাৰোগ্য কৰ্কট ৰোগত আক্ৰান্ত হৈ বিছনাত পৰি থকা অৱস্থাতো তেওঁ লিখি সমাপ্ত কৰে সদ্য প্ৰকাশিত 'সৰ্বভাৰতীয় ভক্তি আন্দোলন আৰু শংকৰদেৱৰ মূল্যায়ন'। 'য়াংজু নদীৰ পাৰ' তেওঁৰ বহুপঠিত ভ্ৰমণ কাহিনী। দুৰাৰোগ্য ৰোগত আক্ৰান্ত হৈ নিৰলে বিদায়ৰ ক্ষণ গণা চৌধুৰীয়ে আজি মেলানি মাগিলে।

মেদিনী চৌধুৰীৰ লেখাত ফুটি উঠিছিল সাম্প্ৰতিক সময়ৰ সামাজিক-ৰাজনৈতিক জীৱনৰ এক বাস্তৱ প্ৰতিচ্ছবি। কলাগুৰু বিষ্ণু ৰাভাৰ সংগ্ৰামী জীৱনৰ ভেটিত ৰচিত তথা ১৯৮২ চনত প্ৰকাশিত ফেৰেংগাদাও'খনে চৌধুৰীক অসমীয়া সাহিত্য জগতত এখন স্বকীয় আসন দিয়ে। ১৯ শতিকাৰ আৰু বিগত শতিকাৰ চতুৰ্থ দশকৰ ভিতৰৰ ৰাজ্যখনৰ মধ্যবিত্ত পৰিয়ালৰ ক্ৰমবিকাশৰৰ ওপৰত ১৯৯৬ চনত প্ৰকাশ পোৱা 'বিপন্ন সময়' চৌধুৰীৰ সাহিত্য-কৰ্ম জীৱনৰ আন এক মাইলৰ খুঁটি। এই গ্ৰন্থখনৰ বাবেই ১৯৯৯ চনত চৌধুৰীয়ে লাভ কৰে সাহিত্য অকাডেমি বঁটা। ১৯৭০ চনত প্ৰকাশিত 'তাত নদী নাছিল' নামৰ গ্ৰন্থখনৰ বাবে চৌধুৰীয়ে লাভ কৰে অসম প্ৰকাশন পৰিষদ বঁটা, ২০০২ চনত ৰাজ্য চৰকাৰে তেওঁক বিষ্ণু ৰাভা বঁটাৰে সন্মানিত কৰে। চৌধুৰীৰ আন কেইখনমান উল্লেখনীয় গ্ৰন্থ হ'ল - বগুকা বেহাৰ (১৯৭৬), লুইত, বৰাক আৰু ইছলাম (১৯৮২),

যাদুঘৰৰ কীৰ্তিমুখ (১৯৮৭), খোলাকটিৰ তাল (১৯৮৯), চীন ভ্ৰমণৰ অভিজ্ঞতাৰ ওপৰত লিখা চীনৰ ছাত্ৰ আন্দোলন আৰু য়াংজু নদীৰ পাৰ (১৯৯০), ফাগুনত আজাৰৰ ফুল (১৯৯৩) আদি। তদুপৰি ১৯৯৩ চনত প্ৰকাশ পায় ইংৰাজী ভাষাত লিখা মেকিং অব্ এ লীডাৰ শীৰ্ষক গ্ৰন্থখন।

গ্ৰন্থ প্ৰণয়নৰ উপৰি চৌধুৰীৰ বহুকেইখন বাতৰি কাকত-আলোচনীৰ নিয়মীয়া লেখক। পচোৱা, প্ৰকাশ, গৰীয়সী আদি আলোচনীত বহু তত্ত্বগধুৰ লেখাৰে তেওঁ অসমীয়া সাহিত্যৰ ভঁৰাল টনকিয়াল কৰি গৈছে। চৌধুৰীয়ে 'সমকাল' আৰু 'সূত্ৰধাৰ' আলোচনীৰো সম্পাদক আছিল। ১৯৯৮ চনৰ পৰা প্ৰ'ষ্টেট গ্ৰেণ্ডৰ অসুখত ভুগি থকা চৌধুৰীৰ শাৰীৰিক অৱস্থাৰ ২০০২ ৰ শেষৰ ফালে অধিক অৱনতি ঘটে। কৰ্কট ৰোগতো আক্ৰান্ত হৈ পৰা চৌধুৰীৰ উন্নত চিকিৎসাৰ বাবে অলপতে চেন্নাইলৈও নিয়া হৈছিল। চৌধুৰীয়ে তেওঁৰ মৃত্যুৰ পিছত পত্নীৰ লগতে এজন পুত্ৰ আৰু তিনিগৰাকী জীয়ৰীসহ বহু গুণমুগ্ধক এৰি থৈ যায়।

### নৱগ্ৰহত শেষকৃত্য সম্পন্ন 'বণ্ডুকা বেহাৰ'ৰ ৰচয়িতাৰ

প্ৰথিতযশা সাহিত্যিক মেদিনী চৌধুৰীৰ শেষকৃত্য আজি সন্ধিয়া নৱগ্ৰহ শ্মশানত সম্পন্ন কৰা হয়। বিয়লি ৫.৩০ বজাত গুৱাহাটীৰ চানমাৰি কলনিত থকা বাসভৱনৰ পৰা পুষ্পসজ্জিত গাড়ীৰে চৌধুৰীৰ নশ্বৰ দেহ নৱগ্ৰহ শ্মশানলৈ অনা হয়। প্ৰায় ৬.১৫ বজাত সাহিত্যিকজনৰ মুখাগ্নি কৰে একমাত্ৰ পুত্ৰ অঞ্জন চৌধুৰীয়ে। অন্ত পৰিল এক বিশাল ব্যক্তিত্বৰ। যৱনিকা পৰিল বৰ্ণময় জীৱন-নাটৰ এজন অক্লান্ত ভাৱৰীয়াৰ।

*গুৱাহাটীৰ পৰা ১৪ ফেব্ৰুৱাৰী ২০০৩ ইং চনৰ 'আমাৰ অসম' কাকতত লিখিলে — 'নিৰলে বিদায়ৰ ক্ষণ গণি মেলানি মাগিলে 'য়াংজু'ৰ প্ৰেমিকে' চীনদেশৰ নদী য়াংজুৰ প্ৰেমিক মেদিনী চৌধুৰীক বিদায় জনালে এইদৰে।*

# বেহা সামৰিলে 'বণুকা বেহাৰ'ৰ স্রষ্টাই

## অসমীয়া সাহিত্যাকাশৰপৰা অন্তৰ্হিত হ'ল এক উজ্জ্বল নক্ষত্ৰ

উপন্যাস, গল্প, চিন্তা উদ্রেককাৰী লেখা, তথা ইতিহাসৰ বস্তু-নিষ্ঠ অধ্যয়নেৰে অসমীয়া সমাজ জীৱন তথা সাহিত্যক অনন্য মাত্রা দান কৰোতা মেদিনী চৌধুৰীয়ে আজি চিৰ বিদায় মাগিলে। ইয়াৰ লগে লগে অসমীয়া সাহিত্যকাশৰ পৰা অন্তৰ্হিত হৈ গ'ল এটি উজ্জ্বল নক্ষত্ৰৰ। অনন্য প্ৰান্তৰ, তাত নদী নাছিল, ফেৰেংগাদাও, বিপন্ন সময় আদি উপন্যাস সৃষ্টিৰে সমাদাৰ লাভ কৰা মেদিনী চৌধুৰীৰ আজি পুৱা ১০-২০ বজাত মৃত্যু হয় গুৱাহাটীৰ নিজা বাসভৱনত। অসমৰ সংবাদ আৰু সাহিত্য জগতলৈ অতুলনীয় বৰঙণি আগবঢ়াবলৈ সক্ষম হোৱা চৌধুৰীয়ে সৰ্বমুঠ ২২ খন গ্ৰন্থ ৰচনা কৰি অসমৰ সাহিত্যৰ বৰঘৰত নিগাজি স্থান লৈছিল। প্ৰশাসনিক বিষয়া হৈও সাহিত্যৰ ক্ষেত্ৰত দখল স্থাপন কৰিবলৈ সক্ষম হোৱা চৌধুৰীৰ বাসগৃহত মৃত্যুৰ খবৰ বিয়পি পৰাৰ লগে লগে তেওঁৰ গুণমুগ্ধ, আত্মীয়-স্বজনে ভৰি পৰে। দীৰ্ঘ দিন দুৰাৰোগ্য ৰোগত ভুগি থকা চৌধুৰীৰ মৃত্যুৰ বাতৰি বিয়পি পৰাৰ লগে লগে মহানগৰীত শোকাকুল পৰিবেশৰ সৃষ্টি হয়। ১৯২৭ চনত জন্ম লাভ কৰা মেদিনী চৌধুৰীয়ে স্নাতক উপাধি লাভ কৰাৰ পিচত সাংবাদিকতা কৰে। অসম অসামৰিক সেৱাৰ বিষয়া হিচাপে যোগদান কৰাৰ আগেয়ে কিছুদিন তেওঁ শিক্ষকতা কৰিছিল। দীৰ্ঘদিন চৰকাৰী চাকৰি কৰাৰ পিছত অসম চৰকাৰৰ ৰেচম বিভাগৰ সঞ্চালক হিচাপে তেওঁ অৱসৰ গ্ৰহণ কৰে। অৱসৰৰ পিছত তেওঁ 'সূত্ৰধাৰ' আলোচনীৰ সম্পাদনাৰ দায়িত্ব পালন কৰিছিল প্ৰায় দুবছৰ কাল ধৰি। তেওঁ অসুস্থ হৈ পৰাত স্থানীয় নেমকেয়াৰ নাৰ্ছিং হোমত চিকিৎসাধীন কৰোৱা হয়। কিছুদিন চিকিৎসাৰ অন্তত ৰাজ্যৰ বাহিৰলৈ উচ্চ চিকিৎসাৰ বাবে নিয়া হৈছিল যদিও স্বাস্থ্যৰ অৱস্থাৰ বিশেষ পৰিবৰ্তন নঘটিল আৰু আজি মৃত্যুক সাৱটি লয়। চানমাৰিৰ বাসভৱনত ড° হীৰেন গোহাঁই, শোভা ব্ৰহ্ম, উদয়াদিত্য ভৰালীকে প্ৰমুখ্য কৰি বিশিষ্ট লোকসকলে উপস্থিত হৈ মৃতকৰ প্ৰতি শেষ শ্ৰদ্ধা নিবেদন কৰে। বিষ্ণু ৰাভাৰ সংস্পৰ্শ লাভ কৰাৰ পিছত লিখা বিষ্ণু ৰাভাৰ জীৱনভিত্তিত উপন্যাস 'ফেৰেংগাদাও' প্ৰকাশ হয় ১৯৮২ চনত। সাহিত্যিক হিচাপে চৌধুৰীয়ে আত্ম প্ৰকাশ কৰে গল্পকাৰ হিচাপে। তেওঁৰ প্ৰথম গল্প 'সীমাৰেখা' প্ৰকাশিত হয় 'অসমীয়া' কাকতত। পিছলৈ তেওঁ উপন্যাস ৰচনাত মনোনিবেশ কৰে। তেওঁৰ প্ৰথমখন উপন্যাস 'অনন্য প্ৰান্তৰ' প্ৰকাশ হয় ১৯৭২ চনত। গোৰেশ্বৰৰ সমীপৱৰ্তী ৰামছা গাঁৱত জন্ম লাভ কৰা মেদিনী চৌধুৰীয়ে '৪২ৰ গণ আন্দোলনৰ লগতো জড়িত হৈ পৰিছিল। 'ফেৰেংগাদাও' লিখি তেওঁ নিজেই কৈছিল 'ফেৰেংগাদাও' লিখিছিলো পাঁচ বছৰমান অনুসন্ধানৰ পিছত। লিটন ষ্টেচি আৰু আঁদ্ৰে

ম'ৰাৰ কেতবোৰ কথা পঢ়াৰ পিছত। 'ফেৰেংগাদাও'ৰ লগতে 'অনন্য প্ৰান্তৰ' আৰু 'য়াংজু নদীৰ পাৰ' নামৰ দুখন সুখপাঠ্য ভ্ৰমণ কাহিনীৰেও তেওঁ জনপ্ৰিয়তা লাভ কৰিছিল। চীনদেশ ভ্ৰমণ কৰি সেই দেশৰ নানা দিশত আলোকপাত কৰি লিখা এই বিচিত্ৰ গ্ৰন্থখনেও পাঠকৰ সমাদাৰ লাভ কৰিছিল। অসমীয়া ভাষাত গল্প, উপন্যাস, প্ৰবন্ধ লিখাৰ উপৰিও ইংৰাজী আৰু বাংলা ভাষাতো তেওঁ সাহিত্য সৃষ্টি কৰিছিল। 'দেশ' নামৰ বাংলা পত্ৰিকাতো প্ৰকাশিত হৈছিল তেওঁৰ প্ৰবন্ধ। ১৯৫৪ চনৰ ৭ মে (২৪ ব'হাগ) তাৰিখে টংলাৰ ওচৰৰ ভেৰগাঁৱৰ ভগীৰাম ডেকাৰ দুহিতা প্ৰণতি ডেকাৰ লগত বিবাহপাশত আবদ্ধ হয়। এজন পুত্ৰ সন্তান অঞ্জন চৌধুৰী (বেংক বিষয়া) আৰু তিনিজনী কন্যা সন্তান মঞ্জুবালা ব্ৰহ্ম (প্ৰশাসনিক বিষয়া), পাৰমিতা বসুমতাৰী আৰু বিনন্দিতা সোণোৱাল। চাৰিটি সন্তানৰ পিতৃ মেদিনী চৌধুৰীয়ে লিখা 'বগুকা বেহাৰ' (১৯৭৬) অসমীয়া সাহিত্যৰ দ্বিতীয়খন জীৱনীমূলক উপন্যাস আৰু মাধৱদেৱৰ জীৱনভিত্তিক প্ৰথমখন উপন্যাস। ব্যক্তিগতভাৱে সহজ-সৰল জীৱন যাপন কৰা আৰু উচ্চ চিন্তা পোষণ কৰা নীতিত বিশ্বাসী মেদিনী চৌধুৰীয়ে কোনো দিনে নিজৰ আৰ্থিক দিশৰ পৰা চিন্তা কৰা নাছিল। উচ্চ পদৱীত সদীৰ্ঘ কাল চাকৰি কৰাৰ পিছতো তেওঁ পাঞ্জাবাৰীত সাজিব লোৱা ঘৰটি সম্পূৰ্ণ কৰিব নোৱাৰিলে বুলি গুণমুগ্ধসকলে কয়। মেদিনী চৌধুৰীৰ মৃত্যুত তেওঁৰ অসমৰ মুছলমানসকলৰ বিষয়ে লিখিব লগা বৃহৎ গ্ৰন্থখন অসম্পূৰ্ণ হৈ ৰ'ল। প্ৰগতিশীল সমাজৰ সপোন দেখা মেদিনী চৌধুৰীয়ে ১৯৫০ চনৰপৰা ৫৫ পৰ্যন্ত 'অসমীয়া', 'দৈনিক শান্তিদূত' কাকতৰ সহকাৰী সম্পাদকৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। ১৯৮৬ চনত চাকৰিৰপৰা অৱসৰ গ্ৰহণ কৰাৰ পিছত 'সূত্ৰধাৰ' নামৰ পযেকীয়া আলোচনীখনৰ সম্পাদনাৰ দায়িত্ব লয়। ব্যক্তিগত জীৱন আৰু সাহিত্যকৰ্ম উভয়তে প্ৰতিবাদী সত্তা প্ৰতিফলন ঘটোৱা মেদিনী চৌধুৰীৰ মৃত্যুৱে সাহিত্যৰ এক অধ্যায়ৰ সমাপ্ত ঘটালে। সন্ত্ৰাসবাদৰ ওপৰত ভেটি কৰি 'যাদুঘৰৰ কীৰ্তিমুখ', 'বিপন্ন সময়' আৰু ব্ৰজনাথ শৰ্মাৰ জীৱনৰ ওপৰত আধাৰিত 'খোলাকটিৰ তাল' আদি উপন্যাসসমূহেও জনপ্ৰিয়তা লাভ কৰে। তেওঁৰ 'তাত নদী নাছিল' নামৰ তেওঁৰ উপন্যাসখনত ফুটাই তুলিছিল এখন জনজাতীয় গাঁৱৰ জীৱন প্ৰণালীক। ১৯৯৯ চনত 'বিপন্ন সময়' নামৰ গ্ৰন্থৰ বাবে সাহিত্য অকাডেমি বঁটা লাভ কৰা মেদিনী চৌধুৰীয়ে ৩ বছৰৰ বাবে ৰাজ্যৰ জনসংযোগ বিভাগৰ সঞ্চালকৰূপেও কাৰ্যনিৰ্বাহ কৰিছিল। দীৰ্ঘদিন দুৰাৰোগ্য ৰোগত আক্ৰান্ত 'ফেৰেংগাদাও'ৰ স্ৰষ্টাজনৰ মৃত্যুৱে ৰাজ্যজুৰি শোকৰ ছাঁ পেলায়।

মুখ্যমন্ত্ৰী, প্ৰাক্তন মুখ্যমন্ত্ৰীৰ শোক, ৰাজ্যখনৰ এজন বিশিষ্ট সাহিত্যিক, ঔপন্যাসিক মেদিনী চৌধুৰীৰ মৃত্যুত মুখ্যমন্ত্ৰী তৰুণ গগৈয়ে গভীৰ শোক প্ৰকাশ কৰিছে। গগৈয়ে আজি এটা শোকবাৰ্তাত কয় যে চৌধুৰীৰ মৃত্যুত অসমীয়া সাহিত্য-জগতৰ এক অপূৰণীয় ক্ষতি হ'ল। প্ৰয়াত চৌধুৰীয়ে অসমীয়া সাহিত্য-জগতলৈ আগবঢ়াই থৈ যোৱা অমূল্য অৱদানসমূহৰ কথা মুখ্যমন্ত্ৰীয়ে গভীৰ শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰে সোঁৱৰণ কৰে আৰু কয় যে এই অৱদানসমূহৰ বাবে অসমৰ ৰাইজৰ মনত তেওঁ চিৰস্মৰণীয় হৈ ৰ'ব। মুখ্যমন্ত্ৰীয়ে

প্ৰয়াত চৌধুৰীৰ বেদেহী আত্মাৰ সদগতি কামনা কৰাৰ লগতে শোকসন্তপ্ত পৰিয়ালবৰ্গলৈ গভীৰ সমবেদনা জ্ঞাপন কৰিছে।

গড়কাপ্তানি মন্ত্ৰী শৰৎ বৰকটকীয়েও চৌধুৰীৰ মৃত্যুত গভীৰ শোক প্ৰকাশ কৰাৰ লগতে শোকসন্তপ্ত পৰিয়াললৈ সমবেদনা জনাইছে। প্ৰাক্তন মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তই এক শোকবাৰ্তাত কয় যে বগুকা বেহাৰ, অনন্য প্ৰান্তৰ, এই গুৱাহাটী আৰু ফেৰেংগাদাওৰ দৰে অতি সুখপাঠ্য উপন্যাস আৰু অন্যান্য লেখাৰে অসমীয়া ভাষাক সমৃদ্ধ কৰি যোৱা মেদিনী চৌধুৰীৰ মৃত্যু অসমীয়া জাতিয়ে প্ৰয়াত চৌধুৰীক সদায় শ্ৰদ্ধাৰে সুঁৱৰিব।

মহন্তই বিদেহী আত্মাৰ সদ্‌গতি কামনা কৰাৰ লগতে শোকসন্তপ্ত পৰিয়ালবৰ্গলৈ সমবেদনা জ্ঞাপন কৰে। সাহিত্যিকজনৰ মৃত্যুৰ খবৰ পাই আজি অন্যান্যসকলৰ লগতে ৰাজ্যৰ শিক্ষামন্ত্ৰী পংকজ বৰা তেওঁৰ বাসস্থানত উপস্থিত হয়গৈ আৰু মৃতকৰ প্ৰতি অন্তিম শ্ৰদ্ধা তৰ্পণ কৰে। ৰাজ্যৰ পঞ্চায়ত আৰু গ্ৰামোন্নয়ন ৰাজ্যিক মন্ত্ৰী (স্বতন্ত্ৰ) ৰিপুণ বৰাই সাহিত্যিক মেদিনী চৌধুৰীৰ মৃত্যু অসমীয়া সাহিত-জগতৰ এক অপূৰণীয় ক্ষতি বুলি কয়। মেদিনী চৌধুৰীৰ অমৰ সৃষ্টিৰাজিয়ে অসমৰ সাহিত্যপ্ৰেমীসকলক চিৰকাল আলোড়িত কৰি থাকিব বুলি কৈ মন্ত্ৰী বৰাই তেওঁৰ আত্মাৰ সদ্‌গতি কামনা কৰে। সু-সাহিত্যিক মেদিনী চৌধুৰীৰ মৃত্যুত ৰাজ্যৰ জনসংযোগ আৰু সাংস্কৃতিক বিভাগৰ আয়ুক্ত জ্যোতিপ্ৰসাদ শইকীয়ায়ো আজি প্ৰয়াত চৌধুৰীৰ বাসগৃহলৈ গৈ শ্ৰদ্ধা নিবেদন কৰাৰ লগতে তেওঁৰ আত্মাৰ চিৰশান্তি কামনা কৰে।

*'দৈনিক জনমভূমি', গুৱাহাটী, শুক্ৰবাৰ, ফেব্ৰুৱাৰী ১৪/২০০৩ ষ্টাফ ৰিপৰ্টাৰে লিখিছিল, "বেহা সামৰিলে 'বগুকা বেহাৰ'ৰ স্ৰষ্টাই" অসমীয়া সাহিত্যকাশৰ পৰা অন্তৰ্হিত হ'ল এক উজ্জ্বল নক্ষত্ৰ।*

## অসমীয়া সাহিত্যত শূন্যতাৰ সৃষ্টি কৰি মেদিনী চৌধুৰীৰ বিয়োগ

# 'ফেৰেংগাদাও'ৰ স্ৰষ্টা আৰু নাই

অসমৰ সাহিত্য তথা বৌদ্ধিক জগতত দীৰ্ঘকাল ধৰি সবল ভূমিকা গ্ৰহণ কৰি অহা বৰেণ্য সাহিত্যিক-চিন্তাবিদ তথা সাংবাদিক মেদিনীমোহন চৌধুৰীৰ আজি পুৱা পৰলোকপ্ৰাপ্তি ঘটে। অসমীয়া সাহিত্য জগতত এক বিশাল শূন্যতাৰ সৃষ্টি কৰি ৭৬ বছৰ বয়সত মৃত্যুক আঁকোৱালি লোৱা বিশিষ্ট সাহিত্যিকগৰাকী দীৰ্ঘদিন ধৰি শয্যাশায়ী হৈ আছিল। কৰ্কট ৰোগত আক্ৰান্ত প্ৰয়াত চৌধুৰীক ২০ জানুৱাৰীত চেন্নাইলৈ উন্নত চিকিৎসাৰ বাবেও লৈ যোৱা হৈছিল। চেন্নাইত কিছুদিন চিকিৎসাধীন হৈ থাকি অসমলৈ উভতিল যদিও চৌধুৰীয়ে তেওঁৰ সুস্বাস্থ্য ঘূৰাই নাপালে। অৱশেষত মৃত্যুৰ স'তে দীৰ্ঘদিনীয়া সংগ্ৰামৰ অন্তত সাহিত্যিকগৰাকীয়ে আজি পুৱা ১০:২০ বজাত 'নেমকেয়াৰ' হাস্পতালত শেষ নিশ্বাস ত্যাগ কৰে।

'ফেৰেংগাদাও'ৰ স্ৰষ্টা চৌধুৰীৰ মৃত্যু সংবাদ প্ৰচাৰ হোৱাৰ লগে লগে সাহিত্যিকগৰাকীক শেষ শ্ৰদ্ধা জনাবলৈ তেওঁৰ মহানগৰীৰ চানমাৰিস্থ বাসগৃহত অগণন গুণমুগ্ধ লোক সমবেত হয়। মৃত্যুৰ সময়ত চৌধুৰীয়ে পত্নীসহ একমাত্ৰ পুত্ৰ তথা তিনিগৰাকী কন্যা আৰু জোঁৱাই-নাতি-নাতিনী ইহ সংসাৰত এৰি থৈ যায়। লগতে অসমৰ সাহিত্যপ্ৰেমীৰ বাবে এৰি থৈ যায় তেওঁৰ অসংখ্য চিৰযুগমীয়া সৃষ্টিৰাজি।

প্ৰথিতযশা সাহিত্যিকগৰাকীৰ বিয়োগত ৰাজ্যৰ সকলো প্ৰান্তৰ পৰা বিশিষ্ট ব্যক্তি তথা সংগঠনে গভীৰ শোক প্ৰকাশ কৰিছে। মুখ্যমন্ত্ৰী তৰুণ গগৈয়ে সাহিত্যিকৰ উপৰি মেদিনী চৌধুৰীক এজন সুদক্ষ প্ৰশাসক বুলিও উল্লেখ কৰে। এই শোকবাৰ্তাত গগৈয়ে কয় যে অসমৰ সাহিত্য জগতলৈ তেওঁ আগবঢ়োৱা অমূল্য অৱদানসমূহে চৌধুৰীক অসমৰ ৰাইজৰ মনত চিৰস্মৰণীয় কৰি ৰাখিব। অসম বিধানসভাৰ অধ্যক্ষ পৃথিৱী মাঝিয়ে চৌধুৰীৰ মৃত্যুত শোক প্ৰকাশ কৰি কয় যে সাহিত্যৰ দ্বাৰা অসমীয়া সাহিত্য জগতত চৌধুৰীয়ে এক বিশিষ্ট আসন লাভ কৰিবলৈ সক্ষম হৈছিল। প্ৰায় চাৰি দশক কাল নিৰৱচ্ছিন্নভাৱে সাহিত্য চৰ্চাত ব্ৰতী হৈ থকা চৌধুৰীৰ বিয়োগত অসমীয়া ভাষা-সাহিত্যৰ এক অপূৰণীয় ক্ষতি হ'ল। অগপৰ সভাপতি বৃন্দাবন গোস্বামীয়ে চৌধুৰীৰ বিয়োগত ৰাজ্যখনে এগৰাকী সু-সাহিত্যিক হেৰুওৱা বুলি মন্তব্য কৰে। জনসংযোগ বিভাগৰ প্ৰাক্তন সঞ্চালকগৰাকীৰ বিয়োগত বিভাগীয় কৰ্মীসকলেও আজি এক শোকসভাত মিলিত হৈ চৌধুৰীৰ প্ৰশাসনিক দক্ষতাৰ কথা শ্ৰদ্ধাৰে সোঁৱৰে। চৌধুৰীৰ মৃত্যুত শোকসন্তপ্ত পৰিয়াললৈ সমবেদনা জ্ঞাপন কৰি এন এছ ইউ আইৰ সভাপতি ৰেকিবুদ্দিন আহমেদে তেওঁৰ আত্মাৰ সদগতিৰ বাবে প্ৰাৰ্থনা জনায়।

*'দৈনিক অগ্ৰদূত' গুৱাহাটী, শুকুৰবাৰ, ১৪ ফেব্ৰুৱাৰী, ২০০৩ ষ্টাফ ৰিপৰ্টাৰে লিখিলে - "অসমীয়া সাহিত্যত শূন্যতাৰ সৃষ্টি কৰি মেদিনী চৌধুৰীৰ বিয়োগ 'ফেৰেংগাদাও'ৰ স্ৰষ্টা আৰু নাই" আকৌ ষ্টাফ ৰিপৰ্টাৰে লিখিছে - "স্বকীয় প্ৰতিভাৰে সুকীয়া আসনৰ অধিকাৰী হৈছিল'*

# স্বকীয় প্ৰতিভাৰে সুকীয়া আসনৰ অধিকাৰী হৈছিল

আজি প্ৰথিতযশা সাহিত্যিক-চিন্তাবিদ মেদিনীমোহন চৌধুৰীৰ বিয়োগৰ লগে লগে অসমৰ সাহিত্য জগতে হেৰুৱালে এক উদাৰ মানৱতাবাদী দৃষ্টিভংগী আৰু সমাজৰ অৱহেলিত-বঞ্চিত জনগণৰ প্ৰতি গভীৰ মমতা তথা সহানুভূতিসম্পন্ন চালিকাশক্তি। বহুমুখী প্ৰতিভাৰে তেওঁৰ ৭৬ বছৰীয়া জীৱনটোক শাশ্বত কৰি থৈ যোৱা মেদিনী চৌধুৰীৰ জন্ম কামৰূপ জিলাৰ গোৰেশ্বৰৰ সমীপৱৰ্তী ৰামছা গাঁৱত। ১৯২৭ ত জন্মগ্ৰহণ কৰা চৌধুৰীয়ে বিদ্যালয়ৰ পৰাই তেওঁৰ মেধা শক্তিৰ পৰিচয় দি আহিছে। ১৯৪২ ৰ স্বাধীনতা আন্দোলনত সক্ৰিয়ভাৱে জড়িত হোৱা চৌধুৰীয়ে ১৯৪৬ ত শৰণীয়া আশ্ৰমত মহাত্মা গান্ধীৰ সাক্ষাৎ লাভ কৰিছিল। তদুপৰি ১৯৪৭ ত বৰপেটা সত্ৰত জনজাতীয় লোকৰ প্ৰৱেশাধিকাৰৰ সপক্ষে জনমত সৃষ্টি কৰি চৌধুৰীয়ে এক বিতৰ্কিত সামাজিক ভূমিকা গ্ৰহণ কৰিছিল। ১৯৫৪ ত টংলাৰ প্ৰণতি চৌধুৰীৰ স'তে বিবাহ পাশত আবদ্ধ হোৱা চৌধুৰীয়ে অতি নিবিড়ভাৱে সান্নিধ্য লাভ কৰিছিল কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ। ৰাভাৰ এই সান্নিধ্যই পাছলৈ মেদিনী চৌধুৰীৰ কলমেদি 'ফেৰেংগাদাও' নামৰ যাউতিযুগীয়া উপন্যাসখনৰ জন্ম হোৱাত প্ৰভূত অৰিহণা যোগাইছিল। উল্লেখ্য যে চৌধুৰীয়ে প্ৰথমতে শিক্ষকতাৰে জীৱিকাৰ পাতনি মেলিলেও পাছলৈ তেওঁ অসম অসামৰিক সেৱাৰ পৰীক্ষাত উত্তীৰ্ণ হৈ ৰাজ্যৰ বিভিন্ন প্ৰান্তত চৰকাৰী বিষয়াৰূপে কাৰ্যনিৰ্বাহ কৰাৰ সুযোগ পায়। ১৯৮৬ ত চৰকাৰী চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰা সাহিত্যিকগৰাকীয়ে ১৯৮০ ৰ পৰা ১৯৮৩ লৈ ৰাজ্যৰ জনসংযোগ বিভাগৰ সঞ্চালকৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। চৰকাৰী চাকৰিৰ বাবে ৰাজ্যৰ বিভিন্ন প্ৰান্তত পৰিভ্ৰমণ কৰি চৌধুৰীয়ে তেওঁৰ সৃষ্টিকৰ্মৰ বাবে বহু অমূল্য উপাদান সংগ্ৰহ কৰিছিল। অসমৰ প্ৰতিখন গাঁও, ইয়াৰ বৈশিষ্ট্য, জনগাঁথনিৰ পৰা আৰম্ভ কৰি খোৱা-শোৱাৰ ধৰণ-কৰণলৈকে বিস্তৃত তথ্য চৌধুৰীৰ নখদৰ্পণত আছিল। তেওঁৰ গল্প-উপন্যাস গ্ৰাম্য জীৱনৰ ৰূপ-ৰস, বৰ্ণ-গোন্ধেৰে সজীৱ আছিল। চৰকাৰী চাকৰি জীৱনৰ লগে লগে চৌধুৰীয়ে সংবাদ জগতৰ স'তেও ওতপ্ৰোতভাৱে জড়িত আছিল। ১৯৫০ চনৰ পৰা ১৯৫৫ পৰ্যন্ত 'অসমীয়া' আৰু 'দৈনিক শান্তিদূত' নামৰ কাকতৰ সহকাৰী সম্পাদকৰূপে কাৰ্যনিৰ্বাহ কৰা চৌধুৰীয়ে চৰকাৰী চাকৰিৰ পৰা অৱসৰ গ্ৰহণৰ পাছত 'সূত্ৰধাৰ' আলোচনীৰ সম্পাদকৰ দায়িত্বও চম্ভালিছিল। গল্পকাৰ হিচাপে সাহিত্যিক জীৱন আৰম্ভ কৰা এইগৰাকী প্ৰতিভাবান গল্প-শিল্পীয়ে পৰৱৰ্তী কালত সাহিত্য জগতত ঔপন্যাসিকৰূপেহে অধিক খ্যাতিমান আৰু প্ৰসিদ্ধ হৈ পৰে। ১৯৭১ত 'অনন্য প্ৰান্তৰ' নামৰ অনন্য ৰচনাশৈলীসম্পন্ন উপন্যাসখনেৰে উপন্যাসিকৰূপে আত্মপ্ৰকাশ কৰা চৌধুৰীয়ে 'বগুৰুকা বেহাৰ', 'তাত নদী নাছিল', 'ফেৰেংগাদাও', 'যাদুঘৰৰ কীৰ্তিমুখ', 'বিপন্ন সময়' প্ৰমুখ্যে কেইবাখনো বৈশিষ্ট্যপূৰ্ণ সফল উপন্যাস ৰচনা কৰি উপন্যাস-

সাহিত্যত এক বিশিষ্ট স্থান অধিকাৰ কৰিবলৈ সক্ষম হৈছিল। কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ পৰা আৰম্ভ কৰি দেশভক্ত তৰুণৰাম ফুকন, লোকপ্ৰিয় গোপীনাথ বৰদলৈ আদিলৈকে জীৱন্ত চৰিত্ৰসমূহক জীৱন্ত ৰূপত উপস্থাপন কৰি চৌধুৰীয়ে তেওঁৰ উপন্যাসৰাজিক দিছিল এক অনন্য মাত্ৰা। উপন্যাসৰ বাবে অধিক জনপ্ৰিয়তা অৰ্জন কৰিলেও চৌধুৰীয়ে 'সিহঁত কেৱল মৰে', 'ইদ্ৰিছ, মই আৰু বাবুলাল', 'মণিৰাম পাটৰ কেনি গ'ল' আদি একাধিক সাৰ্থক গল্পৰ সৃষ্টি কৰি থৈ গৈছে।

কেৱল গল্প-উপন্যাসতেই নহয়, 'অগ্ৰদূত' আৰু 'দৈনিক অগ্ৰদূত' কাকতৰ নিয়মীয়া লেখক চৌধুৰীয়ে তেওঁৰ জীৱনকালত ভালেমান গৱেষণামূলক প্ৰবন্ধও ৰচনা কৰিছিল। এই প্ৰবন্ধৰাজিত চৌধুৰীৰ অধ্যয়নৰ ব্যাপ্তি আৰু গভীৰতা, বৈদগ্ধ্য আৰু স্বকীয় দৃষ্টিভংগীৰ স্বাক্ষৰ পোৱা যায়। তেওঁৰ গৱেষণামূলক গ্ৰন্থ 'সৰ্বভাৰতীয় ভক্তি-আন্দোলন আৰু শংকৰদেৱৰ মূল্যায়ন'ত মহাপুৰুষ শংকৰদেৱৰ বিষয়ক চৰ্চা-গৱেষণাৰ ক্ষেত্ৰত এক মূল্যবান আৰু দিকদৰ্শী সংযোজনৰূপে বিবেচিত হৈছে। তেওঁৰ জীৱনকালত প্ৰায় ২৭ খন স্বৰচিত গ্ৰন্থ প্ৰকাশিত হৈছে, যাৰ তিনিখন ইংৰাজীত ৰচিত। ভ্ৰমণ কাহিনীতো স্বকীয়তা প্ৰদৰ্শন কৰা চৌধুৰীয়ে প্ৰায় ২২ খন সৰু-বৰ উপন্যাস, তিনিখন ভ্ৰমণ কাহিনী, ৬০ টা গল্প আৰু ডেৰ শতাধিক প্ৰবন্ধ লিখি থৈ গৈছে। ৬০ৰ দশকত চৌধুৰীয়ে বাংলা ভাষাতো প্ৰবন্ধ-পাতি লিখিছিল। ১৯৬৪ত জনপ্ৰিয় 'দেশ' আলোচনীত প্ৰকাশিত চৌধুৰীৰ 'এক যে ছিল ৰাজা' উল্লেখযোগ্য বাংলা প্ৰবন্ধ।

চৌধুৰীৰ জীৱন বহু মূল্যবান কৰ্মৰাজিৰে পৰিপূৰ্ণ হোৱা সত্বেও জীৱিত কালত অসমবাসীৰ পৰা তেওঁ উপযুক্ত সন্মান-পুৰস্কাৰ পোৱা নাছিল। ১৯৯১ত 'বিপন্ন সময়' নামৰ গ্ৰন্থৰ বাবে সাহিত্য অকাডেমি বঁটা, ২০০২ত অসম চৰকাৰৰ 'বিষ্ণু ৰাভা' বঁটা তথা ত্ৰিপুৰা চৰকাৰৰ অদ্বৈতমল্ল বঁটাৰ উপৰি চৌধুৰীয়ে তেওঁৰ 'তাত নদী নাছিল' উপন্যাসৰ বাবে অসম প্ৰকাশন পৰিষদৰ বঁটাও লাভ কৰিছিল। কিন্তু অসম সাহিত্য সভাৰ দৰে জাতীয় অনুষ্ঠানটিয়ে এইগৰাকী বৰেণ্য সাহিত্যিকক কোনো কালে উপযুক্ত সন্মান যঁচা নাছিল। আকৌ বঁটা বা পুৰস্কাৰৰ বাবে কাহানিও লালায়িত নাছিল মেদিনী চৌধুৰী। প্ৰচাৰবিমুখতাও তেওঁৰ জীৱনবোধৰ অন্য এক বৈশিষ্ট্য আছিল। আজি চৌধুৰীৰ মৃত্যুৰ লগে লগে অসমৰ সাহিত্য জগতৰ পৰা চিৰ কাললৈ হেৰাই গ'ল সেই আসনখন, য'ত উপবিষ্ট হ'বলৈ সক্ষম হৈছিল মাথোঁ মেদিনী চৌধুৰী।

*'দৈনিক অগ্ৰদূত' গুৱাহাটী, শুকুৰবাৰ, ১৪ ফেব্ৰুৱাৰী, ২০০৩*

## ফেৰেংগাদাও-বণ্ডুকা বেহাৰ-বিপন্ন সময়ত ৰ'ল সৃষ্টিৰ সৌৰভ

# পৃথিৱী এৰি গ'লগৈ কথাশিল্পী মেদিনী চৌধুৰী

অনন্য প্ৰান্তৰ, বণ্ডুকা বেহাৰ, তাত নদী নাছিল, ফেৰেংগাদাও, বিপন্ন সময় ইত্যাদি ভালেমান যুগমীয়া সাহিত্য কৰ্মৰ স্ৰষ্টা আৰু সাহিত্য অকাডেমি বঁটা বিজয়ী লব্ধপ্ৰতিষ্ঠ সাহিত্যিক মেদিনী চৌধুৰীৰ দীৰ্ঘদিনীয়া অসুস্থতাৰ অন্তত আজি পুৱা গুৱাহাটীৰ 'নেমকেয়াৰ হাস্পতাল'ত মৃত্যু হয়। ৫ বছৰৰ পূৰ্বে প্ৰষ্টেট গ্ৰেণ্ডৰ অসুখত ভোগাৰ পিচত কৰ্কট ৰোগত আক্ৰান্ত হোৱা সাহিত্যিক মেদিনী চৌধুৰীক শেহতীয়াকৈ যোৱা মাহৰ প্ৰথম ভাগত উন্নত চিকিৎসা প্ৰদানৰ বাবে চেন্নাইলৈ নিয়া হৈছিল আৰু সপ্তাহজোৰা চিকিৎসাৰ অন্তত তেওঁক গুৱাহাটীলৈ ওভতাই অনা হয়। কিন্তু চানমাৰিৰ নিজৰ আবাসগৃহত থকা অৱস্থাতে আজি পুৱা কফজনিত কাৰণত শ্বাস-প্ৰশ্বাসত কষ্ট ভোগা সাহিত্যিকগৰাকীৰ পৰিয়ালৰ লোকে মহানগৰীৰ উক্ত ব্যক্তিগত চিকিৎসালয়খনলৈ লৈ যায় যদিও চিকিৎসকৰ প্ৰচেষ্টা ব্যৰ্থ হয় আৰু পুৱা ১০-২০ বজাত চিকিৎসকে 'কাৰ্ডিঅ' ৰেছপিৰেটৰী ফেইল'ৰ হেতু তেওঁৰ মৃত্যু হোৱা বুলি ঘোষণা কৰে। মৃত্যুৰ সময়ত প্ৰসিদ্ধ সাহিত্যিকগৰাকীৰ বয়স ৭৬ বছৰ হৈছিল।

১৯২৭ চনত ৰঙিয়াৰ গোৰেশ্বৰৰ সমীপৰ বড়ো আৰু ৰাভা জনগোষ্ঠীয় লোকেৰে পূৰ্ণ ৰামছা গাঁৱত মেদিনী চৌধুৰীৰ জন্ম হয়। নাৰ্জাৰী বংশোদ্ভৱ মৌজাদাৰ হিতৰাম চৌধুৰী আৰু সৰলাবাল চৌধুৰীৰ পুত্ৰ মেদিনী চৌধুৰীয়ে শিক্ষা জীৱনৰ আদিপাঠ পৰিয়ালতেই লোৱাৰ পিচত স্থানীয় গদলাপাৰৰ এম ই স্কুলৰ ষষ্ঠ শ্ৰেণীত নাম লগাইছিল।

১৯৪১ চনত তেওঁ নলবাৰীৰ গৰ্ডন স্কুলত নামভৰ্তি কৰে। ১৯৪৫ চনত কটন কলেজত ভৰ্তি হৈ মেদিনী চৌধুৰীয়ে ১৯৪৯ চনত কলাৰ স্নাতক ডিগ্ৰী লাভ কৰি স্নাতকোত্তৰ আৰু আইনৰ শিক্ষা গ্ৰহণ আৰম্ভ কৰে যদিও পিতৃ বিয়োগৰ লগতে সৃষ্টি হোৱা আৰ্থিক কাৰণত তেওঁ শ্বিলঙত থকা তেতিয়াৰ অসম চৰকাৰৰ সচিবালয়ত এটা চাকৰিত যোগ দিয়ে। কিন্তু একে বছৰতে তেওঁ সেই চাকৰি এৰি আহি অধুনালুপ্ত 'অসমীয়া' কাকতখনত জড়িত হৈ আৰম্ভ কৰে সাংবাদিকতাৰ পৰিক্ৰমা। 'নতুন অসমীয়া' আৰু 'দৈনিক শান্তিদূত' কাকতত সাংবাদিকতা কৰা মেদিনী চৌধুৰীয়ে আশী আৰু নব্বৈৰ দশকত 'সমকাল' আৰু 'সূত্ৰধাৰ' নামৰ দুখন আলোচনীও সম্পাদনা কৰে। আশীৰো অধিক চুটি গল্প ৰচনা কৰা কথাশিল্পী মেদিনী চৌধুৰীয়ে অসমীয়া আৰু ইংৰাজী ভাষাত লিখা ৩০ খনৰো অধিক গ্ৰন্থত সন্নিৱিষ্ট হৈ আছে তেওঁৰ ভালেমান নিবন্ধ, ভ্ৰমণ কাহিনী, ৰাজনৈতিক পৰ্যবেক্ষণ আৰু উপন্যাস আদি বিচিত্ৰ ৰচনা। 'নায়ক' আলোচনীত ১৯৪৮ চনতে ভীমবৰ দেউৰীৰ স্মৃতিত লিখা এটা কবিতাই আছিল মেদিনী চৌধুৰীৰ ছপা আখৰত ওলোৱা প্ৰথম ৰচনা। তাৰ পিচত 'ৰামধেনু', 'পচোৱা' ইত্যাদি বিভিন্ন আলোচনীৰ পাতে পাতে তেওঁৰ বিভিন্ন

লেখা প্ৰকাশ হয়।

বিয়াল্লিছৰ গণ আন্দোলনতো সক্ৰিয়ভাৱে জড়িত মেদিনী চৌধুৰীয়ে তেওঁৰ কৈশোৰত প্ৰত্যক্ষ কৰিছিল দ্বিতীয় বিশ্বযুদ্ধৰ পৰিস্থিতি আৰু জাপানে ব্ৰহ্মদেশত চলোৱা তেতিয়াৰ আক্ৰমণৰ ফলত ব্ৰহ্মদেশীয় শৰণাৰ্থীৰ ত্ৰাণ-সাহায্যৰ কামত মেদিনী চৌধুৰীয়ে স্বেচ্ছাসেৱক হৈ আত্মনিয়োগ কৰিছিল। তদুপৰি বৰপেটা সত্ৰত জনজাতীয় লোকৰ প্ৰৱেশাধিকাৰৰ সপক্ষে জনমত সৃষ্টি কৰাত তেওঁ লৈছিল অগ্ৰণী ভূমিকা। '৪৯ চনত বিপ্লৱী কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ সান্নিধ্য লাভ কৰা মেদিনী চৌধুৰীয়ে অসমত ভূমিপুত্ৰসকলৰ অধিকাৰ সাব্যস্তকৰণৰ সপক্ষে আৰু এইক্ষেত্ৰত বৰ্ণবাদী 'অসমীয়া'সকলৰ প্ৰভুত্ব, কুটিল নীতি মানি নচলাৰ বাবেই বহু সাহিত্যিকৰ সমমাত্ৰাত প্ৰভাৱশালী সমাজৰ সমাদৰ বা স্বীকৃতি পোৱা নাছিল। তথাপি অতি সৰলভাৱে, অনাড়ম্বৰ জীৱন যাপন কৰা মেদিনী চৌধুৰী আছিল মাটিৰ মানুহৰ আপোন সাহিত্যিক-সাংবাদিক। ১৯৫৪ চনত প্ৰাণেশ্বৰী চৌধুৰীৰ সৈতে বিবাহপাশত আবদ্ধ হোৱা মেদিনী চৌধুৰীয়ে সাংবাদিকতাকে জীৱিকাৰূপে লৈছিল যদিও ভাতৃ তাৰিণী চৌধুৰীৰ বিয়োগৰ ফলত সেই পৰিয়ালৰো দায়িত্ব গ্ৰহণ কৰিবলগাত পৰা মেদিনী চৌধুৰীয়ে ১৯৫৫ চনত অসম লোকসেৱাৰ চাকৰিৰ বাবে পৰীক্ষাত অৱতীৰ্ণ আৰু উত্তীৰ্ণ হয়। ১৯৫৬ চনৰ ৬ ফেব্ৰুৱাৰীত গোৱালপাৰাত প্ৰশাসনীয় পদাধিকাৰী হিচাপে কামত যোগ দিয়েই তেওঁ আৰম্ভ কৰে চৰকাৰী চাকৰি জীৱন। ষাঠিৰ দশকত শিলঙত অসমৰ ৰাজধানী থকা সময়ছোৱাত মেদিনী চৌধুৰীয়ে অসম চৰকাৰৰ গৃহ বিভাগৰ অৱৰ সচিব হিচাপে কাৰ্যনিৰ্বাহ কৰে। পৰৱৰ্তীকালত তেওঁ যথাক্ৰমে অসম চৰকাৰৰ ভৈয়াম জনজাতি আৰু পিচপৰা শ্ৰেণীৰ কল্যাণ দপ্তৰৰ সঞ্চালক, পাঠ্যপুথি প্ৰকাশ আৰু প্ৰণয়ন নিগমৰ সঞ্চালক, তথ্য আৰু জনসংযোগ বিভাগৰ সঞ্চালক আৰু ৰেচম-বায়নৰ সঞ্চালকৰ দায়িত্ব বহন কৰে। কিন্তু মন কৰিবলগা কথাটো হ'ল- চৰকাৰী চাকৰিৰ মাজতো সাহিত্য সৃষ্টি অব্যাহত ৰাখিছিল মেদিনী চৌধুৰীয়ে। ৰেচম-বায়ন বিভাগৰ দায়িত্বত থকা সময়ত চীন ভ্ৰমণ কৰা চৌধুৰীয়ে পিচত 'চীনৰ ছাত্ৰ আন্দোলন' আৰু 'য়াংজু নদীৰ পাৰ' নামৰ দুখন গ্ৰন্থ ৰচনা কৰে। ১৯৮৬ চনত চৰকাৰী চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰা মেদিনী চৌধুৰীয়ে আনকি শয্যাগত হৈ থকা কালতো কলম এৰা নাছিল। ১৯৯৮ চনত মেদিনী চৌধুৰীৰ প্ৰষ্টেট গ্ৰেণ্ডৰ অসুখ ধৰা পৰে আৰু সেই বছৰতে নতুন দিল্লীৰ 'সৰ্বভাৰতীয় আয়ুৰ্বিজ্ঞান প্ৰতিষ্ঠান'ত তেওঁৰ অস্ত্ৰোপচাৰ কৰা হয়। ২০০১ চনৰ নৱেম্বৰত চেন্নাইত তেওঁৰ ৰেডিঅ'থেৰাপী কৰোৱা হয় আৰু মূত্ৰাশয়জনিত ৰোগৰ হেতু পুনৰ ২০০২ চনত এক অস্ত্ৰোপচাৰ কৰোৱা হয় সাহিত্যিকগৰাকীৰ। কিন্তু শাৰীৰিক অৱস্থাৰ অৱনতিৰ হেতু যোৱা বছৰ অক্টোবৰ মাহতে তেওঁক গুৱাহাটীৰ 'নেমকেয়াৰ হাস্পতাল'ত ক্ৰমে ১৮ দিন আৰু ২০ দিন ভৰ্তি কৰাবলগা হৈছিল। শেহতীয়াকৈ ভোকহীনতাকে ধৰি একাধিক ৰোগত ভোগ হেতু যোৱা ১২ জানুৱাৰীত মেদিনী চৌধুৰীক চেন্নাইলৈ উক্ত হাস্পতালৰ পৰাই পুনৰ চেন্নাইলৈ উন্নত চিকিৎসাৰ বাবে লৈ যোৱা হয়। তাত এসপ্তাহ চিকিৎসা গ্ৰহণৰ পিচত মৃত্যুপৰ্যন্ত মেদিনী চৌধুৰী আছিল গুৱাহাটীৰ চানমাৰি হাউছিং ব'ৰ্ড কলনিৰ বাসগৃহত। মৃত্যুৰ পৰত সাহিত্যিকগৰাকীয়ে তেওঁৰ পত্নী প্ৰাণেশ্বৰী চৌধুৰীৰ

লগতে এজন পুত্ৰ আৰু তিনিগৰাকী জীসমন্বিতে বহু আত্মীয়-স্বজনক এৰি যায়। আজি সন্ধিয়া ৬ বজাত স্থানীয় নৱগ্ৰহ শ্মশানত তেওঁৰ অন্ত্যেষ্টিক্ৰিয়া অনুষ্ঠিত হয়।

# এক বিচিত্ৰ শৈলীৰ সাহিত্য স্ৰষ্টাজন

২২খন সৰু-বৰ উপন্যাস, ৩খন ভ্ৰমণ কাহিনী, প্ৰায় ৮০টা গল্প আৰু ডেৰ শতাধিক প্ৰবন্ধ ৰচনাৰে অসমীয়া সাহিত্যলৈ আমৃত্যু বৰঙণি আগবঢ়াই আজি পুৱা চিৰকাললৈ চকু মুদিলে অসমৰ বিভিন্ন জাতি-জনগোষ্ঠীৰ এক স্থায়ী সম্প্ৰীতিৰ সপোন দেখা মেদিনী চৌধুৰীয়ে। 'বিপন্ন সময়'ৰ বাবে ১৯৯৯ চনত সাহিত্য অকাডেমি বঁটাৰে বিভূষিত মেদিনী চৌধুৰী অসম চৰকাৰৰ ২০০২ বৰ্ষৰ 'বিষ্ণু ৰাভা বঁটা' আৰু ত্ৰিপুৰা চৰকাৰৰ 'অদ্বৈতমল্ল বঁটা'ৰে সন্মানিত হৈছিল। 'তাত নদী নাছিল' নামৰ উপন্যাসখনৰ দ্বাৰা মেদিনী চৌধুৰীয়ে লভিছিল অসম প্ৰকাশন পৰিষদৰ বঁটা।

১৯৪৮ চনত তেতিয়া প্ৰকাশ হোৱা 'নায়ক' আলোচনীত জননেতা ভীমবৰ দেউৰীৰ সোঁৱৰণীত ছাত্ৰ-যুৱক মেদিনী চৌধুৰীয়ে লিখা এটা কবিতা আছিল তেওঁৰ প্ৰথম প্ৰকাশিত সাহিত্যকৰ্ম। 'শহোৱা'ই তেওঁক দিছিল কবি পৰিচয়। ১৯৪৯ চনত তেতিয়াৰ জনপ্ৰিয় আলোচনী 'ৰামধেনু'ৰ পাতত মেদিনী চৌধুৰীৰ প্ৰথমটো চুটি গল্প 'সিহঁত কেৱল মোৰ' প্ৰকাশ হৈছিল। 'পছোৱা', 'ৰামধেনু', 'প্ৰকাশ', 'মণিদীপ', 'সমকালীন', 'সীৰলু', 'প্ৰান্তিক' ইত্যাদিৰ পৰা 'গৰীয়সী'লৈকে বিভিন্ন কালৰ অসমীয়া সাহিত্যালোচনীত সিঁচৰতি হৈ আছে প্ৰয়াত মেদিনী চৌধুৰীৰ সাহিত্য সম্ভাৰ। ১৯৪৯ চনত 'অসমীয়া' কাকতত প্ৰকাশিত তেওঁৰ 'সীমাৰেখা' গল্পটোৰ পৰাই চৌধুৰীয়ে সৃষ্টিতে এক বিশেষ সামাজিক পটভূমিৰ প্ৰামাণ্য দলিল হিচাপে পৰিচয় লভিবলৈ সক্ষম হয়। অসমৰ তিনিখন জিলাক লৈ তেওঁৰ অনবদ্য শৈলীৰ ভ্ৰমণ কাহিনী 'অনন্য প্ৰান্তৰ' গ্ৰন্থখনেই অনন্য উপন্যাস (১৯৭০) আছিল বুলি সমালোচকসকলে ক'ব খোজে। মহাপুৰুষ মাধৱদেৱৰ জীৱন কাহিনীক লৈ লিখা 'বগুকা বেহাৰ' (১৯৭৬) আৰু বিশেষকৈ শিল্পী-সৈনিক বিষ্ণু ৰাভাৰ জীৱনভিত্তিক উপন্যাস 'ফেৰেংগাদাও' (১৯৭৬) আছিল মেদিনী চৌধুৰীৰ যুগজয়ী অনবদ্য সৃষ্টি। গঞ্জা ৰাইজৰ কথিত ভাষাক আধুনিক যুগৰ গল্পত স্থান দিয়া উপন্যাসৰ মাজেৰে একোখন ঠাইৰ একোটা জনগোষ্ঠীৰ জীৱন তুলি ধৰা, অসমৰ কয়লাখাদৰ শ্ৰমিকৰ জীৱন আৰু সমাজক লৈ উপন্যাস ৰচা এনেবোৰ ক্ষেত্ৰত তেওঁ বিশ্বখ্যাত উপন্যাস 'কটছ'ৰ লেখক এলে' হেইলীৰ দৰে কাহিনীহীন চিত্ৰসৰ্বস্ব ৰচনাশৈলী ব্যৱহাৰ কৰিছিল, যিটো শৈলীক অসমীয়া সাহিত্যত সংযোজন ঘটাওঁতাগৰাকীয়েই হ'ল মেদিনী চৌধুৰী। তেওঁৰ আত্মজীৱনীমূলক ৰচনা বুলিয়েই পৰিচিত 'তাত নদী নাছিল' (১৯৭৭) উপন্যাসখনেৰে চৌধুৰীয়ে লাভ কৰিছিল অসম প্ৰকাশন পৰিষদৰ বঁটা। অসম আন্দোলনৰ পটভূমিকো সামৰি তেওঁ ৰচনা কৰা অসমৰ সংঘাতময় ৰাজনৈতিক আৰু সামাজিক পটভূমিৰ দলিলস্বৰূপ গ্ৰন্থ 'বিপন্ন সময়' (১৯৯৬)ৰ জৰিয়তে পলমকৈ হ'লেও মেদিনী চৌধুৰী সাহিত্য অকাডেমিৰ বঁটাৰে সন্মানিত

হৈছিল। গুৱাহাটী মহানগৰীৰ ইতিহাস নিজৰ নখদৰ্পণত থকা মেদিনী চৌধুৰীয়ে এই চহৰখনক লৈ ১৯৮৭ চনত লিখিছিল 'যাদুঘৰৰ কীৰ্তিমুখ'। খোলাকটিৰ তাল ('৮৯), ফাগুনত আজাৰৰ ফুল ('৯৩), নিবন্ধিত অনুভৱ ('৯৭), সপোন সপোন লাগে ('৯৮), চীনৰ ছাত্ৰ আন্দোলন ('৯৮), য়াংজু নদীৰ পাৰ ('৯৮) ইত্যাদি তেওঁৰ ৰচিত জনপ্ৰিয় ৰচনা সম্ভাৰৰ অন্যতম। উল্লেখনীয় যে অসমৰ লুইত আৰু বৰাক উপত্যকাৰ মুছলমানসকলৰ অসমীয়া জাতিক সমৃদ্ধ কৰা ঐতিহাসিক অৱদানক লৈ মেদিনী চৌধুৰীয়ে '৮২ চনত ৰচনা কৰে 'লুইত, বৰাক আৰু ইছলাম' নামৰ ভিন্নধৰ্মী গ্ৰন্থখন। হিতেশ্বৰ শইকীয়াৰ ৰাজনৈতিক ব্যক্তিত্ব আৰু অসমৰ সমসাময়িক ৰাজনীতিৰ ছবিখনক তুলি ধৰি 'মেকিং অব্ এ লীডাৰ' গ্ৰন্থখন লিখি চৌধুৰী বিতৰ্কিত হৈ পৰিছিল যদিও ইংৰাজী ভাষাতে তেওঁ ৰচনা কৰা 'দি ট্ৰাইবছ্ আছাম প্লেইনছ্' আৰু বড়ো জনগোষ্ঠীৰ স্বকীয়তাৰ সংগ্ৰাম বিষয়ক ইংৰাজী ভাষাৰ এখন গ্ৰন্থই সমাদৰ লাভ কৰে। তদুপৰি শেহতীয়াকৈ তেওঁ লিখি উলিওৱা 'সৰ্বভাৰতীয় ভক্তি আন্দোলন আৰু শংকৰদেৱৰ মূল্যায়ন' হৈছে ভক্তি আন্দোলন বিষয়ক এখন গুৰুত্বপূৰ্ণ গ্ৰন্থ।

কিন্তু এক অনন্য সাহিত্য প্ৰতিভাৰে সমুজ্জ্বল, অসমৰ বিভিন্ন জনগোষ্ঠী, সম্প্ৰদায়ৰ মাজত সম্প্ৰীতিকৰ হকে কলমেৰে আত্মনিয়োগ কৰিলেও এইগৰাকী সাহিত্যিকক লক্ষণীয়ভাৱে অসম সাহিত্য সভাৰ সভাপতি পদ বচা নহ'ল। কাৰ্যতঃ অসমৰ তথাকথিত বহু শিৰফুটা সাহিত্যিকৰ সমাজত অপাংক্তেয় আছিল মেদিনী চৌধুৰী। জীৱনৰ বিয়লিকালত নব্বৈ দশকৰ শেষলৈ হয়তো সেই অভিমানেৰেই অসম সাহিত্য সভাই আগবঢ়োৱা দুটা বঁটা মেদিনী চৌধুৰীয়ে প্ৰত্যাখ্যান কৰে।

## জীৱনী সাহিত্যক অনন্য মাত্ৰা দিছিল তেওঁ:

'মেদিনী চৌধুৰী আছিল অসমীয়া কাহিনী সাহিত্যৰ এগৰাকী দিক্দৰ্শনকাৰী গদ্যশিল্পী। তেওঁৰ সৃষ্টি কৰ্মত তিনিটা মূল উপাদান দেখা যায়; সেয়া হ'ল- ইতিহাস, দেশাত্মবোধ আৰু মানৱতা।' শক্তিকাজয়ী গদ্যশিল্পী, সাংবাদিক মেদিনী চৌধুৰীৰ অন্ত্যেষ্টিক্ৰিয়াস্থলীত আজি এই মন্তব্য কৰে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ড° নগেন শইকীয়াই। বিশিষ্ট সাহিত্যিক গৰাকীৰ মৃত্যুত মৰ্মাহত ড° শইকীয়াই আজি 'প্ৰতিদিন'ক কয়- 'প্ৰয়াত আজীৱন সাহিত্য কৰ্মীগৰাকীৰ জীৱন-দৰ্শন আছিল অতি বহল। তেওঁ এনে এজন মানুহ যি ইতিহাস, সমাজ, আধুনিকতা ইত্যাদিকে সৰ্বাঙ্গীণ অধ্যয়ন আৰু সৃষ্টিকৰ্মৰে অসমীয়া সাহিত্য সমৃদ্ধ কৰি থৈ গৈছে। তেওঁৰ ইতিহাসৰ পৰা আধুনিকতালৈ চমকপ্ৰদ যাত্ৰা, অসমীয়া সমাজৰ সামাজিক ইতিহাস অধ্যয়নৰ অন্যতম উদাহৰণ হৈ আছে তেওঁৰ 'ইয়াত নদী আছিল' শীৰ্ষক সৃষ্টিকৰ্ম। বিশিষ্ট সাহিত্যিক-সমালোচক গৰাকীৰ মতে, মেদিনী চৌধুৰীৰ সৃষ্টিকৰ্মত অসমৰ সামাজিক ইতিহাসে নজহা-নপমা ৰূপত জীৱন্ত ৰূপ পাইছে। উল্লেখ্য যে দীৰ্ঘদিনীয়া অসুস্থতাৰ অন্তত আজি পুৱা শেষ নিশ্বাস ত্যাগ কৰা সাহিত্যিক

মেদিনী চৌধুৰীৰ নশ্বৰদেহ আজি সন্ধিয়া ৬ বজাত নবগ্ৰহ শ্মশানৰ চিতাত তুলি দিয়া হয়। মৃতদেহত মুখাগ্নি কৰে সাহিত্যিকগৰাকীৰ একমাত্ৰ পুত্ৰ অঞ্জন চৌধুৰীয়ে। মন কৰিবলগীয়া যে জীৱনজোৰা কষ্টসাধ্য সাধনাৰে অসমৰ বৌদ্ধিক জীৱনৰ শীৰ্ষস্থানত অধিষ্ঠিত হোৱা আনকি সমকালীন ভাৰতীয় সাহিত্যতো এক সুকীয়া স্থান অধিকাৰ কৰি যশস্যা আৰু জনপ্ৰিয়তা অৰ্জন কৰা এই সাহিত্যিকগৰাকীৰ অন্ত্যেষ্টিস্থলীত বিদ্বৎ সমাজৰ সেৰেঙা উপস্থিতি লক্ষণীয় হৈ পৰে। অসমীয়া সমাজ জীৱনৰ উত্তৰোত্তৰ বাবে সমন্বয়ৰ বাবে সাহিত্যিক এক মাধ্যম হিচাপে বিবেচনা কৰি জীৱিতকালতে এক প্ৰবাদত পৰিণত হোৱা প্ৰয়াত চৌধুৰীৰ অন্ত্যেষ্টিস্থলীত আজি উপস্থিত হয় সাত কুৰিগৰাকীমান তেওঁৰ সহৃদয় গুণমুগ্ধহে। আৰু স্বাভাৱিকতে এনে পৰিবেশে উপস্থিত গুণমুগ্ধসকলকো এবাৰলৈ ভবাই তোলে। পিতৃৰ বিয়োগত শোকস্তব্ধ পৰিয়ালৰ মাজৰ প্ৰয়াত সাহিত্যিকগৰাকীৰ একমাত্ৰ পুত্ৰ অঞ্জন চৌধুৰীয়ে 'প্ৰতিদিন'ক কয়- 'সকলো কামতে দেউতাই আমালৈ আগবঢ়োৱা সৰ্বতোপ্ৰকাৰৰ সহযোগিতা আছিল আমাৰ বাবে সাহস। যোৱা ২০০০ চনৰ ছেপ্টেম্বৰ মাহত তেওঁৰ মাজু জোঁৱাইৰ অকাল মৃত্যুৰ ঘটনাটোৱে তেওঁক বৰ দুখ দিছিল। তাৰ পিচত শেহতীয়াকৈ তেওঁ এজন ভাগিনিয়েককো হেৰুৱাই। এই দুয়োটা ঘটনাই তেওঁক বৰ আঘাত দিয়াতো আমি সকলোৱে অনুভৱ কৰিছিলো। প্ৰসিদ্ধ সাহিত্যিক মেদিনী চৌধুৰীৰ মৃত্যু সংবাদ পায়েই আজি পুৱা প্ৰয়াত চৌধুৰীৰ বাসভৱনত উপস্থিত প্ৰবীণ চিত্ৰশিল্পী শোভা ব্ৰহ্মাই গম্ভীৰকণ্ঠে কয়- 'শূন্যতা বাঢ়ি আহিছে যেনেই লাগিছে। তেওঁ মোতকৈ দুবছৰ জ্যেষ্ঠ, কিন্তু পৰিয়ালৰ মানুহৰ দৰে মোৰ ঘনিষ্ঠ আছিল মেদিনী চৌধুৰী। অসমৰ সামাজিক, ৰাজনৈতিক পৰিস্থিতিক লৈ তেওঁৰ জ্ঞান পৈণত আছিল। তেওঁৰ দৰে অভিজ্ঞতাপুষ্ট লোকৰ বিয়োগত অকলশৰীয়া বোধ কৰিছো। মেদিনী চৌধুৰীৰ বিয়োগৰ খবৰ পাই আজি তেওঁৰ ঘৰখনতো ভিৰ কৰাগৈ নাছিল অসমৰ বহু গণ্য-মান্য সাহিত্যিক, ৰসিকে। অসমৰ প্ৰাক্তন উদ্যোগমন্ত্ৰী, অগপ নেতা গুণীন হাজৰিকা আছিল উপস্থিতসকলৰ অন্যতম। 'প্ৰতিদিন'ক শ্ৰীহাজৰিকাই কয়- 'অনন্য প্ৰান্তৰৰ দৰেই অনন্য ৰচনাশৈলীৰ গৰাকী মেদিনী চৌধুৰীৰ মৃত্যু অসমীয়া সাহিত্যৰ এক অপূৰণীয় ক্ষতি। ১৯৮৫ চনৰ পৰা তেওঁৰ সৈতে মোৰ এটা সম্পৰ্ক গঢ় লৈছিল। তেওঁ আৰু বেছিদিন জীয়াই থকা হ'লে অসমীয়া সাহিত্য অধিক উপকৃত হ'লহেঁতেন।' শোকসন্তপ্ত পৰিয়ালবৰ্গক সমবেদনা জনাবলৈ গৈ প্ৰয়াত চৌধুৰীৰ ঘৰত উপস্থিত হোৱা কংগ্ৰেছ নেত্ৰী হেমপ্ৰভা শইকীয়াই ক'লে- 'আমাৰ সমাজ, সাহিত্য জগতৰ বাবে এয়া এক অপূৰণীয় ক্ষতি। ব্যক্তিগতভাৱেতো আমি এগৰাকী শুভাকাংক্ষীক হেৰুৱালো।' উল্লেখ্য যে সাহিত্যিকগৰাকীৰ মৃত্যুত এক বিবৃতিযোগে অসম বিধানসভাৰ অধ্যক্ষ পৃথিৱী মাঝিয়ে গভীৰ শোক প্ৰকাশ কৰিছে। আন এক বিবৃতিযোগে ৰাজ্যৰ মুখ্যমন্ত্ৰী তৰুণ গগৈয়েও সাহিত্যিকগৰাকীৰ মৃত্যুত গভীৰ শোক প্ৰকাশ কৰিছে। বিবৃতিটোত প্ৰয়াত চৌধুৰীৰ আত্মাৰ সদ্গতি কামনা কৰি উল্লেখ কৰা হৈছে যে সাহিত্যিক, সাংবাদিকগৰাকীয়ে জীৱনকালত দি যোৱা অৱদানসমূহৰ বাবে তেওঁ অসমৰ ৰাইজৰ মনত চিৰস্মৰণীয় হৈ ৰ'ব। একেদৰে এক বিবৃতিৰে অসম গণ পৰিষদৰ সভাপতি, অসম বিধানসভাৰ বিৰোধী দলপতি বৃন্দাবন গোস্বামীয়ে চৌধুৰীৰ মৃত্যুত গভীৰ শোক প্ৰকাশ

কৰিছে। এক শোক বিবৃতিত ৰাজ্যৰ শিক্ষামন্ত্ৰী পংকজ বৰা, পঞ্চায়ত আৰু গ্ৰামোন্নয়ন মন্ত্ৰী (স্বতন্ত্ৰ) ৰিপুণ বৰায়ো সাহিত্যিকগৰাকীৰ মৃত্যুত গভীৰ শোক প্ৰকাশ কৰিছে। এক বিবৃতিৰে চানমাৰি সাহিত্য সভায়ো শোক প্ৰকাশ কৰিছে। সাহিত্যিকগৰাকীৰ মৃত্যুত বৰপেটা প্ৰেছ ক্লাবেও শোকপ্ৰকাশ কৰিছে। এইখিনিতে স্মৰ্তব্য যে প্ৰয়াত সাহিত্যিক গৰাকীৰ অন্ত্যেষ্টিস্থলীত সন্ধিয়া ৰাজ্যৰ মুখ্যমন্ত্ৰী তৰুণ গগৈ উপস্থিত হ'ব বুলি শ্মশানস্থলীৰ চাৰিওফালে নিৰাপত্তা বাহিনীৰ লোক সষ্টম হৈ পৰে যদিও কিছুসময় পিচতে শ্মশানত নোসোমোৱাকৈ মুখ্যমন্ত্ৰীগৰাকী বি বৰুৱা পথেৰে পাৰ হৈ যায়। এই খবৰ পাই আৰক্ষী, নিৰাপত্তা বাহিনীৰ লোকো ততাতৈয়াকৈ আঁতৰি যোৱা কাৰ্যই অশোভনীয় পৰিবেশৰ সৃষ্টি কৰে।

*'অসমীয়া প্ৰতিদিন' শুক্ৰবাৰ ১৪ ফেব্ৰুৱাৰী, ২০০৩ চন প্ৰতিদিন সংবাদ দিলে - 'ফেৰেংগাদাও-বগুৰা বেহাৰ-বিপন্ন সময়ত ব'ল সৃষ্টিৰ সৌৰভ', 'পৃথিৱী এৰি গ'লগৈ কথাশিল্পী মেদিনী চৌধুৰী'। আকৌ লিখিছে "এক বিচিত্ৰ শৈলীৰ সাহিত্য স্ৰষ্টাজন" পুনৰ লিখিছে "জীৱনী সাহিত্যক অনন্য মাত্ৰা দিছিল তেওঁ" -*

# 'ফেৰেংগাদাও'ৰ স্ৰষ্টা

যোৱা বছৰৰ পৰা অসমৰ সৰ্বক্ষেত্ৰতে যেন এক কালধুমুহা নামি আহিছে যাৰ ওচৰত বিশাল মহীৰুহবোৰৰো তেনেই নিশকতীয়া যেন ভাব হয়। বাৰ্ধক্যজনিত কাৰণতে হওক বা দুৰ্ঘটনাৰ বাবেই হওক অথবা ৰোগ-ব্যাধিৰ বাবেই হওক, ইজনৰ পাছত সিজনকৈ অসমৰ সাহিত্য-সংস্কৃতি-ৰাজনীতি-সমাজ নীতিৰ বহু সংখ্যক ক্ষণজন্মা ব্যক্তিয়ে চিৰদিনলৈ মেলানি মাগিছে। তেওঁলোকৰ বিয়োগে খালী কৰি পেলোৱা স্থান কোনেও কিজানি পূৰণ কৰিব নোৱাৰিব। কিয়নো প্ৰতিটো ক্ষেত্ৰতে ব্যক্তি আৰু প্ৰতিভাৰ বিকাশ আৰু প্ৰকাশ এটা ধাৰাবাহিক স্ৰোতৰ অংশ; সেই হিচাপে বিয়োগান্ত ব্যক্তিসকলৰ চিন্তা-চৰ্চাৰ ধ্বজাধাৰী হিচাপে পাছৰ প্ৰজন্মৰ উপৰি সমসাময়িক অন্যান্য লোকেও আত্মপ্ৰকাশ কৰিব। বহুতে তেওঁলোকক প্ৰয়াত লোকসকলৰ বিকল্প হিচাপেও বিবেচনা কৰিবলৈ বিচাৰিব। কিন্তু বিশেষ পটভূমিত, বিশেষ সামাজিক-সাংস্কৃতিক পৰিবেশৰ পৰা জন্ম হোৱা একো একোজন মহৎ আৰু গুণী ব্যক্তিৰ অভাৱ দৰাচলতে আন কোনেও পূৰাব নোৱাৰে। এই অৰ্থতে তেনেসকল ব্যতিক্ৰম লোকৰ দেহাৱসানক সাধাৰণতে অপূৰণীয় ক্ষতি বুলি অভিহিত কৰা হয়। কোনোবা এগৰাকী বুৰঞ্জীবিদে সেয়েহে কৈছিল যে ইতিহাস সৃষ্টিৰ বাবে সমষ্টিগত বৰঙণি যেনেকৈ অমূল্য তেনেকৈ ব্যক্তিৰ কৃতিত্বও কোনো গুণে কম নহয়। এই অৰ্থতে শংকৰদেৱ যেনেকৈ এজনেই ওলাল তেনেকৈ লাচিত বৰফুকন, লক্ষ্মীনাথ বেজবৰুৱা, জ্যোতিপ্ৰসাদ বা প্ৰতিমা পাণ্ডে বৰুৱাও এগৰাকীকৈহে ওলাইছে। হয়তো এনেকৈও ভাবিব পাৰি যে হঠাতে বহু সংখ্যক প্ৰসিদ্ধ ব্যক্তিৰ বিয়োগে অসমৰ বিভিন্ন ক্ষেত্ৰত ব্যক্তিগত সিদ্ধি আৰু উৎকৰ্ষতাৰ চিন পৰিস্ফুট কৰিছে। ই আচলতে এটা প্ৰাণৱন্ত জাতিৰে লক্ষণ। জাতীয় কৃষ্টি আৰু পৰিচয়ৰ প্ৰাথমিক ঘনীবদ্ধতা তথা ৰূপ গ্ৰহণৰ সময়ত সকলো ক্ষেত্ৰতে পাৰদৰ্শী লোকৰ সংখ্যা নিতান্তই কম হোৱাটোৱেই স্বাভাৱিক। কিন্তু যিমানে বিকাশ ঘটে সিমানে বিভিন্ন ক্ষেত্ৰত পাৰদৰ্শী লোকৰ সংখ্যাও বাঢ়ি যায়। সেইফালৰ পৰা চাবলৈ গ'লে সাহিত্য-সংস্কৃতিৰ পৰা ৰাজনীতি-দৰ্শনলৈকে প্ৰায় সকলো ক্ষেত্ৰতে ব্যুৎপত্তি অৰ্জন কৰা লোকৰ সংখ্যা অসমত বৃদ্ধি পোৱা হেতুকে একাদিক্ৰমে উজ্জ্বল নক্ষত্ৰসমূহ খহি পৰাটো একো আচৰিত নহয়। তথাপি তেনে একোজন সফল ব্যক্তিৰ চিৰবিদায় একোটা অসহনীয় দুখৰ দৰে হৈ পৰে। তেওঁলোকৰ দৰে প্ৰতিভাৰ জন্ম যিটো পৰিবেশে দিয়ে সেই পৰিবেশটোতে লালিত-পালিত হোৱা অন্যান্য লোকসকলে তেনে প্ৰতিভাৰ বিয়োগত দুখ সহ্য কৰিব নোৱাৰাটোও আচৰিত নহয়।

যোৱা বছৰৰ পৰা অসমৰ খ্যাতিমান নৰ-নাৰীসকলৰ যিসকলে চিৰদিনলৈ চকু মুদিলে তেওঁলোকৰ সুদীৰ্ঘ তালিকাত শেহতীয়া সংযোজন হ'ল সাহিত্যপ্ৰৱৰ মেদিনী মোহন চৌধুৰী। 'অনন্য প্ৰান্তৰ', 'বগুকা বেহাৰ', 'ফেৰেংগাদাও', 'তাত নদী নাছিল', 'বিপন্ন সময়', 'লুইত, বৰাক আৰু ইছলাম', 'য়াংজু নদীৰ পাৰ', 'চীনৰ ছাত্ৰ আন্দোলন' আদি অসমীয়া গ্ৰন্থ জগতৰ কেইখনমান অবিস্মৰণীয় গ্ৰন্থৰ সৃষ্টিকৰ্তা এইগৰাকী ব্যক্তি।

দুৰাৰোগ্য ব্যাধিত আক্ৰান্ত হৈ ৭৬ বছৰ বয়সত চকু মুদা চৌধুৰীৰ বিয়োগে দৰাচলতে আন এটা বৈচিত্ৰ্যময় অধ্যায়ৰ সমাপ্তি ঘটালে। সাম্প্ৰতিক কালটো হ'ল সৰু-বৰ বিভিন্ন জনগোষ্ঠীৰ আত্মপৰিচয় সাব্যস্তকৰণৰ যুগ। অসমৰ দৰে বৈচিত্ৰময় জাতি-জনগোষ্ঠীৰ বাসস্থলত যিবোৰ খিলঞ্জীয়া জাতিসত্তা আছে তেওঁলোকৰ প্ৰত্যেকেই নিজস্ব ভাষা-সংস্কৃতিৰ অধিকাৰ বিচৰাটো একো বেয়া বা নেতিবাচক কথা নহয়। সমগ্ৰ অসমৰ জাতি-জনগোষ্ঠীসমূহৰ আত্মপৰিচয় যিমানে সবল হ'ব সিমানে উমৈহতীয়া ভাষা অসমীয়াৰো স্বাস্থ্যবৰ্ধন হোৱাৰে সম্ভাবনা সৃষ্টি হ'ব। কিয়নো আবহমান কালৰে পৰা মান্য অসমীয়া ভাষাটোৱে অন্যান্য জনগোষ্ঠীৰ শব্দ আৰু প্ৰকাশভংগী আত্মস্থ কৰি আজিৰ ৰূপটোলৈ বিকাশিত হৈছে। সেই কাৰণেই উমৈহতীয়া অসমীয়া ভাষা আৰু ৰীতি-নীতিত অজস্ৰ জনজাতীয় উপাদান মিশ্ৰিত হৈ আছে। আৰ্য আৰু অনাৰ্যৰ সংমিশ্ৰণৰ এক বাউতিযুগীয়া প্ৰতীক স্বৰূপে আজিৰ লিখিত অসমীয়া ভাষাটোৱে এক মান্য ৰূপ পৰিগ্ৰহ কৰিছে। কিন্তু দুখৰ কথা হ'ল ৰাজনৈতিক কাৰণে অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত ভুল বুজাবুজিৰ সৃষ্টি কৰাৰ সময়ত পূৰ্বে অন্য-মাতৃভাষী অসমীয়াসকলৰ মাজত অসমীয়া ভাষা-সাহিত্য চৰ্চা হ্ৰাস পাইছে। অৱশ্যে ইয়াৰ বাবে আনক দোষ দি লাভ নাই, স্বয়ং অসমীয়া মাতৃভাষীসকলেই নিজৰ সন্তানক ইংৰাজী মাধ্যমৰ বিদ্যালয়ত ভৰ্তি কৰোৱাৰ উপৰি অসমীয়া ভাষা চৰ্চালৈ পিঠি দিবলৈছে অনুপ্ৰেৰণা দিয়া দেখা যায়। যিসকল জনজাতীয় মাতৃভাষাৰ অসমীয়া ব্যক্তিয়ে আজিও মান্য তথা উমৈহতীয়া অসমীয়া ভাষাত সাহিত্য চৰ্চা কৰি গৈছে তেওঁলোকৰ ভিতৰত নিঃসন্দেহে শ্ৰেষ্ঠতম আছিল প্ৰয়াত মেদিনী চৌধুৰী। তেওঁ এনে এগৰাকী ব্যক্তি যি অসমীয়া জাতি সত্তাৰ সংমিশ্ৰিত ৰূপটোক মৰ্যাদাসম্পন্ন স্বীকৃত প্ৰতিষ্ঠা হোৱাটো বিচাৰিছিল। সত্তৰৰ দশকৰ আৰম্ভণিতে 'অনন্য প্ৰান্তৰ' নামৰ ভ্ৰমণ কাহিনীৰ দৰে লিখিত গ্ৰন্থখনিৰে তেওঁ চাঞ্চল্যৰ সৃষ্টি কৰিছিল; কাৰণ এই গ্ৰন্থত আছিল কথিত অসমীয়া ভাষাক অন্যান্য স্থানীয় ভাষাই কেনেকৈ প্ৰভাৱিত আৰু সমৃদ্ধ কৰিছে তাৰ প্ৰামাণিক বিৱৰণ। জন্মসূত্ৰে তেওঁ বড়ো ভাষাক মাতৃভাষা হিচাপে লাভ কৰিও অসমীয়া সাহিত্য জগতক অদ্বিতীয় আৰু অননুকৰণীয় উপাদানেৰে সমৃদ্ধ কৰি গ'ল। দৰাচলতে তেওঁ আজিৰ অসমীয়া ভাষা-সাহিত্যৰ গুৰি ধৰোতা তথা কাণ্ডাৰী বুলি ফিতাহি মাৰি ফুৰা লোকসকলতকৈ উন্নত শিৰৰ ব্যক্তি আছিল। কিন্তু আত্মপ্ৰচাৰ আৰু আত্মলাভৰ 'অল্পমতি বিত্তবেশ' নীতি সাৰোধাৰ্য নকৰা হেতুকে আৰু বঁটা-বাহন-মান-সন্মান-প্ৰতিপত্তি লাভৰ বাবে অহোপুৰুষাৰ্থ কৰিবলৈ তেওঁৰ সাধুসুলভ অনিচ্ছাৰ হেতু মেদিনী চৌধুৰীয়ে প্ৰাপ্য বহু সন্মানৰ পৰা বঞ্চিত হৈ ৰ'ল। মধ্যবিত্ত অসমীয়াৰ কূপমণ্ডুক স্বভাৱৰ বিপৰীতে এক বিৰল প্ৰজ্ঞা আৰু বিশালতাৰ প্ৰতীক হৈয়ে তেওঁ আজীৱন পাৰ কৰিলে। স্মৰ্তব্য যে প্ৰয়াত চৌধুৰী অসমীয়া ভাষা লিখা আৰু কোৱাত যেনেকৈ সহজ আছিল তেনেকৈ ইংৰাজী আৰু বাংলা ভাষাতো আছিল দক্ষ। এই দুটা ভাষাত তেওঁ ৰাজ্যৰ বাহিৰৰ পৰা প্ৰকাশিত প্ৰখ্যাত আলোচনী আৰু সংবাদ পত্ৰতো কেইবাটাও নিবন্ধ লিখিছিল। ইংৰাজীত লিখিত তেওঁৰ 'ট্ৰাইবছ অৱ্ আছাম প্লেইনছ', 'মেকিং অৱ্ এ লীডাৰ' আৰু 'বড়ো-ডিমাছাছ অৱ্ আছাম' শীৰ্ষক গ্ৰন্থ দুখনি বিদ্বৎ সমাজত

সমাদৃত হৈছিল। শয্যাশায়ী অৱস্থাতে লিখিত তথা প্ৰকাশিত 'সৰ্বভাৰতীয় ভক্তি আন্দোলন আৰু শংকৰদেৱৰ মূল্যায়ন' তেওঁৰ আন এখন চিন্তাগধুৰ গ্ৰন্থ।

কিন্তু ২২ খন উপন্যাস, তিনিখন ভ্ৰমণ কাহিনী, প্ৰায় পাঁচকুৰি গল্প, কেইবাশ প্ৰবন্ধ আৰু একাধিক প্ৰকাশনৰ সম্পাদনাৰে সাহিত্য আৰু সাংবাদিকতাত বিশেষ অৱদান যোগাই থৈ যোৱা প্ৰয়াত চৌধুৰীক অসমৰ সাহিত্যৰ বৰঘৰৰ পৰা ইতিহাসে স্থানচ্যুত কৰিব নোৱাৰে। ১৯২৭ ত কামৰূপ জিলাৰ গোৰেশ্বৰৰ এখন অখ্যাত গাঁৱত জন্মগ্ৰহণ কৰা চৌধুৰীয়ে কটন কলেজত ছাত্ৰ হৈ থাকোতেই দেশৰ স্বাধীনতা সংগ্ৰামত সক্ৰিয় অংশগ্ৰহণ কৰিছিল। তদুপৰি স্বাধীনতাৰ আগে-পিছে বৰপেটা সত্ৰত জনজাতি লোকৰ প্ৰৱেশাধিকাৰৰ সপক্ষে জনমত সৃষ্টি কৰিও তেওঁ সামাজিক প্ৰগতিশীল মনোভাবৰ সুস্পষ্ট নিদৰ্শন দাঙি ধৰিছিল। তাৰ পাছতে বিপ্লৱী কমিউনিষ্ট পাৰ্টি আন্দোলনত জড়িত হৈ অসমৰ এগৰাকী মহত্তম ব্যক্তি বিষ্ণুপ্ৰসাদ ৰাভাৰ সান্নিধ্য তেওঁ লাভ কৰে। চৌধুৰীয়ে ৰাজ্যখনৰ জনজাতীয় মূলৰ এজন খ্যাতনামা ব্যক্তিয়ে উমৈহতীয়া ভাষা-সংস্কৃতিৰ বিকাশ আৰু পৰিবৰ্দ্ধিত যোগোৱা অম্লান বৰঙণিৰ আধাৰত বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱনভিত্তিক উপন্যাস 'ফেৰেংগাদাও' সৃষ্টি কৰে। এই গ্ৰন্থখনে অসমীয়া ভাষাত জীৱনভিত্তিক উপন্যাস লিখাত এক নতুন মাত্ৰাৰ সংযোজন ঘটাইছিল। লিটন ষ্ট্ৰেচি আৰু আঁদ্ৰে মঁৰাৰ দৰে জীৱনী সাহিত্যিকৰ কিছু কথাই তেওঁক এই দিশত নতুন পৰীক্ষা চলাবলৈ অনুপ্ৰাণিত কৰা বুলি জনা যায়। সেইদৰে মহাপুৰুষ মাধৱদেৱৰ জীৱনভিত্তিক উপন্যাস 'বন্ধুকা বেহাৰ' তেওঁৰ আন এক বিশেষ খ্যাতি। উচ্চপদস্থ প্ৰশাসনীয় বিষয়া হৈও তেওঁ সহজ-সৰল আৰু নিৰহংকাৰী জীৱনযাত্ৰাত বিশ্বাসী আছিল। অসমৰ বিভিন্ন সমস্যাক লৈ চিন্তাক্লিষ্ট হৈ পৰা চৌধুৰীয়ে সন্ত্ৰাসবাদক ভেটিত লিখা 'যাদুকৰৰ কীৰ্তিমুখ' আৰু জনজাতীয় গাঁৱৰ জীৱন প্ৰণালীক লৈ লিখা 'তাত নদী নাছিল' আন দুখন বহুপঠিত উপন্যাস। বহু পলমকৈ ১৯৯৯ ত 'বিপন্ন সময়'ৰ বাবে সাহিত্য অকাডেমি বঁটা লাভ কৰা চৌধুৰীৰ বিয়োগে দেখাচলতে অসমৰ ইতিহাসৰ এটা অধ্যায়ৰে পৰিসমাপ্তি ঘটোৱা বুলিলেও ভুল কোৱা নহ'ব। কেৱল অসম চৰকাৰে প্ৰদান কৰা বিষ্ণু ৰাভা বঁটা, ত্ৰিপুৰা চৰকাৰে প্ৰদান কৰা অদ্বৈতমল্ল বঁটা আদিৰে তেওঁৰ গুণ-পৰিমাপ জোখ লোৱাটো সমীচীন নহ'ব।

*'দেওবাৰ দৈনিক অগ্ৰদূত' দেওবাৰ ১৬ ফেব্ৰুৱাৰী, ২০০৩*

# Medini Choudhury no more

Eminent litterateur and Sahitya Akademi award winner Medini Mohan Choudhury passed away at his own residence in Chandmari here at 10-20 am today following a brief illness. He was 74 and leaves behind his wife, a son and three daughters.

Born in 1929 at Ramasagaon near Goreswar in Kamrup district, Choudhury was actively involved in the Quit India movement. He met Mahatma Gandhi at Sarania Ashram in 1946. During 1947 he took part in generating public opinion for allowing the tribals to enter the *Xatras* in Barpeta. He came into contact with Bishnu Rabha in 1949.

He started his professional career by working as the sub editor of *Asomiya and Dainik Shantidoot* from 1950 to 1955. He was the director of Information & Public Relations, Government of Assam from 1980 to 1983.

He wrote his first poem in 1948. He showed the brilliance of his pen by writing 22 novels, there travelogues, 60 stories and more than 150 articles.

Choudhury was awarded the prestigious Sahitya Akademi award in 1999 from his novel *Bipanna Samay* which is a historical novel depicting the pioneers who, with sheer mental strength and conviction, had brought the long isolared Assamese people from the dard uncertainties following the British occupation in the 19th century to the mainstream of Indian nationhood.

The news of death of Medini Mohan Choudhury has cast a pall of gloom in the State. Chief Minister Tarun Gogoi expressed shock over the death and said that it has created a void in Assamese literature which will be difficult to fill up.

The PWD Minister Sarat Borkatoky also expressed his condolence over Choudhury's death.

*"The Sentinal" Friday, February 14, 2003.*

# Medini Choudhury passes away

Eminent literateur Medini Choudhury breathed his last while on way to a city hospital around 10 am today. Choudhury was terminally ill for the past couple of years. He was 76.

Born to Late Hitram Choudhury and Late Sarala Bala Choudhury at Ramcha village near Goreswar in Kamrup District, Choudhury has his school education at Gadlapara and Nalbari Gurdon Hish School. He did his BA from Cotton College in 1948.

After working as a journalist for the *Asomiya* and the *Dainik Santidoot* for some years. Choudhury joined the Assam Civil Service in 1956. He retired from Government service in 1986.

His *Ananya Prantor*, a book on the local influences on spoken Assamese, written in the form of a travelogue, took the Assamese literary world by storm in the early 1970s. This was followed by *Banduka Behar* on Mahapurush Madhavdev, *Ferengadao* on Kalaguru Bishnu Prasad Rava, *Jadugharar Kritimukh, Taat Nadi Nasil, Yangjoo Nadir Parr, Nibandhita Anubhab, Luit, Barak Aru Islam* and *Bipanna Samay,* among others.

His *Taat Nadi Nasil* received the Publication Board, Assam, Award in 1977 and *Bipanna Samay* the Sahitya Akademi Award in 1999.

He authored about 30 books, including two in English. Besides, he has to his credit a good number of short stories like *Sihate Kewal Mare* and critical and analytical articles. His books in English are *-Tribes of Assam Plains and Bodo-Dimasas of Assam.* Sri Choudhury also edited *Samakaal* and *Sutradhar,* two Assamese magazines.

Though he was offered the Ambikagiri Award for *Bipanna Sammy* and the Khandelwal Award for *Luit, Barak Aru Islam* by the Asam Sahitya Sabha in the late 1990s, Choudhury refused to accept them.

A writer always with a mission to reflect the miseries of the poor, their problems, their aspirations with a special feeling for the tribal people of the State, Choudhury remained to be accorded his due recognition for the contribution he has made.

Choudhury was also involved in the 1942 freedom struggle. He was also associated with Kalaguru Bishnu Rava and the RCPI movement. He was also associated with the 1947 movement for the tribal people's right of entry to the Barpeta Satra as a vanguard.

In 2002, State Government honoured him with the Bishnu Rava Award and the Tripura Government also honoured him Advaittamalla Award in the same year.

Cancer in his prostrate gland was detected in 1998 and he was taken to various reputed hospitals of the country for treatment by his family members. Today, he fell seriously ill and collapsed on his way to a hospital.

On receiving the news of the demise of Choudhury his fans, friends and well wishers rushed to his house at the housing Board Colony, Chandmari here.

Asam Sahitya Sabha President Dr. Birendranath Datta, noted artist Shobha Brahma, Education Minister Pankaj Bora, Handloom and Textile Minister Hemaprabha Saikia, Minister of State for Cultural Affairs Pranati Phukan, former Industry Minister Gunin Rajkhowa were among the dignitarise who visited the Choudhury's today.

He leaves behind his wife, three daughters, a son and a host of relatives. His last rites were performed at the Navagraha crematorium this evening in the presence of a number of people.

## Pall of gloom on Choudhury's death

The death of Medini Choudhury has cast a pall of gloom in the State's literary circle, which considered the death as an irreparable loss to Assamese literature.

Asam Sahitya Sabha president Dr. Birendranath Dutta described the death of Sri Choudhury as an irreparable loss which had made the literary circle of the State poor.

Meanwhile, Chief Minister Tarun Gogoi,in a condolence message, said that the void created by the demise of Sri Choudhury in the field of literature would be hard to be filled up. PWD Minister Sarat Barkatoky has also mourned the death of Choudhury.

Renowned artist Sobha Brahma mourned the death of Sri Choudhury as an irreparable loss.

Noter critic Prof. Nalinidhar Bhattacharyya said that Sri Choudhury had a distinctivencess as a novelist which were seen in his novels like *Ferengadao, Taat Nadi Nasil.*

Noted short story writer atulananda Goswami said that the observations of Sri Choudhury were indepth in cases. But somehow, he remained aloof from the Sahitya Sabha and its allied organisations.

*"The Assam Tribune" Guwahati, February 14, 2003.*

# 'ফেৰেংগাদাও'ৰ স্ৰষ্টা মেদিনী চৌধুৰী গ'লগৈ

## ৰাজ্যত শোকৰ ছাঁ ■ স্তব্ধ বৌদ্ধিক মহল

প্ৰথিতযশা কথাশিল্পী, সাহসী সাংবাদিক, এসময়ৰ দক্ষ চৰকাৰী বিষয়া মেদিনী চৌধুৰী আৰু নাই। আজি ফেহুঁচৰায়ে মাত মতাৰ কেইঘণ্টামান পাচতেই 'ফেৰেংগাদাও'ৰ এই অমৰ স্ৰষ্টাজনে পৃথিৱীৰ পৰা চিৰ বিদায় ল'লে। স্মৰ্তব্য যে প্ৰয়াত চৌধুৰী বিগত কেইবামাহো ধৰি ৰোগাক্ৰান্ত অৱস্থাত তেওঁৰ গুৱাহাটী চানমাৰিস্থিত বাসভৱনত শয্যাশায়ী হৈ আছিল। কিন্তু আজি পুৱা শ্বাস-প্ৰশ্বাসৰ কষ্ট অনুভৱ কৰাত তেওঁক দৌৰা-দৌৰাকৈ স্থানীয় নেমকেয়াৰ নাৰ্ছিং হোমলৈ নিয়া হয়। অৱশ্যে চিকিৎসা গ্ৰহণৰ কোনো সুযোগ তেওঁ নাপালে। নেমকেয়াৰ গৈ নৌপাওঁতেই বাটতে তেওঁৰ মৃত্যু ঘটে আৰু দিনৰ ১০:২০ বজাত নেমকেয়াৰত তেওঁক মৃত বুলি ঘোষণা কৰা হয়। চিকিৎসকৰ এই ঘোষণাৰ পাচতেই পৰিয়ালৰ লোকে মৃতদেহ চিকিৎসালয়ৰ পৰা আকৌ চানমাৰিৰ বাসগৃহলৈ লৈ আহে। আজি বিয়লি নৱগ্ৰহ শ্মশানত তেওঁৰ শেষকৃত্য সম্পন্ন কৰা হয়।

প্ৰয়াত চৌধুৰীয়ে ইহসংসাৰত পত্নী, এটি পুত্ৰ সন্তান, তিনিগৰাকী কন্যা সন্তান আৰু চাৰিওগৰাকী সন্তানৰ ফালৰ পৰা সাতটি নাতি-নাতিনী এৰি থৈ গৈছে।

আজি আগবেলাৰ ভিতৰতে তেওঁৰ এই মৃত্যুৰ বাতৰি বিয়পি পৰাৰ লগে লগে মহানগৰীত শোকৰ গভীৰ ছাঁ পৰে। শ্মশানলৈ নিয়াৰ আগলৈকে ৰাজ্যৰ শিল্পী, সাহিত্যিক, সাংবাদিক, ৰাজনীতিক, বুদ্ধিজীৱী মহলৰ ভালেসংখ্যক বিশিষ্ট লোকৰ লগতে অজস্ৰ সৰ্বসাধাৰণ গুণমুগ্ধই বাসভৱনলৈ গৈ প্ৰয়াত চৌধুৰীৰ মৃতদেহত পুষ্পমাল্য অৰ্পণ কৰি তেওঁৰ প্ৰতি শেষ শ্ৰদ্ধা জ্ঞাপন কৰে।

মেদিনী চৌধুৰীৰ মৃত্যুৰ বাতৰি বনজুইৰ দৰে বিয়পি পৰাৰ পিচত প্ৰয়াত সাহিত্যিকজনৰ ঘৰত গুণমুগ্ধ বিশিষ্ট ব্যক্তিসকলে ভিৰ কৰেগৈ। চৌধুৰীৰ মৃত্যুৰ পিচতেই জ্যেষ্ঠ সাংবাদিক 'অগ্ৰদূত' কাকতৰ সম্পাদক কনকসেন ডেকা, বিশিষ্ট বুদ্ধিজীৱী ড° হীৰেন গোহাঁই, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ড° নগেন শইকীয়া, 'আজি'ৰ সম্পাদক অজিত কুমাৰ ভূঞা, শিক্ষামন্ত্ৰী পংকজ বৰা আদি প্ৰয়াত চৌধুৰীৰ বাসভৱনত উপস্থিত হয়গৈ। প্ৰাক্তন মন্ত্ৰী, অগপ নেতা বিৰাজ কুমাৰ শৰ্মা, মন্ত্ৰী ড° হেমপ্ৰভা শইকীয়া, প্ৰণতি ফুকন, শিল্পী গিৰীশ চৌধুৰীয়েও সাহিত্যিকজনৰ বাসগৃহত উপস্থিত হৈ শেষ শ্ৰদ্ধা জ্ঞাপন কৰে। ইয়াৰ উপৰি অসম সাহিত্য সভাৰ সভাপতি ড° বীৰেন্দ্ৰনাথ দত্ত, শিল্পী শোভা ব্ৰহ্ম, সাহিত্য সভাৰ প্ৰধান সম্পাদক জগদীশ পাটগিৰী, প্ৰাক্তন মন্ত্ৰী প্ৰদীপ হাজৰিকা, প্ৰাক্তন মন্ত্ৰী গুণীন হাজৰিকা আৰু বিধায়ক বিদ্যা সিং ইংলেঙে প্ৰয়াত চৌধুৰীৰ মৃত্যুত শোক প্ৰকাশ কৰে।

*'আজি' গুৱাহাটী, শুকুৰবাৰ ১৪, ফেব্ৰুৱাৰী, ২০০৩*

# পঞ্চভূতত বিলীন হ'ল এক বৰ্ণময় জীৱন

সন্ধিয়া প্ৰায় চাৰে ছয় বজাৰ লগে লগে একমাত্ৰ পুত্ৰ সন্তান অঞ্জন চৌধুৰীয়ে চিতাত অগ্নিসংযোগ কৰাৰ কিছু সময় পাচতেই মেদিনী চৌধুৰীৰ নশ্বৰ দেহ পঞ্চভূতত বিলীন হৈ যায়। গুৱাহাটীৰ নৱগ্ৰহ শ্মশানত আজি এই প্ৰথিতযশা সাহিত্যিক-সাংবাদিক গৰাকীৰ শেষকৃত্য সম্পন্ন কৰা হৈছে। ভালেমান গুণমুগ্ধ ব্যক্তিৰ উপস্থিতিত সম্পন্ন এই শেষকৃত্য অনুষ্ঠানতভাগ লৈ অসম সাহিত্য সভাৰ নৱ-নিৰ্বাচিত প্ৰধান সম্পাদক জগদীশ পাটগিৰীয়ে চৌধুৰীৰ মৃত্যুত সমন্বয়ৰ এনাজৰী ছিঙি যোৱাৰ নিচিনা অনুভৱৰ সৃষ্টি কৰা বুলি প্ৰকাশ কৰে। এই অনুষ্ঠানতে ঐতিহ্যমণ্ডিত পূব গুৱাহাটী বিহু সন্মিলনীৰ সভাপতি বলেন ভৰালীও উপস্থিত থাকে আৰু চৌধুৰীৰ মৃত্যুত গভীৰ শোক প্ৰকাশ কৰে। বৰ্ণময় জীৱন ঃ নানাৰঙী সৃষ্টিৰে আমাৰ জাতীয় জীৱন চহকী কৰা কথাশিল্পী মেদিনী চৌধুৰী নিজেও আছিল এক বৰ্ণময় জীৱনৰ অধিকাৰী। ১৯২৯ চনত কামৰূপ জিলাৰ গোৰেশ্বৰৰ ওচৰৰ বামছা গাঁৱত জন্মলাভ কৰা চৌধুৰীয়ে সেই যুগৰ পৰিবেশৰ বিপৰীতে গৈয়ো স্নাতকোত্তৰ প্ৰিভিয়াছ পৰ্যায় আৰু আইনৰ প্ৰাথমিক স্তৰলৈকে সফলভাৱে শিক্ষা সম্পন্ন কৰিছিল কিন্তু শিক্ষা জীৱনত ব্ৰতী থাকিব নুশিকিলেই তেওঁ যে সমাজ আৰু সময়ৰ আহ্বানক নেওচা দিছিল তেনে নহয়; ইয়াৰ মাজতে তেওঁ বিভিন্ন গণ-আন্দোলনতো এগৰাকী সক্ৰিয় কৰ্মী আছিল। তাৰ মাজতে ১৯৪৬ চনত তেওঁ শৰণীয়া আশ্ৰমত মহাত্মা গান্ধীৰ সাক্ষাৎ লাভ কৰে। সমাজে সংস্কাৰমূলক এক উল্লেখযোগ্য কাম হিচাপে ১৯৪৭ চনত তেওঁ বৰপেটা সত্ৰত জনজাতি লোকৰ প্ৰৱেশাধিকাৰৰ সপক্ষে জনমত সৃষ্টি কৰাত অগ্ৰণী ভূমিকা পালন কৰিছিল। প্ৰয়াত চৌধুৰীয়ে কৰ্মজীৱনৰ পাতনি মেলিছিল এগৰাকী সাংবাদিক হিচাপেই। স্নাতক পৰ্যায়ত শিক্ষা সমাপ্ত কৰিয়েই তেওঁ 'অসমীয়া' আৰু 'দৈনিক শান্তিদূত' কাকতত উপ-সম্পাদক হিচাপে সেৱা আগবঢ়ায়। এই বৃত্তিত তেওঁ ১৯৫৫ চনলৈকে আছিল। ১৯৫৬ চনত তেওঁ অসম অসামৰিক সেৱাৰ চাকৰিত যোগদান কৰে আৰু সুদীৰ্ঘ তিনি দশক কাল দক্ষতাৰে চৰকাৰী চাকৰি কৰে। ইয়াৰ মাজে ১৯৫৪ চনৰ সাত মে' তাৰিখে টংলাৰ ওচৰৰ ডেকগাঁৱৰ ভৱীৰাম ডেকাৰ কন্যা প্ৰণতি ডেকাৰ লগত তেওঁৰ বিবাহ সম্পন্ন হয়। আনহাতে চাকৰিৰ পৰা অৱসৰ লোৱাৰ পাচত প্ৰায় দুবছৰকাল তেওঁ অধুনালুপ্ত 'সূত্ৰধাৰ' আলোচনীখনৰ সম্পাদনাৰ দায়িত্ব বহন কৰে। ১৯৪৮ চনতে সাহিত্য চৰ্চা আৰম্ভ কৰা মেদিনী চৌধুৰীয়ে মৃত্যুৰ কিছুদিন আগলৈকে সাহিত্য চৰ্চা অব্যাহত ৰাখিছিল আৰু পাঁচ দশকৰো অধিক কালজোৰা এই সাহিত্য চৰ্চাৰ স্বীকৃতি তেওঁলৈ আহিছেও বিভিন্ন বঁটা-বাহনৰ ৰূপত। 'তাত নদী নাছিল' উপন্যাসৰ বাবে অসম প্ৰকাশন পৰিষদৰ বঁটা লাভ কৰা চৌধুৰীয়ে ১৯৯৯ চনত 'বিপন্ন সময়' গ্ৰন্থৰ বাবে সাহিত্য অকাডেমি পুৰস্কাৰ লাভ কৰিছিল। ইয়াৰ উপৰি বিগত বৰ্ষত অসম চৰকাৰৰ 'বিষ্ণু ৰাভা বঁটা' আৰু ত্ৰিপুৰা চৰকাৰৰ 'অদ্বৈতমল্ল বঁটা'ৰেও তেওঁ বিভূষিত হৈছিল।

*'আজি' গুৱাহাটী, শুকুৰবাৰ ১৪, ফেব্ৰুৱাৰী, ২০০৩*

# 'অনন্য প্ৰান্তৰ'ৰ স্ৰষ্টা মেদিনী চৌধুৰীৰ জীৱনাৱসান

সুপ্ৰসিদ্ধ সাহিত্যিক, সাহিত্য অকাডেমি বঁটা বিজয়ী ঔপন্যাসিক মেদিনী চৌধুৰীৰ আজি পুৱা জীৱনাৱসান হয়। মৃত্যুৰ সময়ত তেওঁৰ বয়স হৈছিল ৭৬ বছৰ।

দীৰ্ঘদিন ধৰি ৰোগাক্ৰান্ত হৈ থকা চৌধুৰীক উন্নত চিকিৎসাৰ বাবে জানুৱাৰীতে চেন্নাইলৈ নিয়া হৈছিল যদিও চিকিৎসকে তেওঁক গুৱাহাটীলৈ ঘূৰাই পঠায়। যোৱা ২০ জানুৱাৰীত গুৱাহাটীলৈ ঘূৰি অহাৰ পিছৰে পৰা তেওঁৰ চানমাৰি কলনিৰ ঘৰত শয্যাশায়ী হৈ আছিল। আজি পুৱা হঠাতে তেওঁৰ স্বাস্থ্যৰ অধিক অৱনতি ঘটাত পৰিয়ালৰ লোকে তেওঁক চিকিৎসালয়লৈ নিয়াৰ পথতে তেওঁ শেষ নিশ্বাস ত্যাগ কৰে। পিছত 'নেমকেয়াৰ' হাস্পতালত তেওঁক মৃত বুলি ঘোষণা কৰা হয়। আধুনিক অসমীয়া সাহিত্যৰ অন্যতম কাণ্ডাৰী মেদিনী চৌধুৰীয়ে মৃত্যুৰ সময়ত তেওঁৰ পত্নী প্ৰণীতা চৌধুৰী, এজন পুত্ৰ আৰু তিনিগৰাকী দুহিতাক এৰি থৈ যায়। 'অনন্য প্ৰান্তৰ' নামৰ ব্যতিক্ৰমী উপন্যাসেৰে অসমীয়া সাহিত্য ক্ষেত্ৰত একপ্ৰকাৰ নতুন ঢৌৰ সৃষ্টিকাৰী মেদিনী চৌধুৰীয়ে জীৱন কালত বাইছখন কিতাপ ৰচনা কৰিছিল। ১৯৯৯ চনত তেওঁৰ জনপ্ৰিয় উপন্যাস 'বিপন্ন সময়'ৰ বাবে সাহিত্য অকাডেমিৰ বঁটা লাভ কৰে।

কামৰূপ জিলাৰ গোৰেশ্বৰৰ ওচৰৰ ৰামছা গাঁৱত ১৯২৭ চনত জন্মা এইগৰাকী কৃতবিদ্য সাহিত্যিকে স্নাতক ডিগ্ৰী লৈয়েই প্ৰথমে 'অসমীয়া' আৰু পিছলৈ 'শান্তিদূত' কাকতত উপ-সম্পাদকৰূপে যোগদান কৰে। অসম অসামৰিক সেৱাৰ বিষয়া হিচাপে কামত যোগদান কৰাৰ পূৰ্বে তেওঁ কিছুদিন শিক্ষকতাও কৰিছিল। চৰকাৰী বিষয়া হিচাপে স্বৰাজোত্তৰ অসমৰ ৰাজনীতিৰ বহুবোৰ ৰাজনৈতিক উত্থান-পতনৰ সাক্ষী আছিল মেদিনী চৌধুৰী। ১৯৭২ চনত 'অনন্য প্ৰান্তৰ' প্ৰকাশ হোৱাৰ পূৰ্বে তেওঁ গল্প চৰ্চাতো হাত দিছিল। 'অসমীয়া' কাকতত তেওঁৰ 'সীমাৰেখা' নামৰ প্ৰথম গল্পটো প্ৰকাশ পায়। ১৯৭৬ চনত তেওঁ 'মাধৱদেৱ'ৰ জীৱন ভিত্তিত ৰচনা কৰা উপন্যাস 'বগুকা বেহাৰ' প্ৰকাশ পায়। এই উপন্যাসখনে অসমীয়া সাহিত্য জগতত বহুদিনলৈ বিতৰ্কৰ জোৱাৰ তুলিছিল। অসমীয়া পাঠকক চিৰদিন মোহাবিষ্ট কৰি ৰাখিব মেদিনী চৌধুৰীৰ 'তাত নদী নাছিল' নামৰ উপন্যাসখনে। ১৯৮২ চনত চৌধুৰীয়ে ৰচনা কৰে 'ফেৰেংগাদাও' নামৰ উপন্যাসখন। বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱনী ভিত্তিত লিখা এইখন উপন্যাস অসমীয়া পাঠক সমাজত এতিয়াও বহুভাৱে সমাদৃত। ১৯৯৯ চনত চৌধুৰীয়ে 'বিপন্ন সময়' উপন্যাসৰ বাবে সাহিত্য অকাডেমি বঁটা লাভ কৰে। চৌধুৰীৰ অন্যান্য উপন্যাস সমূহৰ ভিতৰত জনপ্ৰিয় উপন্যাস হৈছে 'যাদুঘৰৰ কীৰ্ত্তিমুখ', 'সপোন সপোন লাগে', 'ফাগুনত আজাৰৰ ফুল' ইত্যাদি। চীন ভ্ৰমণৰ অভিজ্ঞতাৰে চৌধুৰীয়ে ৰচনা কৰিছিল মনোৰম ভ্ৰমণ কাহিনী

'য়াংজু নদীৰ পাৰ'। 'মণিৰাম পাটৰ কেনি গ'ল?' নামৰ তেওঁৰ গল্প সংকলনটিত তেওঁৰ বহুকেইটা মৰ্মস্পৰ্শী গল্প সন্নিবিষ্ট হৈছে।

ডেৰশৰো অধিক মননশীল, সংযত আৰু সুখবেষিত প্ৰবন্ধৰ লেখক মেদিনী চৌধুৰীৰ দুখন অসমীয়া প্ৰবন্ধ সংকলনো প্ৰকাশ পাইছে। এই সংকলন দুখন হৈছে লুইত, বৰাক আৰু ইছলাম আৰু নিবন্ধিত অনুভৱ। অসমৰ বড়ো-ডিমাচা জনগোষ্ঠীৰ সমাজ জীৱনক কেন্দ্ৰ কৰি তেওঁ ইংৰাজীত লিখিছিল- 'দ্য বড়ো ডিমাচাজ অব্ আছাম' নামৰ গ্ৰন্থখন।

সাহিত্য অকাডেমি বঁটা প্ৰাপ্তিৰ পূৰ্বে চৌধুৰীয়ে 'তাত নদী নাছিল' নামৰ উপন্যাসৰ বাবে অসম প্ৰকাশন পৰিষদৰ বঁটা লাভ কৰিছিল। ২০০২ চনত অসম চৰকাৰে 'বিষ্ণু ৰাভা' বঁটাৰে সন্মানিত কৰে। এই বছৰ চৌধুৰীয়ে ত্ৰিপুৰা চৰকাৰে 'অদ্বৈতমল্ল' বঁটা প্ৰদান কৰিছে। অসুস্থতাৰ বাবে তেওঁ এই বঁটা গ্ৰহণ কৰিবলৈ ব্যক্তিগতভাৱে যাব নোৱাৰিলে। তেওঁৰ হৈ এই বঁটা গ্ৰহণ কৰে সুলেখিকা নিৰুপমা বৰগোহাঞিয়ে।

এজন এজনকৈ হেৰাই যোৱা অসমৰ সাহিত্য-সংস্কৃতি ক্ষেত্ৰৰ নক্ষত্ৰ সদৃশ ব্যক্তিসকলৰ লগতে মেদিনী চৌধুৰীৰ নামো আজি জড়িত হোৱাত অসমীয়া সমাজ আজি ম্ৰিয়মান। চৌধুৰীৰ মৃত্যুৰ বাতৰি প্ৰচাৰ হোৱাৰ লগে লগে বহুসংখ্যক গুণমুগ্ধ, শিল্পী, সাহিত্যিক তেওঁৰ চানমাৰিস্থিত চৰকাৰী নিবাসলৈ ঢাপলি মেলে। সন্ধিয়া ৫-৩০ বজাত এক সমদলেৰে চৌধুৰীৰ মৃতদেহ নবগ্ৰহ শ্মশানলৈ নিয়া হয়। তাতেই বহুসংখ্যক গুণমুগ্ধৰ উপস্থিতিত তেওঁৰ শেষকৃত্য সম্পন্ন কৰা হয়।

চৌধুৰীৰ বিয়োগত মুখ্যমন্ত্ৰী তৰুণ গগৈয়ে গভীৰ শোক প্ৰকাশ কৰি কয় যে অসমীয়া সাহিত্যৰ জগতলৈ তেওঁ আগবঢ়োৱা অবদানৰ বাবে সমাজে তেওঁক চিৰদিন স্মৰণ কৰিব।

বিধানসভাৰ অধ্যক্ষ পৃথিৱী মাঝিয়ে চৌধুৰীৰ মৃত্যুত গভীৰ শোক প্ৰকাশ কৰি কয় যে তেওঁৰ বিয়োগত অসমীয়া সাহিত্যৰ পূৰাব নোৱাৰা ক্ষতি হ'ল। চৌধুৰীৰ মৃত্যু অসমীয়া সাহিত্যৰ বাবে এক অপূৰণীয় ক্ষতি বুলি অভিহিত কৰিছে অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক তথা বৰপেটা জিলা সাহিত্য সভাৰ সভাপতি সতীশ চৌধুৰীয়ে।

মেদিনী চৌধুৰীৰ আকস্মিক বিয়োগত অসম গণ পৰিষদৰ সভাপতি তথা অসম বিধানসভাৰ বিৰোধী দলপতি বৃন্দাবন গোস্বামীয়ে গভীৰ শোক প্ৰকাশ কৰিছে।

*'দৈনিক অসম' গুৱাহাটী, শুক্ৰবাৰ ১৪, ফেব্ৰুৱাৰী, ২০০৩*

## ফেৰেংগাদাও, বগুকা বেহাৰৰ স্ৰষ্টা

# মেদিনী চৌধুৰীৰ জীৱনাৱসান

অসমীয়া ভাষা-সাহিত্যৰ অনন্য কাণ্ডাৰী মেদিনী চৌধুৰীৰ আজি দেহাৱসান ঘটে। দীৰ্ঘদিন ধৰি কৰ্কট ৰোগত আক্ৰান্ত চৌধুৰীৰ মৃত্যুৰ লগে লগে অৱসান ঘটিল অসমীয়া আধুনিক গদ্য সাহিত্যৰ এক বৰ্ণাঢ্য যুগৰ। উপন্যাস, গল্প, কবিতা, প্ৰবন্ধ সাহিত্যলৈ অতুলনীয় অৱদান আগবঢ়াই অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰি যোৱা চৌধুৰীৰ বিয়োগৰ বাতৰিয়ে শোকস্তব্ধ কৰি তুলিছে সাহিত্যপ্ৰেমীসকলক।

বিগত প্ৰায় এটা বছৰ ধৰি কৰ্কট ৰোগত আক্ৰান্ত হৈ আছিল 'ফেৰেংগাদাও' খ্যাত মেদিনী চৌধুৰী। চানমাৰিৰ বাসভৱনতে শয্যাগত সাহিত্যিকজনৰ চিকিৎসা অব্যাহত ৰখা হয় যদিও স্বাস্থ্যৰ উন্নতি নহ'ল। পৰিয়ালৰ লোকে জনালে বহু চিকিৎসাৰ পিছতো তেওঁৰ অৱস্থাৰ উন্নতি নোহোৱাত যোৱা ১২ ডিচেম্বৰত স্থানীয় এখন নাৰ্ছিংহোমত ভৰ্তি কৰোৱা হয়। সপ্তাহজোৰা চিকিৎসা চলোৱাৰ পিছতো চৌধুৰীৰ আৰোগ্যৰ পৰিৱৰ্তে স্বাস্থ্যৰ অধিক অৱনতিহে ঘটে। ইয়াৰ পিছত উন্নত চিকিৎসাৰ বাবে বৰ্ষীয়ান সাহিত্য-সাধকগৰাকীক যোৱা ৮ জানুৱাৰীত চেন্নাইলৈ নিয়া হয়। কিন্তু চেন্নাইৰ এপল' হাস্পতালতো চৌধুৰীৰ স্বাস্থ্যৰ উন্নতি নোহোৱাত ২০ জানুৱাৰীত গুৱাহাটীলৈ ঘূৰাই অনা হয়। তেতিয়াৰে পৰা নিজ বাসগৃহতে শয্যাগত হৈ আছিল স্বনামধন্য সাহিত্যিকগৰাকী। আজি পুৱা হঠাতে তেওঁৰ স্বাস্থ্যৰ অধিক অৱনতি ঘটাত স্থানীয় এখন নাৰ্ছিংহোমলৈ নি থকা অৱস্থাতে তেওঁৰ জীৱনাৱসান ঘটে। সৃষ্টিশীল সাধনাৰে জীৱন ধন্য কৰা চৌধুৰীৰ মৃত্যুৰ সময়ত বয়স হৈছিল ৭৪ বছৰ। ১৯২৯ চনত কামৰূপ জিলাৰ গোৰেশ্বৰৰ ওচৰত ৰামছা গাঁৱত এইজনা মহান সাহিত্যিকৰ জন্ম হয়। স্নাতক ডিগ্ৰী লাভ কৰাৰ পিছতে তেওঁ 'অসমীয়া' আৰু পিছৰ 'দৈনিক শান্তিদূত' কাকতৰ জৰিয়তে সাংবাদিকতাৰ জগতত প্ৰৱেশ কৰে। কিছুকাল সাংবাদিকতাত জড়িত থাকি পিছত অসম অসামৰিক সেৱাৰ বিষয়া হিচাপে যোগদান কৰি ৰেচম বিভাগৰ সঞ্চালক হিচাপে অৱসৰ গ্ৰহণ কৰে। অৱসৰৰ পিছত তেওঁ 'সূত্ৰধাৰ' আলোচনীৰ সম্পাদনাৰ দায়িত্ব পালন কৰে। চৰকাৰী চাকৰিৰ ব্যস্ততাৰ মাজতে সৃষ্টিকৰ্মত একাত্মভাৱে জড়িত হৈ পৰিছিল মেদিনী চৌধুৰী। গল্পকাৰ ৰূপে সাহিত্য জগতত তেওঁৰ প্ৰথম আত্মপ্ৰকাশ। 'অসমীয়া' কাকতত প্ৰথম প্ৰকাশিত হয় তেওঁৰ 'সীমাৰেখা' নামৰ গল্প। ১৯৭৩ত প্ৰকাশিত হয় প্ৰথমখন উপন্যাস 'অনন্য প্ৰান্তৰ'। দ্বিতীয়খন উপন্যাস 'বগুকা বেহাৰ' প্ৰকাশিত হয় ১৯৭৬ চনত। এই উপন্যাসৰ উপজীব্য আছিল মহাপুৰুষ মাধৱদেৱৰ জীৱন। ইয়াৰ পিছত ১৯৮২ চনত সৈনিক শিল্পী বিষ্ণু ৰাভাৰ জীৱনভিত্তিক বৃহৎ উপন্যাস 'ফেৰেংগাদাও' প্ৰকাশিত হয়। সাহিত্য প্ৰতিভাক এক বিশিষ্ট পৰ্যায়লৈ উত্তৰণ ঘটোৱা এইখন উপন্যাস সম্পৰ্কত চৌধুৰীৰ নিজেৰ অভিব্যক্তি আছিল- 'ফেৰেংগাদাও' লিখিছিলো ৫ বছৰমান অনুসন্ধানৰ অন্তত আৰু লিটন ষ্ট্ৰেচি, আঁদ্ৰে ম'ৰাৰ কেতবোৰ কথা পঢ়াৰ পিছত। ইয়াৰ

পিছতে চৌধুৰীৰ কাপৰ পৰা সিখন সফল উপন্যাস। 'বিপন্ন সময়' নামৰ উপন্যাসখনৰ বাবে তেওঁ ১৯৯৯ চনত সাহিত্য অকাডেমি বঁটা লাভ কৰে। 'য়াংজু নদীৰ পাৰ' গ্ৰন্থৰে চৌধুৰীয়ে অসমীয়া ভ্ৰমণ সাহিত্যও সমৃদ্ধ কৰি গৈছে। তেওঁৰ সৃষ্ট আন গ্ৰন্থসমূহ হ'ল- অনন্য প্ৰান্তৰ, তাত নদী আছিল, অৰণ্য আদিম, যুগ যুগ গুৱাহাটী, যাদুঘৰৰ কীৰ্তিমুখ, লুইত, বৰাক আৰু ইছলাম, খোলাকটিৰ তাল, চীনৰ ছাত্ৰ আন্দোলন, ফাগুনত আজাৰৰ ফুল আদি। কুৰিখন গ্ৰন্থৰে সাহিত্য ক্ষেত্ৰ মহীয়ান কৰি যোৱা মেদিনী চৌধুৰীৰ মৃত্যুত ৰাজ্যৰ সাহিত্য সমাজৰ লগতে মুখ্যমন্ত্ৰী তৰুণ গগৈ, মন্ত্ৰী শৰৎ বৰকটকী, বিধানসভাৰ অধ্যক্ষ পৃথিৱী মাঝি, প্ৰাক্তন মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্ত, বিৰোধী দলপতি বৃন্দাবন গোস্বামীকে ধৰি ভালেসংখ্যক ব্যক্তি-দল-সংগঠনে গভীৰ শোক প্ৰকাশ কৰে। পত্নী প্ৰণতি চৌধুৰী, এজন পুত্ৰ আৰু তিনিগৰাকী কন্যা এৰি থৈ যোৱা চৌধুৰীৰ মৃতদেহ বিয়লি গুৱাহাটীৰ নৱগ্ৰহ শ্মশানত শেষকৃত্য সম্পন্ন কৰা হয়।

*'দৈনিক অসমীয়া জনসাধাৰণ' গুৱাহাটী, শুকুৰবাৰ ১৪, ফেব্ৰুৱাৰী, ২০০৩*

# মেদিনী চৌধুৰীলৈ শ্ৰদ্ধাঞ্জলি

অৱধাৰিত মৃত্যুৰ কোলাত অৱশেষত 'ফেৰেংগাদাও'ৰ অমৰ স্ৰষ্টা মেদিনীমোহন চৌধুৰীয়ে চিৰদিনৰ বাবে আশ্ৰয় ল'লে। তেৰ ফেব্ৰুৱাৰীৰ আমাৰ বাবে সূচিত হোৱা আপদীয়া দিনটোত চৌধুৰীৰ মৃত্যুৰ বাতৰি সদৰী হোৱাৰ লগে লগে অসমীয়া ভাষা-সাহিত্যৰ এক অনন্য ধাৰাৰো যেন মৃত্যু ঘটিল - যিটো ধাৰাৰ অনবদ্য উৎস আছিল চৌধুৰীদেৱৰ ইতিহাস আৰু সামাজিক চেতনাবোধ। অসমীয়া ভাষা-সাহিত্যত এনে চেতনাবোধৰ চানেকী তেনেই দুৰ্লভ বুলি ক'লেও বোধকৰো অত্যুক্তি কৰা নহয়। যিটো চিন্তাধাৰা আৰু জীৱন দৰ্শনে তেওঁক অহৰহ উদ্বেলিত কৰি ৰাখিছিল- তাৰ মূলতে আছিল অসমৰ গাঁৱে-ভূঞে ঘূৰি-পকি আহৰণ কৰা তেওঁৰ কেঁচা মাটি আৰু বিপন্ন মানুহৰ জীৱনকেন্দ্ৰিক অভিজ্ঞতা। তেওঁৰ জন্মই আছিল এনে এখন পিচপৰা জনজাতি গাঁৱত য'ত মানুহে দৰিদ্ৰতা, অভাৱ-অনাটনৰ সৈতে সৰ্বদা সহবাস কৰিব লাগিছিল। সেই যে 'ৰামছা' গাঁৱৰ বোকা-পানী আৰু তাৰ সামাজিক পটভূমি তেওঁৰ বুকুৰ গভীৰলৈ জন্মতেই সোমাই থাকিল তাৰপৰা তেওঁ জীৱনৰ শেষ মুহূৰ্তলৈ বিচ্ছিন্ন নহ'ল। তেওঁ য'তেই থাকে, য'লৈকে যায় তাতেই অন্বেষণ কৰিছিল তেওঁৰ ওপজা গাঁৱৰ মাটি-পানী-বায়ুৰ ৰং, ঠাই আৰু জনজীৱনৰ ইতিহাস। সেই কাৰণে তেওঁৰ লেখা আৰু প্ৰকাশ ভংগীৰ ঠাঁচতো আমি অনুভৱ কৰিছিলো অসমৰ কেঁচা মাটিৰ গোন্ধ থকা এক সুন্দৰ পৰিশীলিত গদ্যৰ অনুৰণন। এগৰাকী শক্তিশালী নান্দনিক শিল্পী হিচাপে অসমীয়া ভাষা-সাহিত্যক চৌধুৰীদেৱে বহুখিনি দি গ'ল। কিন্তু তেওঁৰ প্ৰাপ্যখিনিত অসমৰ বৌদ্ধিক সমাজে দিব নোৱাৰিলে বা দিবলৈ কাৰ্পণ্যবোধ কৰিলে। কিয়নো গোষ্ঠীগত আদৰ্শৰ ঊৰ্ধ্বত থাকি এজন মানৱ প্ৰমূল্যৰে সমৃদ্ধ সাহিত্যিক হিচাপেহে তেওঁ নিৰন্তৰ কাম কৰি গৈছিল। তাৰ বাবে প্ৰশংস্নাৰে ওপচাই দিবলৈ তেওঁৰ কোনো ধৰণৰ বিশেষ 'লবি' নাছিল। থকাহেঁতেন আজীৱন সাহিত্য সাধনা কৰি অসমীয়া ভাষা-সাহিত্যক নতুন মাত্ৰা প্ৰদান কৰা মেদিনী চৌধুৰীয়ে জীৱনৰ অন্তিম পৰ্য্যায়লৈ স্বীকৃতি হিচাপে যি নিষ্ঠাৰে সেৱা আগবঢ়াইছিল এগৰাকী প্ৰশাসনীয় বিষয়া হিচাপেও একেই নিষ্ঠা, সততা আৰু দক্ষতাৰে তেওঁ সামাজিকভাবে দায়বদ্ধ হৈ সমাজলৈ সেৱা আগবঢ়াইছিল। আজিৰ প্ৰশাসনীয় বিষয়া একাংশৰ দৰে তেওঁৰ অৰ্থকৰিৰ চিন্তা থকা হ'লে পঞ্চাশৰ দশকতে মাটিৰ হাকিম হোৱা চৌধুৰীয়ে গোটেই জীৱন অভাৱ-অনাটনৰ মাজত জীৱন নিৰ্বাহ কৰিব নালাগিলহেঁতেন। সেই কাৰণে মেদিনী চৌধুৰীক আমি সদায় মানুহ মেদিনী চৌধুৰী হিচাপেই পাইছিলো। বহু তথাকথিত বিশিষ্ট ব্যক্তি বা লেখকৰ দৰে তেওঁৰ জীৱন-দৰ্শন এগৰাকী কথাশিল্পী হিচাপে এটা আৰু প্ৰশাসনীয় বিষয়া হিচাপে অন্য এটা কদাপি নাছিল। কামে-কাজে একেই ৰূপত দেখা পোৱা মানুহজন অত্যন্ত সংবেদনশীল আছিল হয়, কিন্তু তেনে সংবেদনশীলতাৰ মাজত সংকীৰ্ণ চিন্তাৰ কোনো অভিব্যক্তি অথবা অৱকাশ নাছিল। দৰাচলতে তেওঁ সমগ্ৰ অসমখন আৰু বৃহত্তৰ অসমীয়া জাতিটোক এক সংহত ৰূপত গঢ়ি তোলাৰ সপোন দেখিছিল। তাৰ বাবে অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিছিল

তেওঁৰ কলমটো। সেই আশা পূৰণৰ পৰিতৃপ্তিৰে তেওঁ মৃত্যুক আঁকোৱালি ল'ব নোৱাৰিলেও তেওঁৰ সৃষ্টিৰ মাজত সকলো চিন্তাকে বিস্তাৰিতভাৱে এৰি থৈ গৈছে। ৰাজনীতিৰ পোকেও মানুহজনক আমনি কৰিছিল। গণতান্ত্ৰিক ব্যৱস্থাৰ মাজত মানুহৰ জীৱনৰ কাৰুণ্যক যেতিয়া কোনো সংবেদনশীল, চিন্তা-প্ৰৱণ ব্যক্তিয়ে দেখিবলৈ পায় - তেতিয়া তেওঁ ক্ষোভত ফাটি পৰাটো এটা স্বাভাৱিক প্ৰক্ৰিয়া। মেদিনী চৌধুৰীকো ক্ষোভকলো তেনে এক ধাৰণাই অস্থিৰ কৰিছিল- আৰু তাৰ প্ৰশমনৰ বাবে ৰাজনীতিৰ প্ৰতিও আকৃষ্ট হৈছিল। এই লৈ তেওঁ বিতৰ্কৰ মাজতো সোমাবলগীয়া হৈছিল। যি কি নহওক মেদিনী চৌধুৰীৰ সাহিত্য-কৃতীৰ এক পূৰ্ণ মূল্যায়ন হোৱাটো আমি কামনা কৰো। তেওঁৰ সকলো সৃষ্টিকে একেলগ কৰি প্ৰকাশৰ দিহা কৰিলে সাহিত্যিকগৰাকীৰ প্ৰতি যথাযথ সুবিচাৰ কৰা হ'ব। বিশেষকৈ পৰিবৰ্তিত পৰিস্থিতিত তেওঁৰ সমগ্ৰ ৰচনাসম্ভাৰ 'বড়ো' ভাষালৈ অনুবাদ কৰি প্ৰকাশ কৰিলে বড়ো-অবড়োৰ যুগজয়ী সম্প্ৰীতিৰ প্ৰতীক মেদিনী চৌধুৰী সকলোৰে মাজত অমৰ হৈ থাকিব। অসম সাহিত্য সভাই এই ক্ষেত্ৰত আগভাগ লোৱাটো সমীচীন। চৌধুৰীৰ প্ৰতি আমাৰ গভীৰ শ্ৰদ্ধাঞ্জলি যাচিলো।

*'আজি' গুৱাহাটী, শনিবাৰ ১৫, ফেব্ৰুৱাৰী ২০০৩*

# মেদিনী চৌধুৰীৰ মৃত্যুত অসম সাহিত্য সভাৰ শোক প্ৰকাশ

জীৱন আৰু সাহিত্য সাধনাকে জীৱনৰ বাণী হিচাপে গ্ৰহণ কৰা প্ৰখ্যাত ঔপন্যাসিক, গল্পকাৰ বিশিষ্ট নিবন্ধকাৰ 'ফেৰেংগাদাও'কে আদি কৰি ভালেমান গ্ৰন্থৰ স্ৰষ্টা মেদিনী চৌধুৰীৰ দেহাৱসানত অসম সাহিত্য সভাই গভীৰ শোক প্ৰকাশ কৰি বিদেহী আত্মাৰ সদ্‌গতি লাভৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনায়। এটি শোক বাৰ্তাত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক ড° জগদীশ পাটগিৰিয়ে শোক সন্তপ্ত পৰিয়ালবৰ্গলৈ গভীৰ সমবেদনা জ্ঞাপন কৰি কয়, চৌধুৰীৰ বিয়োগত অসমে এগৰাকী নিষ্ঠাবান সাহিত্যিকক হেৰুৱালে যাৰ ফলত সাহিত্য জগতৰ অপূৰণীয় ক্ষতি হ'ল।

অহা ২৫ ফেব্ৰুৱাৰীত অনুষ্ঠিত হ'বলগীয়া আদ্যশ্ৰাদ্ধৰ দিনাখন ভগৱতীপ্ৰসাদ বৰুৱা ভৱনত পুৱা ৯-৩০ বজাত এখনি স্মৃতিচাৰণ সভাৰো আয়োজন কৰা হৈছে বুলি প্ৰধান সম্পাদকগৰাকীয়ে জানিবলৈ দিয়ে। অঞ্চলকে শাখা সভা তথা সাহিত্যানুৰাগী ৰাইজক উপস্থিত থাকিবলৈ সভাৰ তৰফৰ পৰা প্ৰধান সম্পাদকগৰাকীয়ে অনুৰোধ জনাইছে।

*'দৈনিক অগ্ৰদূত' সোমবাৰ ১৭ ফেব্ৰুৱাৰী, ২০০৩ মেদিনী চৌধুৰীৰ মৃত্যুত অসম সাহিত্য সভাৰ শোক প্ৰকাশ বাতৰি*

# অধ্যক্ষ, মুখ্যমন্ত্ৰীৰ শোক প্ৰকাশ

প্ৰথিতযশা সাহিত্যিক, ঔপন্যাসিক, সুদক্ষ প্ৰশাসক মেদিনীমোহন চৌধুৰীৰ মৃত্যুত মুখ্যমন্ত্ৰী তৰুণ গগৈয়ে গভীৰ শোক প্ৰকাশ কৰিছে। এক শোকবাৰ্তাত মুখ্যমন্ত্ৰী গগৈয়ে কয় যে চৌধুৰীৰ মৃত্যুত অসমীয়া সাহিত্য জগতৰ এক অপূৰণীয় ক্ষতি হ'ল। মুখ্যমন্ত্ৰী গগৈয়ে প্ৰয়াত চৌধুৰীৰ বিদেহী আত্মাৰ সদগতি কামনা কৰাৰ লগতে শোকসন্তপ্ত পৰিয়ালবৰ্গলৈ গভীৰ সমবেদনা জ্ঞাপন কৰিছে। গড়কাপ্তানি মন্ত্ৰী শৰৎ বৰকটকীয়েও চৌধুৰীৰ মৃত্যুত গভীৰ শোক প্ৰকাশ কৰে। বিশিষ্ট লেখক, চিন্তাবিদ মেদিনী চৌধুৰীৰ বিয়োগত অসম বিধানসভাৰ অধ্যক্ষ পৃথিবী মাঝিয়ে গভীৰ শোক প্ৰকাশ কৰিছে। এটি শোক বাৰ্তাত অধ্যক্ষ মাঝিয়ে প্ৰয়াত চৌধুৰীৰ বিদেহী আত্মাৰ সদ্‌গতি কামনা কৰি শোকসন্তপ্ত পৰিয়ালবৰ্গলৈ গভীৰ সমবেদনা জ্ঞাপন কৰিছে। অসমীয়া ভাষা-সাহিত্যৰ একনিষ্ঠ সাধক, সাহিত্য অকাডেমি বঁটাপ্ৰাপ্ত সাহিত্যিক মেদিনীমোহন চৌধুৰীৰ মৃত্যুত প্ৰাক্তন মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তই গভীৰ শোক প্ৰকাশ কৰিছে। বগুকা বেহাৰ, অনন্য প্ৰান্তৰ, এই গুৱাহাটী আৰু ফেৰেংগাদাওৰ দৰে অতি সুখপাঠ্য উপন্যাস আৰু অন্যান্য লেখাৰে অসমীয়া ভাষাক সমৃদ্ধ কৰি যোৱা মেদিনীমোহন চৌধুৰীৰ মৃত্যুত অসমীয়া সাহিত্যৰ এক অপূৰণীয় ক্ষতি হ'ল। মহন্তই বিদেহী আত্মাৰ সদ্‌গতি কামনা কৰাৰ লগতে শোকসন্তপ্ত পৰিয়াললৈ সমবেদনা জ্ঞাপন কৰে। ইপিনে ৰাজ্যৰ পঞ্চায়ত আৰু গ্ৰামোন্নয়ন ৰাজ্যিক মন্ত্ৰী (স্বতন্ত্ৰ) বিপুল বৰাই সাহিত্যিক মেদিনী চৌধুৰীৰ মৃত্যু অসমীয়া সাহিত্য জগতৰ এক অপূৰণীয় ক্ষতি বুলি কয়। সু-সাহিত্যিক মেদিনী চৌধুৰীৰ মৃত্যুত শোকস্তব্ধ হৈ পৰা ৰাজ্যৰ জনসংযোগ আৰু সাংস্কৃতিক বিভাগৰ আয়ুক্ত জ্যোতিপ্ৰসাদ শইকীয়ায়ো আজি প্ৰয়াত চৌধুৰীৰ বাসগৃহলৈ গৈ শ্ৰদ্ধা নিবেদন কৰাৰ লগতে তেওঁৰ আত্মাৰ চিৰশান্তি কামনা কৰে। মেদিনী চৌধুৰীৰ মৃত্যুত প্ৰাক্তন মন্ত্ৰী ময়িদুল ইছলাম বৰা, অসম ৰাজ্যিক এন এছ ইউ আইৰ সভাপতি ৰেকিবুদ্দিন আহমেদেও এক বাৰ্তাত শোক প্ৰকাশ কৰিছে আৰু শোকসন্তপ্ত পৰিয়ালবৰ্গলৈ সমবেদনা জ্ঞাপন কৰিছে।

## অসমীয়া সাহিত্যলৈ মেদিনী চৌধুৰীৰ অৱদান

| | |
|---|---|
| অনন্য প্ৰান্তৰ | চীনৰ ছাত্ৰ আন্দোলন |
| ফেৰেংগাদাও | সন্ত্ৰাসবাদ |
| বগুকা বেহাৰ | জল্পনা |
| আত নদী নাছিল | চোৰ |
| অৰণ্য আদিম | মণিৰাম পাটৰ কেনি গ'ল? |
| যুগ যুগ গুৱাহাটী | শতিকাৰ চাঞ্চল্যকৰ স্কুপটো |
| যাদুঘৰৰ কীৰ্তিমুখ | হুমাক |
| লুইত, বৰাক আৰু ইছলাম | প্ৰত্যাহ্বান |
| বস্ত্ৰদাহ | সপোন সপোন লাগে |
| খোলাকটিৰ তাল | ফাগুনত আজাৰৰ ফুল |
| য়াংজু নদীৰ পাৰ | বিপন্ন সময় (অকাডেমি বঁটাপ্ৰাপ্ত) |

# 'মহৎ গুণৰ অধিকাৰী আছিল মেদিনী চৌধুৰী'

'মেদিনী চৌধুৰী সাহিত্যিক হিচাপেই নহয়, ব্যক্তি হিচাপেও যি মহৎ গুণৰ অধিকাৰী তাৰ তুলনা নাই।' বিশিষ্ট সাহিত্যিক প্ৰয়াত মেদিনী চৌধুৰীক সুঁৱৰি এইদৰে কয় অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ড° লক্ষ্মীনন্দন বৰাই। আজি স্থানীয় ভগৱতীপ্ৰসাদ বৰুৱা ভৱনত অসম সাহিত্য সভাৰ উদ্যোগত অনুষ্ঠিত স্মৃতিচাৰণ সভা এখনত ভাষণ দি ড° বৰাই চৌধুৰীক এগৰাকী শ্ৰেষ্ঠ ঔপন্যাসিক বুলিও উল্লেখ কৰি কয় যে 'ফেৰেংগাদাও'ৰ আগতে উল্লেখ কৰিব পৰা গ্ৰন্থ অসমীয়া সাহিত্যত নাছিল। চৌধুৰীৰ গল্প পঢ়িহে তেওঁ নিজেও গল্প লিখিবলৈ উৎসাহ পাইছিল বুলিও ড° বৰাই লগতে উল্লেখ কৰে। আন এগৰাকী বক্তা ৰাম গোস্বামীয়ে প্ৰয়াত চৌধুৰীৰ স্মৃতি সুঁৱৰি কয় যে 'মাটিৰ কথা ভাবিবা, মাটিৰ মানুহৰ কথা ভাবিবা' বুলি কোৱা ব্যক্তিগৰাকী সঁচাকৈয়ে ব্যৱহাৰ, কৰ্ম আদি সকলোতে মাটিৰ মানুহ আছিল। সভাত ভাষণ দি অসম সাহিত্য সভাৰ প্ৰাক্তন উপ-সভাপতি যতীন গোস্বামীয়ে চৌধুৰীৰ লগত একেলগে আত্মগোপন কৰি থাকিবলগীয়া হৈছিল বুলি উল্লেখ কৰি তেওঁ হঠাতে বামপন্থী ভাবধাৰাৰে উদ্বুদ্ধ হৈছিল বুলিও প্ৰকাশ কৰে। উপেন্দ্ৰনাথ শৰ্মাই প্ৰয়াত চৌধুৰী বিশাল গুণৰ অধিকাৰী হৈও প্ৰচাৰ বিমুখ আছিল বুলি উল্লেখ কৰি অসম সাহিত্য সভাক তেওঁৰ সমগ্ৰ ৰচনাৱলী পুনৰ উপযুক্ত প্ৰকাশৰ লগতে সংৰক্ষণৰ ব্যৱস্থা ল'বলৈ আহ্বান জনায়। সভাত ভাষণ দি 'অসমীয়া খবৰ' কাকতৰ সম্পাদক ড° ক্ষীৰেণ ৰয়ে প্ৰয়াত চৌধুৰীয়ে নিস্বাৰ্থভাৱে মানুহক সহায় কৰি ভাল পাইছিল বুলি উল্লেখ কৰে।

অসম সাহিত্য সভাৰ উপ-সভাপতি ইন্দ্ৰেশ্বৰ গোস্বামীৰ সভাপতিত্বত অনুষ্ঠিত বিশিষ্ট সাহিত্যিক-সাংবাদিক প্ৰয়াত মেদিনী চৌধুৰীৰ শ্ৰদ্ধাঞ্জলি আৰু স্মৃতিচাৰণ সভাৰ আৰম্ভণিতে চৌধুৰীৰ প্ৰতিকৃতিৰ সন্মুখত বন্তি প্ৰজ্বলন আৰু পুষ্পাঞ্জলি প্ৰদানেৰে কাৰ্যসূচীৰ পাতনি মেলে ইন্দ্ৰেশ্বৰ গোস্বামী আৰু ড° লক্ষ্মীনন্দন বৰাই। তাৰ পাছতে অনুষ্ঠিত হোৱা সৰ্বধৰ্ম প্ৰাৰ্থনা সভাত কোৰান পাঠ কৰে আলহাজ শ্বেইখ ছমচেৰ আলীয়ে। বেদ বিদ্যালয়ৰ ছাত্ৰসকলে বেদ পাঠ কৰে। সভাৰ উদ্দেশ্য ব্যাখ্যা কৰে অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক ড° জগদীশ চন্দ্ৰ পাটগিৰীয়ে। সভাত সতীশ চন্দ্ৰ চৌধুৰী, খনীন দাস, ড° মিনতি বৰঠাকুৰ, ভৰত চন্দ্ৰ ডেকা আদিয়েও প্ৰয়াত চৌধুৰীৰ গুণৰাজিৰ আলোকপাত কৰে।

# মেদিনী চৌধুৰীৰ মৃত্যুত শোক

সাহিত্য অকাডেমি বঁটা বিজয়ী অসমৰ বিশিষ্ট লেখক তথা চিন্তাবিদ মেদিনী চৌধুৰীৰ মৃত্যুত চি পি আই(এম)ৰ অসম ৰাজ্যিক কমিটীয়ে গভীৰ শোকপ্ৰকাশ কৰিছে। চি পি আই(এম)-এ মেদিনী চৌধুৰীৰ প্ৰতিগভীৰ শ্ৰদ্ধাঞ্জলি জনাই কয় যে মেদিনী চৌধুৰীয়ে অসমৰ চিন্তা আৰু সাহিত্যৰ জগতখনলৈ বিশিষ্ট অৱদান আগবঢ়াই থৈ গ'ল। চৌধুৰীয়ে বিশেষকৈ অসমৰ জনজাতীয় সমাজ আৰু কৃষিজীৱী ৰাইজক লৈ লিখা সাহিত্য কৰ্মই বিপুল সমাদৰ লাভ কৰিছিল। অসমৰ বহুভাষিক আৰু বহু ধৰ্মীয় সমাজখনক বুজিবলৈ মেদিনী চৌধুৰীৰ সাহিত্য কৰ্মই প্ৰভূত সহায় কৰিব পাৰে। চি পি আই (এম)ৰ অসম ৰাজ্যিক কমিটীয়ে মেদিনী চৌধুৰীৰ প্ৰতি গভীৰ শ্ৰদ্ধাঞ্জলি প্ৰকাশ কৰাৰ লগতে তেওঁৰ শোকসন্তপ্ত পৰিয়াললৈ সমবেদনা জ্ঞাপন কৰে।

■ **পেঞ্চনাৰ সন্থাৰ শোক ঃ** চৰকাৰী পেঞ্চনাৰ সন্থা, অসমৰ গুৱাহাটী শাখাৰ সদস্যসকলে সভাপতি দুৰ্গাপ্ৰসাদ নেওগৰ সভাপতিত্বত স্বনামধন্য সাহিত্যিক, সাংবাদিক, প্ৰশাসক আৰু নিৰ্ভীক সমাজকৰ্মী মেদিনীমোহন চৌধুৰীৰ অকাল মৃত্যুত গভীৰ শোক প্ৰকাশ কৰে। নানাজনে সভাত অংশগ্ৰহণ কৰি প্ৰয়াত চৌধুৰীৰ গুণৰাজিৰ বিষয়ে বিৱৰি কয়। সভাত বিদেহী আত্মাৰ চিৰশান্তিৰ বাবে ভগৱানৰ ওচৰত এক মিনিট সময় মৌন প্ৰাৰ্থনা আৰু শোকসন্তপ্ত পৰিয়ালবৰ্গলৈ সমবেদনা জ্ঞাপন কৰা হয়।

■ **সাংস্কৃতিক সঞ্চালকালয়ৰ শোক ঃ** সাংস্কৃতিক বিভাগৰ সঞ্চালক প্ৰীতম শইকীয়াৰ সভাপতিত্বত সমূহ বিষয়া আৰু কৰ্মচাৰীৰ উপস্থিতিত অনুষ্ঠিত শোকসভাত মেদিনী চৌধুৰীৰ মৃত্যুত গভীৰ শোকপ্ৰকাশ কৰি এক মিনিট সময় মৌন প্ৰাৰ্থনাৰে বিদেহী আত্মাৰ চিৰশান্তি কামনা কৰাৰ লগতে শোকসন্তপ্ত পৰিয়ালবৰ্গলৈ গভীৰ সমবেদনা জ্ঞাপন কৰা হয়।

■ **যুৱ-ছাত্ৰৰ শোক ঃ** বৰেণ্য সাহিত্যিক মেদিনী চৌধুৰীৰ মৃত্যুত অসম জাতীয়তাবাদী যুৱ-ছাত্ৰ পৰিষদে গভীৰ শোকপ্ৰকাশ কৰিছে। এক বিবৃতিত পৰিষদৰ সভাপতি অপূৰ্ব কুমাৰ ভট্টাচাৰ্য আৰু সাধাৰণ সম্পাদক দিলীপ শংকৰ শইকীয়াই কয় যে চৌধুৰীৰ মৃত্যুত অসমৰ সাহিত্য জগতত এক বিশাল শূন্যতাৰ সৃষ্টি হোৱা বুলি অসমৰ ৰাইজে অনুভৱ কৰিছে। পৰিষদে মেদিনী চৌধুৰীৰ স্বৰ্গগত আত্মাৰ চিৰশান্তি কামনা কৰাৰ লগতে শোকসন্তপ্ত পৰিয়ালবৰ্গলৈ গভীৰ সমবেদনা জ্ঞাপন কৰিছে।

## প্ৰয়াত সাহিত্যিকৰ ঘৰত মুখ্যমন্ত্ৰী ■ বিভিন্ন দল-সংগঠনৰ শোক প্ৰকাশ

# মেদিনী চৌধুৰীৰ মৃত্যু অসমৰ অপূৰণীয় ক্ষতি

প্ৰথিতযশা সাহিত্যিক মেদিনী চৌধুৰীৰ মৃত্যুত বিভিন্ন দল-সংগঠনে গভীৰ শোক প্ৰকাশ কৰিছে। মুখ্যমন্ত্ৰী তৰুণ গগৈয়ে আজি প্ৰয়াত চৌধুৰীৰ চানমাৰিস্থ বাসগৃহলৈ গৈ শোকসন্তপ্ত পৰিয়ালবৰ্গক সমবেদনা জ্ঞাপন কৰে। গগৈয়ে প্ৰয়াত সাহিত্যিকগৰাকীৰ পত্নী আৰু পুত্ৰ-কন্যাৰ স'তে কথা পতাৰ লগতে চৌধুৰীৰ বিদেহী আত্মাৰ চিৰশান্তিৰ বাবে প্ৰাৰ্থনা জনায়।

আনহাতে, আজি এক প্ৰেছ বিবৃতিত সাহিত্য অকাডেমি বঁটা বিজয়ী অসমৰ বিশিষ্ট লেখক তথা চিন্তাবিদ মেদিনী চৌধুৰীৰ মৃত্যুত চি পি আই (এম)ৰ অসম ৰাজ্যিক কমিটীয়ে গভীৰ শোক প্ৰকাশ কৰিছে। চি পি আই (এম) দলে চৌধুৰীৰ প্ৰতি গভীৰ শ্ৰদ্ধাঞ্জলি জনাই কয় যে প্ৰয়াত চৌধুৰীয়ে অসমৰ চিন্তা আৰু সাহিত্যৰ জগতখনলৈ বিশিষ্ট অবদান আগবঢ়াই থৈ গ'ল। চৌধুৰীয়ে বিশেষকৈ অসমৰ জনজাতীয় সমাজ আৰু কৃষিজীৱী ৰাইজক লৈ লিখা সাহিত্য কৰ্মই বিপুল সমাদৰ লাভ কৰিছিল। তেওঁ অসমৰ বৈচিত্ৰ্যময় সমাজ জীৱৰ মনস্তত্ত্ব আৰু আশা-আকাংক্ষাত গভীৰভাৱে অনুধাৱন কৰিব পাৰিছিল আৰু সেয়েহে তেওঁৰ লেখাত জনজাতীয় আৰু কৃষিজীৱী সমাজৰ অতুলনীয় ছবি আঁকিব পাৰিছিল। তেওঁৰ উপন্যাসত অসমীয়া সমাজখনলৈ মুছলমানসকলৰ অবদানৰ বিষয়েও সুন্দৰ চিত্ৰ পোৱা যায়। অসমৰ বহুভাষিক আৰু বহু ধৰ্মীয় সমাজখনক বুজিবলৈ চৌধুৰীৰ সাহিত্য কৰ্মই প্ৰভূত সহায় কৰিব পাৰে। চি পি আই (এম)ৰ অসম ৰাজ্যিক কমিটীয়ে চৌধুৰীৰ প্ৰতি গভীৰ শ্ৰদ্ধাঞ্জলি প্ৰকাশ কৰাৰ লগতে শোকসন্তপ্ত পৰিয়ালক সমবেদনা জনায়।

অসমৰ বৌদ্ধিক তথা সাহিত্য জগতৰ পুৰোধা ব্যক্তি, বৰেণ্য সাহিত্যিক মেদিনী চৌধুৰীৰ মৃত্যুত অসম জাতীয়তাবাদী যুৱ-ছাত্ৰ পৰিষদে গভীৰ শোক প্ৰকাশ কৰিছে। এক বিবৃতিত পৰিষদৰ সভাপতি অপূৰ্ব কুমাৰ ভট্টাচাৰ্য আৰু সাধাৰণ সম্পাদক দিলীপ শংকৰ শইকীয়াই কয় যে চৌধুৰীৰ মৃত্যুত অসমৰ সাহিত্য জগতত এক বিশাল শূন্যতাৰ সৃষ্টি হোৱা বুলি অসমৰ ৰাইজে অনুভৱ কৰিছে। যুৱ-ছাত্ৰ পৰিষদে চৌধুৰীৰ স্বৰ্গগত আত্মাৰ চিৰশান্তি কামনা কৰাৰ লগতে শোকসন্তপ্ত পৰিয়ালবৰ্গলৈ গভীৰ সমবেদনা জ্ঞাপন কৰে।

বিশিষ্ট সাহিত্যিক-সাংবাদিক মেদিনী চৌধুৰীৰ পৰলোকপ্ৰাপ্তিত 'মিডিয়া ট্ৰাষ্ট, অসমে' গভীৰ শোক প্ৰকাশ কৰিছে। উল্লেখযোগ্য যে চৌধুৰীয়ে স্নাতক ডিগ্ৰী লোৱাৰ পাছতে 'অসমীয়া' আৰু 'দৈনিক শান্তিদূত' কাকতৰ উপ-সম্পাদকৰূপে কিছুদিন কাম কৰিছিল। তদুপৰি চাকৰিৰ পৰা অৱসৰ লোৱাৰ পাছত প্ৰায় দুবছৰ কাল তেওঁ অধুনালুপ্ত

'সূত্ৰধাৰ' নামৰ আলোচনীখনৰ সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। এনে এগৰাকী সাংবাদিক, সাহিত্যিকৰ পৰলোকপ্ৰাপ্তি অসমৰ সাহিত্য জগতৰ লগতে সংবাদ জগতৰো অপূৰণীয় ক্ষতি হ'ল বুলি 'মিডিয়া ট্ৰাষ্ট'ৰ পৰা দিয়া এটা শোক বাৰ্তাত কোৱা হৈছে।

বিৰল প্ৰতিভাৰ সু-সাহিত্যিক মেদিনী চৌধুৰীৰ বিয়োগত ৰঙিয়া জিলা বড়ো সাহিত্য সভাই গভীৰ শোক প্ৰকাশ কৰে। লগতে সাহিত্যিকগৰাকীৰ বিদেহী আত্মাৰ চিৰশান্তি কামনা কৰে।

সাহিত্যিক চৌধুৰীয়ে কামৰূপ জিলাৰ ৰঙিয়া মহকুমাৰ গোৰেশ্বৰ ৰাজহ চক্ৰৰ অন্তৰ্গত ৰামছা গাঁৱত ১৯২৭ চনত জন্মগ্ৰহণ কৰিছিল। চৌধুৰী বড়ো সমাজৰ বাটকটীয়া সাহিত্যিক হোৱাৰ লগতে তেওঁৰ সাহিত্য সৃষ্টি 'ফেৰেংগাদাও', 'তাত নদী নাছিল' ইত্যাদি উপন্যাসবোৰ অতি জনপ্ৰিয় আছিল। চৌধুৰীৰ অমৰ সাহিত্যৰাজি সদায় সাহিত্যপ্ৰেমীৰ মাজত চিৰযুগমীয়া হৈ ৰ'ব বুলি সভাই মত প্ৰকাশ কৰে।

চৰকাৰী পেঞ্চনাৰ সন্থা, অসমৰ গুৱাহাটী শাখাৰ সদস্যসকলে সভাপতি দুৰ্গা প্ৰসাদ নেওগৰ সভাপতিত্বত স্বনামধন্য সাহিত্যিক, সাংবাদিক, প্ৰশাসক আৰু নিৰ্ভীক সমাজকৰ্মী মেদিনীমোহন চৌধুৰীৰ মৃত্যুত গভীৰ শোক প্ৰকাশ কৰে। নানাজনে সভাত অংশগ্ৰহণ কৰি প্ৰয়াত চৌধুৰীৰ গুণৰাজিৰ বিষয়ে বিবৰি কয়। সভাত বিদেহী আত্মাৰ চিৰশান্তিৰ বাবে ভগৱানৰ ওচৰত এক মিনিট সময় মৌন প্ৰাৰ্থনা কৰা হয়।

# দীৰ্ঘদিনৰ অসুস্থতাৰ অন্তত
# মেদিনী চৌধুৰীৰ শেষ নিশ্বাস ত্যাগ

অসমীয়া সাহিত্য জগতৰ বাবে অন্য এক দুঃসংবাদ। সাহিত্য অকাডেমি বঁটা বিজয়ী, প্ৰথিতযশা সাহিত্যিক মেদিনী চৌধুৰীৰ আজি পুৱা প্ৰায় ১০-২০ বজাত পৰলোকপ্ৰাপ্তি ঘটে। উল্লেখযোগ্য যে দীৰ্ঘদিন ধৰি সাহিত্যিকগৰাকী শয্যাগত হৈ আছিল। কেইবাখনো কালজয়ী উপন্যাসেৰে অসমীয়া সাহিত্যক সমৃদ্ধ কৰা সাহিত্যিকগৰাকীক যোৱা ১২ ডিচেম্বৰত মহানগৰীৰ 'নেমকেয়াৰ' নামৰ ব্যক্তিগত চিকিৎসালয়খনত ভৰ্তি কৰা হয়। কিন্তু তেওঁৰ স্বাস্থ্যৰ কোনো উন্নতি নঘটাত চিকিৎসকৰ পৰামৰ্শ অনুসৰি চৌধুৰীক এপল' চিকিৎসালয়ত উন্নত চিকিৎসাৰ বাবে ভৰ্তি কৰা হয়। চিকিৎসালয়খনৰ চিকিৎসকে তেওঁৰ স্বাস্থ্য পৰীক্ষা কৰি চিকিৎসাৰ ব্যৱস্থা নথকা হেতুকে তেওঁক ঘৰলৈ ঘূৰাই অনাৰ পৰামৰ্শ দিয়ে। এনে অৱস্থাত যোৱা ১৯ জানুৱাৰীৰে পৰা সাহিত্যিকগৰাকী জনমাবিস্থ বাসভৱনত শয্যাগত হৈ আছিল। কেৱল 'চুপ'ৰ বাহিৰে কোনোধৰণৰ খাদ্য গ্ৰহণ কৰিব নোৱাৰা চৌধুৰী অধিক অসুস্থ হৈ পৰে। আজি পুৱা আকৌবাৰ 'চুপ' খোৱাৰ পাছতে তেওঁৰ স্বাস্থ্যৰ গুৰুতৰভাৱে অৱনতি ঘটে। 'তেওঁৰ মুখেৰে যেন গুলাব ধৰে। দেউতাই যেন কিবা বুজি পাইছিল। মাৰ হাতত ধৰি তেওঁ অজ্ঞান হৈ পৰে।' - প্ৰয়াত সাহিত্যিকগৰাকীৰ কন্যাই কয়। ইয়াৰ পাছত এখন এম্বুলেন্স বিচাৰি পৰিয়ালৰ সদস্যই যোগাযোগ কৰে 'নেমকেয়াৰ' চিকিৎসালয়ৰ সৈতে। কিন্তু এম্বুলেন্স আহি পোৱাত কিছু পলম হোৱা হেতুকে পৰিয়ালৰ লোকে অজ্ঞান হৈ থকা সাহিত্যিকগৰাকীক এখন মাৰুতি ভানেৰে 'নেমকেয়াৰ' চিকিৎসালয়লৈ ততাতৈয়াকৈ লৈ যায়। চিকিৎসালয়ৰ চিকিৎসকে তেওঁক পৰীক্ষা কৰি মৃত্যু হোৱা বুলি ঘোষণা কৰে। অসমীয়া উপন্যাস সাহিত্যৰ নতুন ধাৰা বাটকটীয়া 'ফেৰেংগাদাও'ৰ দৰে কালজয়ী উপন্যাসৰ স্ৰষ্টা সাহিত্যিকগৰাকীৰ মৃত্যুৰ বাতৰি পোৱাৰ পাছতে শোকস্তব্ধ হৈ পৰে সাহিত্যানুৰাগীসকল। অনেক গুণমুগ্ধই তেওঁৰ বাসভৱনত উপস্থিত হৈ শেষ শ্ৰদ্ধা জ্ঞাপন কৰে। প্ৰথিতযশা সাহিত্যিক, ঔপন্যাসিক, সুদক্ষ প্ৰশাসক চৌধুৰীৰ মৃত্যুত মুখ্যমন্ত্ৰী তৰুণ গগৈয়ে গভীৰ শোক প্ৰকাশ কৰি অসমীয়া সাহিত্য জগতৰ এক অপূৰণীয় ক্ষতি বুলি অভিহিত কৰে। প্ৰাক্তন মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তই তেওঁৰ মৃত্যুত শোক প্ৰকাশ কৰি শোক সন্তপ্ত পৰিয়ালবৰ্গলৈ গভীৰ সমবেদনা জ্ঞাপন কৰে। সেইদৰে গড়কাপ্তানি মন্ত্ৰী শৰৎ বৰকটকী, বৰপেটা জিলা সাহিত্য সভাৰ সভাপতি সতীশ চন্দ্ৰ চৌধুৰী, এন এছ ইউ আইৰ সভাপতি ৰেকিবুদ্দিন আহমেদ, অসম জাতীয়তাবাদী যুব-ছাত্ৰ পৰিষদৰ সাধাৰণ সম্পাদক দিলীপ শংকৰ শইকীয়া, প্ৰাক্তন অগপ মন্ত্ৰী মফিদুল ইছলাম বৰা আদিয়ে গভীৰ শোক প্ৰকাশ কৰে। ইপিনে, আজি সন্ধিয়া অনেক শোকাকুল লোকৰ উপস্থিতিত নৱগ্ৰহ শ্মশানত সাহিত্যিকগৰাকীৰ শেষ কৃত্য সম্পন্ন কৰা হয়।

# মেদিনী চৌধুৰীৰ মৃত্যুত শোক

কালি পৰলোকপ্ৰাপ্তি ঘটা বিশিষ্ট সাহিত্যিক, সাংবাদিক মেদিনী চৌধুৰীৰ মৃত্যুত বিভিন্ন ব্যক্তি-অনুষ্ঠান-সংগঠনে শোক প্ৰকাশ কৰাৰ বাতৰি আজিও আহিছে। এক বিবৃতিৰ জৰিয়তে আজি অসম জাতীয়তাবাদী যুৱ-ছাত্ৰ পৰিষদৰ সাধাৰণ সম্পাদক দিলীপ শংকৰ শইকীয়াই চৌধুৰীৰ মৃত্যুত গভীৰ শোক প্ৰকাশ কৰি কয় যে এই মৃত্যুৱে অসমৰ সাহিত্য জগতত বিশাল এক শূন্যতাৰ সৃষ্টি কৰিলে। মেদিনী চৌধুৰীৰ মৃত্যুত গভীৰ শোক প্ৰকাশ কৰিছে চি পি আই (এম) দলৰ অসমৰ ৰাজ্যিক কমিটীয়ে। দলৰ সম্পাদক হেমেন দাস স্বাক্ষৰিত এক বিবৃতিত কোৱা হৈছে যে মেদিনী চৌধুৰীয়ে অসমৰ চিন্তা আৰু সাহিত্যৰ জগতখনলৈ বিশিষ্ট অৱদান আগবঢ়াই থৈ গ'ল। বৰমাৰ পৰা আমাৰ সংবাদসেৱাই জনাইছে যে ফেৰেংগাদাওৰ স্ৰষ্টা মেদিনী চৌধুৰীৰ মৃত্যুত বৰমাকে ধৰি ইয়াৰ দাঁতিকাষৰীয়া বিষ্ণু ৰাভাৰ বিচৰণস্থলী অঞ্চল শোকস্তব্ধ হৈ পৰিছে।

# মেদিনী চৌধুৰীৰ মৃত্যুত বন্ধ পালন

বহুমুখী প্ৰতিভাৰ অধিকাৰী গোৰেশ্বৰৰ সুযোগ্য সন্তান মেদিনী চৌধুৰীৰ মৃত্যুত আজি বিভিন্ন সংগঠনৰ আহ্বানত গোৰেশ্বৰত বন্ধ পালন কৰা হয়। অঞ্চলটোৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠান, দোকান-পোহাৰ বন্ধ ৰাখি মৃতকৰ আত্মাৰ সদ্‌গতি কামনা কৰা হয়।

*'দৈনিক অগ্ৰদূত' শনিবাৰ ১৫ ফেব্ৰুৱাৰী ২০০৩ অগ্ৰদূত গোষ্ঠীৰ পৰা বিভিন্ন দল-সংগঠনৰ শোক প্ৰকাশৰ খবৰ জনালে।*

# মেদিনী চৌধুৰী মানুহজন

● জন্ম ঃ ১৯২৭ চন। ● জন্মস্থান ঃ ৰামছা গাঁও (গোৰেশ্বৰ) ● ১৯৪২ চন ঃ স্বাধীনতা সংগ্ৰামত সক্ৰিয়ভাৱে জড়িত। ● ১৯৪৬ চন ঃ শৰণীয়া আশ্ৰমত মহাত্মা গান্ধীক সাক্ষাৎ। ● ১৯৪৭ চন বৰপেটা সত্ৰত জনজাতি লোকৰ প্ৰৱেশাধিকাৰৰ সপক্ষে জনমত সৃষ্টিত অগ্ৰণী ভূমিকা পালন। ● ১৯৪৮ চন ঃ প্ৰথম কবিতা ৰচনা। লুইত, বৰাক আৰু ইছলাম, ফেৰেংগাদাও, অনন্য প্ৰান্তৰকে ধৰি প্ৰায় ২২ খন উপন্যাস, ৩ খন ভ্ৰমণ কাহিনী, ৬০ টামান গল্প, ডেৰশতাধিক প্ৰবন্ধ প্ৰকাশ। ● ১৯৪৯ চন ঃ বিষ্ণু ৰাভাৰ সংস্পৰ্শ লাভ। ১৯৫০-৫৫ চন ঃ 'অসমীয়া', 'দৈনিক শান্তিদূত' কাকতৰ সহকাৰী সম্পাদকৰূপে কাৰ্যনিৰ্বাহ। ● ১৯৯৯ চন ঃ 'বিপন্ন সময়'ৰ বাবে সাহিত্য অকাডেমি পুৰস্কাৰেৰে সন্মানিত। ● ২০০২ চন ঃ অসম চৰকাৰৰ 'বিষ্ণু ৰাভা' বঁটা আৰু ত্ৰিপুৰা চৰকাৰৰ 'অদ্বৈতমল্ল বঁটা' প্ৰদান। ইয়াৰ উপৰি অসম প্ৰকাশন পৰিষদৰ 'তাত নদী নাছিল' উপন্যাসৰ বাবে বঁটা প্ৰদান কৰা হয়।

## উল্লেখযোগ্য গ্ৰন্থাৱলী

অনন্য প্ৰান্তৰ, বণ্ডকা বেহাৰ, তাত নদী নাছিল, ফেৰেংগাদাও, অৰণ্য আদিম, যুগ যুগ গুৱাহাটী, যাদুঘৰৰ কীৰ্তিমুখ, লুইত, বৰাক আৰু ইছলাম, বজ্ৰদাহ, খোলাকটিৰ তাল, য়াংজু নদীৰ পাৰ, চীনৰ ছাত্ৰ আন্দোলন, সন্ত্ৰাসবাদ, জপনা, চোৰ, মণিৰাম পাটৰ কেনি গ'ল? শতিকাৰ চাঞ্চল্যকৰ স্কুপটো, ছন্দাৰু, প্ৰত্যাহ্বান, সপোন সপোন লাগে, ফাগুনৰ আজাৰৰ ফুল, বিপন্ন সময় আদি। তেওঁ ৰোগশয্যাত থকাৰ সময়তো 'সৰ্বভাৰতীয় ভক্তি আন্দোলনৰ প্ৰেক্ষাপটত 'শংকৰদেৱৰ মূল্যায়ন' নামৰ এখন গ্ৰন্থ ৰচনাত ব্ৰতী হৈ আছিল।

**প্ৰখ্যাত সাহিত্যিক প্ৰয়াত মেদিনীমোহন চৌধুৰীদেৱৰ আদ্যশ্ৰাদ্ধৰ দিনা তেখেতৰ সোঁৱৰণত তেখেতৰ প্ৰতি থকা আমাৰ আন্তৰিক শ্ৰদ্ধাৰ চিনস্বৰূপে তেখেতৰ লগত থকা আমাৰ সান্নিধ্যৰ সম্বন্ধে দুআষাৰ....**

১৯৯৯ চনৰ ডিচেম্বৰ মাহৰ ৫ তাৰিখে শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰত বিলাতৰ পৰা ডক্টৰেট (পি. এইচ. ডি.) উপাধিপ্ৰাপ্ত প্ৰথমজন অসমীয়া প্ৰয়াত ড° ময়িদুল ইছলাম বৰাৰ জন্ম শতবাৰ্ষিকী উদ্‌যাপন কৰা হৈছিল। সেই সময়তে ড° বৰাৰ গৱেষণা গ্ৰন্থখন স্বৰ্গীয় মেদিনী চৌধুৰী ডাঙৰীয়াই নিয়া বুলি এটা অপবাদ সংবাদ মাধ্যমত ওলাইছিল। মই অপবাদটো খণ্ডন কৰি এটি প্ৰেছ বিজ্ঞপ্তিত প্ৰকাশ কৰিছিলো। সেই সংক্ৰান্তত চৌধুৰী ডাঙৰীয়াই এদিন বিশিষ্ট সাংবাদিক আৰু সাহিত্যিক পেঞ্চনাৰ ধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তী মহোদয়ক লগত লৈ সেই সময়ত পাঞ্জাবাৰীত অৱস্থিত আমাৰ বাসভৱনত পদাৰ্পণ কৰিছিল। তাৰ পাচতে তেখেতে আমাৰ সম্বন্ধে এটি প্ৰতিবেদন প্ৰকাশ কৰিছিল। উক্ত প্ৰতিবেদনটিত তেখেতৰ উদাৰতা আৰু আমাৰ প্ৰতি থকা তেখেতৰ সদ্‌ভাব ফুটি উঠিছিল। আজি তেখেতৰ আদ্যশ্ৰাদ্ধৰ দিনা তেখেতৰ প্ৰতি থকা আমাৰ শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰ চিনস্বৰূপে তাৰ কিয়দংশ উদ্ধৃত কৰিলো :

## "ড° ময়িদুল ইছলাম বৰাৰ আশিসধন্য, হুছেইন ডাঙৰীয়া"

## মেদিনী চৌধুৰী

"আমি হুছেইন ডাঙৰীয়াৰ নঙলা মুখত থিয় হোৱাৰ লগে লগে তেওঁ নিজে আহি আমাক স্বাগতম জনালোঁ। গেটত লগোৱা নামফলকখন চাই জানিব পাৰিলো তেওঁ এছ. ডি. অ. (চিভিল) হিচাপে ৰিটায়াৰ কৰিছে। মই সুধিলো তেওঁ কেতিয়া ৰিটায়াৰ কৰিলে বুলি। তেওঁ ক'লে ১৯৮৬ চনত বুলি। মনে মনে ভদ্ৰলোকৰ বয়সটো আন্দাজ কৰি মই আচৰিত খালো। কি স্মাৰ্ট চফল ডেকাৰ দৰে "........................" সেইদিনা আহিৱৰ সময়ত তেওঁ মোৰ হাতত নিজে লিখা কাগজ এখন দি কৈছিল— এইখন আপুনি লৈ থ'ক। মই লিখিছো। আপোনাক মোমাইদেউৰ গৱেষণাগ্ৰন্থৰ পাণ্ডুলিপি নি ঘূৰাই নিদিয়া বুলি কৈছে নহয়। ইয়াত মই স্পষ্ট লিখি দিছো, তেওঁৰ কোনো পাণ্ডুলিপি হেৰোৱা নাই। সেইবোৰ সমস্ত সংগ্ৰহ কৰা গৈছে। মই ছেৱাফুল হুছেইনে লিখি দিছো (কপিটো মই লগতে গাঁঠি দিছো)।

## প্ৰেছ বিজ্ঞপ্তি

বৃহত্তৰ পাঞ্জাবাৰী সাহিত্য সভা আৰু শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ সমাজৰ যুটীয়া উদ্যোগত উক্ত কলাক্ষেত্ৰতে অহা ৫/১২/৯৯ তাৰিখে উদ্‌যাপন কৰিবলৈ লোৱা ড° ময়িদুল ইছলাম বৰা জন্ম শতবাৰ্ষিকী উদ্‌যাপন সমিতিৰ সভাপতি হিচাপে মই জনাওঁ যে বহু কাকতত প্ৰকাশ পোৱামতে ড° ময়িদুল ইছলাম বৰাদেৱৰ থেচিছখন কোনোবা সাহিত্যিকে নি ঘূৰাই নিদিয়াত হেৰাল বুলি ওলোৱা বাতৰিটো সত্য নহয়।

মই জনাবলৈ পাই সুখী হৈছো যে উক্ত ‘থেচিছ’খন আৰু লগতে ড° ময়িদুল ইছলাম বৰাৰ সৰু ডায়েৰী এখন আৰু অন্যান্য নিজ হাতে লিখা বহু নথি-পত্র সংগ্রহ কৰা হৈছে। এইখিনি ড° ময়িদুল ইছলাম বৰাৰ নিজৰ পৰিয়ালৰ মানুহৰ লগতে অৰ্থাৎ গুৱাহাটী নিবাসী তেখেতৰ ডাঙৰ বোৱাৰীয়েক শ্ৰীমতী চালেহা ইছলাম বৰা আৰু তেওঁৰ দুই বিবাহিতা কন্যা শ্ববনম আৰু তবচ্চনৰ লগতে আছিল। তাৰ উপৰি ড° বৰাৰ বিখ্যাত প্রতিভা দেৱী স্মাৰক বক্তৃতামালাও সংগ্ৰহ কৰা হৈছে। সেই কাৰণে মই অনুৰোধ কৰো যাতে কোনেও যেন আৰু কাকো এই সংক্রান্তত দোষাৰোপ কৰি কোনো কথা প্ৰকাশ নকৰে।

ছেৰাফুল হুছেইন

সভাপতি

ড° ময়িদুল ইছলাম বৰা

জন্ম শতবাৰ্ষিকী উদ্‌যাপন সমিতি

পাঞ্জাবাৰী, গুৱাহাটী - ১৭

৪/১২/৯৯

“অসমৰ পোন প্ৰথম ডক্টৰেট পণ্ডিতপ্ৰবৰ, অসমীয়া সমাজ জীৱনৰ পুৰোধা ড° ময়িদুল ইছলাম বৰাৰ ভাগিন আশীৰ ডেওনাৰ কাষত থিয় দিও হাঁহি আৰু ৰসাল কথাৰে চফল ডেকাকো হাৰ মনাব পৰা জোনাব ছেৰাফুল হুছেইন চাহাব, চক্ৰৱৰ্তীয়ে কোৱাৰ দৰে কেৱল ইন্টাৰেষ্টিঙে নহয় ইলিউমিনেটিং ব্যক্তিও। মই সেইদিনা ছেৰাফুল হুছেইন চাহাবৰ দেহত অসমীয়া মানুহৰ যৌৱন দেখিলো আৰু অন্তৰত লক্ষ্য কৰিছিলো তাহানিৰ অসমীয়া মানুহৰ সহজ মহানুভৱতা। তেওঁৰ বিদূষী পত্নী জুবেদা হুছেইনকো দেখিছিলো। চাহাবৰ স্কুলৰ পৰা ছিনিয়ৰ কেম্ব্ৰিজ পাছ কৰা মহিলা। কিন্তু সাজ-পাৰ, শিষ্টাচাৰ আদিত বিশুদ্ধ অসমীয়া ভদ্ৰ মহিলা। তেওঁৰ ঘৰখন যে ড° বৰাৰ দৰে মহান ব্যক্তি এগৰাকীৰ আশীৰ্বাদধন্য তালৈ গ'লেই অনুভৱ হয়”।

প্ৰয়াত মেদিনীমোহন চৌধুৰী ডাঙৰীয়াৰ বিদেহী আত্মাৰ সদ্‌গতি কামনা কৰি এই শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰিলো।

ছেৰাফুল হুছেইন

# কৃতজ্ঞতা

প্ৰয়াত মেদিনী চৌধুৰীৰ বছৰেকীয়া মৃত্যু তিথিত আমাৰ পৰিয়ালৰ তৰফৰ পৰা প্ৰকাশ কৰা এই গ্ৰন্থত যিসকল শ্ৰদ্ধেয়-শ্ৰদ্ধেয়া লেখক-লেখিকাই বহুমূলীয়া সময় খৰচ কৰি লেখা প্ৰদান কৰিলে সেইসকলালৈ আমি কৃতজ্ঞতা জ্ঞাপন কৰিলো। লগতে ডি. টি. পি. আৰু ছপাৰ ক্ষেত্ৰত বি. ডি. এছোচিয়েট আৰু পুথি প্ৰকাশৰ সমূহ কৰ্মীবৃন্দলৈ কৃতজ্ঞতা জ্ঞাপন কৰিলো। সম্পাদনাৰ অন্যান্য দিশত বিনন্দিৰাম দাস, পদ্ম পাটিৰ আদিয়ে আগবঢ়োৱা সহযোগিতাৰ বাবে ধন্যবাদ জ্ঞাপন কৰিছো। আমি অতি নিঃকিন। প্ৰয়াত চৌধুৰীৰ জীৱনী গ্ৰন্থ সম্পাদনা কৰাৰ জোখাৰে আমাৰ প্ৰতিভা আৰু যোগ্যতা নাই। সুহৃদয় পাঠক সমাজে আমাৰ দোষ-ত্ৰুটি মাৰ্জনা কৰিব বুলি আশা কৰিলো।

আমাৰ উত্তৰ পুৰুষসকলৰ অন্তৰত মেদিনী স্মৃতি জাগ্ৰত হৈ থকাত এই পুথিখনে কিঞ্চিৎ বৰঙণি আগবঢ়ালে আমাৰ শ্ৰম সাৰ্থক হ'ব।

সবিনয়ে

প্ৰণতি চৌধুৰী

তাৰিখ ঃ ০২-০২-২০০৪ খগেন চৌধুৰী

মেদিনী চৌধুৰী

প্ৰথম বাৰ্ষিক মৃত্যু তিথি



মেদিনী চৌধুৰীৰ মাতৃ সৰলাবালা চৌধুৰী



পত্নী প্ৰণতি চৌধুৰীৰ সৈতে মেদিনী চৌধুৰী



ভাতৃ খগেন চৌধুৰী